# ভাষা তত্ত্ব

ডঃ দীপ্তি ফুকন পাটগিৰি

বনলতা

পাণবজাৰ
গুৱাহাটী-১



নতুন বজাৰ
ডিব্ৰুগড়-১

*Bhāṣātattva : A book on Linguistics written in Assamese by Dr. Dipti Phukan Patgiri, Lecturer, Department of Assamese, Dibrugarh University, Dibrugarh-786004, Published by Sri Makhan Hazarika, Banalata, Dibrugarh. First Edition September, 1991.*

প্ৰকাশক :
শ্ৰী মাখন হাজৰিকা
বনলতা
ডিব্ৰুগড়-১

শাখা :
পাণবজাৰ
গুৱাহাটী-১

প্ৰথম সংস্কৰণ : চেপ্তেম্বৰ, ১৯৯১ চন

মূল্য : ৩০.০০ টকা

ছপাওঁতা :
অৰুণ প্ৰিণ্টিং ৱাৰ্কছ
৭১, কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৬

জীৱনৰ বাটত
প্ৰেৰণাৰ উৎস
স্বৰ্গীয়া মাৰ পৱিত্ৰ সোঁৱৰণত
'ভাষাতত্ত্ব' আগবঢ়ালোঁ।।

# আগকথা

ভাষাতত্ত্ব বা ভাষাবিজ্ঞান ( linguistics ) বিষয়টি বৰ আকৰ্ষণীয়। ভাষাৰ ইতিহাসৰ প্ৰতি থকা উৎসুকতাই ইয়াৰ প্ৰতিটো ধাৰাৰ লগত পৰিচিত হ'বলৈ উদগনি দিয়ে। ভাষাতত্ত্বই কেৱল এটি ভাষাৰে নহয়, পৃথিৱীৰ সমগ্ৰ ভাষাৰে এটি সম্যক্ জ্ঞান আহৰণত সহায় কৰে। প্ৰাচ্যৰ দেশতকৈ পাশ্চাত্যৰ দেশসমূহ ভাষাতত্ত্বৰ অধ্যয়নৰ দিশত অধিক আগবাঢ়ি গৈছে। বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ পাঠ্যক্ৰমত ভাষাতত্ত্বৰ আলোচনা অন্তৰ্ভুক্ত কৰা হৈছে। তদুপৰি মহাবিদ্যালয়ৰ স্নাতক শ্ৰেণীৰ অসমীয়া ( মেজৰ ) পাঠ্যক্ৰমতো ইয়াৰ প্ৰাথমিক জ্ঞানৰ আভাসৰ প্ৰয়োজন। সেই অনুক্ৰমে অসমীয়া ভাষাত ভাষাতত্ত্ব বিষয়টি থৰচি মাৰি আলোচনা কৰা গ্ৰন্থৰ বৰ অভাৱ। অৱশ্যে দুই এখন গ্ৰন্থ ইতিমধ্যে প্ৰকাশ পাইছে। ভাষাতত্ত্ব বিষয়টিৰ প্ৰতি একান্ত আগ্ৰহ, ছাত্ৰ-ছাত্ৰীক পাঠদান কৰোঁতে উদয় হোৱা কিছুমান প্ৰশ্ন আৰু অসমীয়া ভাষাত এই দিশৰ পুথিৰ অভাৱ—আদি কাৰণতে 'ভাষাতত্ত্ব' প্ৰণয়নৰ প্ৰচেষ্টা।

ভাষাতত্ত্বৰ বিশাল পৰিসৰৰ গভীৰ জ্ঞানৰ অবিহনে এনে এটি গুৰুত্বপূৰ্ণ বিষয়ৰ আলোচনা সহজসাধ্য নহয়। বিষয়বস্তুৰ অনুপাতে আমাৰ গভীৰ জ্ঞান নাই। সীমিত জ্ঞানৰ পৰিসীমাৰে কেইটিমান বিশেষ দিশৰ আলোচনাহে পুথিখনিত দাঙি ধৰা হ'ল। এই ক্ষেত্ৰত বিভিন্ন ভাষাতত্ত্ব সম্পৰ্কীয় পুথিৰ সহায় লোৱা হৈছে। অসমীয়া ভাষাত ৰচিত কেইখনমান ভাষা সম্বন্ধীয় গ্ৰন্থই এই বিষয়ত বিশেষভাৱে সহায় কৰিছে। সেই লেখক সকললৈ সশ্ৰদ্ধ কৃতজ্ঞতা জনালোঁ।

মোৰ পৰম শ্ৰদ্ধাৰ শিক্ষাগুৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'আধুনিক ভাৰতীয় ভাষা' বিভাগৰ ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামীদেৱে যোগোৱা প্ৰেৰণাই মোক এই পুথিখনি ৰচনাত বিশেষভাৱে সহায় কৰিলে। অশেষ ব্যস্ততাৰ মাজতো সুকণ্ঠা উলিয়াই পুথিখনিৰ এটি মন্তব্য আগবঢ়োৱাত তেখেতৰ ওচৰত মই পৰম কৃতজ্ঞ। তদুপৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ কেবাগৰাকীও শিক্ষাগুৰুৰ উদগনি মোৰ প্ৰেৰণাৰ উৎস। দুবছৰৰ আগতে পৰিকল্পনা কৰা এই গ্ৰন্থখনিৰ কাম নানা কাৰণত আধৰুৱা হৈ আছিল। উদ্যোগী প্ৰকাশক শ্ৰীমাখন হাজৰিকা আৰু ভাইটিৰ ( অনন্ত হাজৰিকা ) তাগিদা আৰু তৎপৰাতাতহে নিচেই কম সময়ৰ ভিতৰতে পুথিখনি প্ৰকাশৰ পোহৰলৈ ওলাল। তাৰ বাবে ভাতৃদ্বয়লৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

প্ৰথম প্ৰচেষ্টা বাবে পুথিখনিত বৈ যোৱা দোষ-ত্ৰুটি বিজ্ঞজনে আঙুলিয়াই দিলেহে অধিক উৎসাহ পাম। ভবিষ্যতে ভাষাতত্ত্বৰ ক্ষেত্ৰত অধিক আলোচনাৰ প্ৰচেষ্টা অব্যাহত থাকিব। পাণ্ডুলিপি থৰথৰকৈ প্ৰস্তুত কৰি দিয়াৰ বাবে মৰমৰ ছাত্ৰী অধ্যাপিকা জ্যোতিৰেখা হাজৰিকাক কৃতজ্ঞতা জনালোঁ। তদুপৰি এই ক্ষেত্ৰত মৰমৰ ছাত্ৰ-ছাত্ৰী প্ৰতাপ, নৱজ্যোতি আৰু নৱনীতাও আন্তৰিক ধন্যবাদৰ পাত্ৰ। শেষত মোৰ চিন্তাৰ একান্ত সহযোগী শ্ৰীদিলীপ পাটগিৰিলৈও অন্তৰভৰা কৃতজ্ঞতা যাচিলোঁ।

ডিব্ৰুগড় বিশ্ববিদ্যালয়
অসমীয়া বিভাগ
২৫ আগষ্ট, ১৯৯১

দীপ্তি ফুকন পাটগিৰি

# সূচীপত্র

# প্ৰথম অধ্যায়

## ভাষা, ভাষাতত্ত্ব, ভাষাতত্ত্বৰ ইতিহাস

(ক) ভাষা কি
(খ) ভাষা সৃষ্টিৰ সূত্ৰ
(গ) ভাষাৰ বিজ্ঞান সম্মত সূত্ৰ
(ঘ) ভাষাতত্ত্ব—আৰম্ভণি আৰু ইতিহাস
(ঙ) প্ৰাচীন যুগ
(চ) মধ্য যুগ
(ছ) নৱজাগৰণৰ যুগ
(জ) ভাৰতীয় ভাষাতত্ত্বৰ চৰ্চা
(ঝ) আধুনিক ইউৰোপীয় ভাষাতত্ত্বৰ চৰ্চা

# ভাষা, ভাষাতত্ত্ব, ভাষাতত্ত্বৰ ইতিহাস

ভাষা হ'ল মানৱ-সভ্যতা-সংস্কৃতিৰ এক অপৰিহাৰ্য অঙ্গ। বিশাল মানৱ-সংস্কৃতিৰ এটা দিশ কেৱল ভাষাই আৱৰি ৰাখিছে। মানৱ-সভ্যতাৰ প্ৰথম সোপান ৰচিত হৈছে ভাষাৰ মাধ্যমেৰে। প্ৰকৃতাৰ্থত ভাষা কি, ভাষাৰ মূল উৎস কি এই সকলোবোৰ আলোচনাৰ পূৰ্বে মানৱ জাতিৰ ইতিহাসৰ আদিম স্তৰৰ কথা মুঁৰবিব লাগিব। সৃষ্টিৰ পাতনিৰেপৰা মানুহে ইতৰ প্ৰাণীৰ দৰেই বসবাস কৰিছিল; উলঙ্গভাৱে, বৰ্বৰভাৱে হাবি বন ভেদি, গছৰ ফল-মূল ভক্ষণ কৰি, জীৱ-জন্তু, চৰাই-চিৰিকতি বধ কৰি জীৱিকা নিৰ্বাহ কৰিছিল। নৃতত্ত্বই আমাক মানৱ জীৱনৰ আদিমতম অৱস্থাৰ কথা অৱগত কৰায়। আদিম

ভাষা কি

অৱস্থাৰ ক্ৰম বিৱৰ্তনৰ ফলত স্বকীয় মস্তিষ্কৰ বলত মানুহে সভ্যতাৰ প্ৰথম চাপত গছৰ ছাল-বাকলিৰে লাজ নিবাৰণ কৰিবলৈ শিকিলে, ক্ষুধা নিবাৰণৰ বাবে বস্তু কেঁচাই নাখাই পুৰি খাবলৈ শিকিলে, অস্ত্ৰ-শস্ত্ৰৰ সৃষ্টি কৰি বনৰীয়া জীৱ-জন্তুৰপৰা আত্মৰক্ষা কৰিবলৈ শিকিলে। আপোন মস্তিষ্ক বিকাশৰ প্ৰথম যি কচৰত আৰম্ভ হ'ল তাৰ আৰু বিৰাম নাই। আদান প্ৰদানৰ ইচ্ছা প্ৰকাশতে ইজনে-সিজনক ইঙ্গিত, চিৎকাৰ বা অন্যান্য অঙ্গী-ভঙ্গী আদিৰে মনৰ ভাব বুজাবলৈ ধৰিলে। ভাষাৰ জন্মৰ ইতিকথা ইয়াতেই লুকাই আছে। অৱশ্যে ভাষাৰ জন্ম মানুহৰ জন্মৰ পৰৱৰ্তী ঘটনাহে। ইঙ্গিত, চিৎকাৰ, অঙ্গী-ভঙ্গী আদিৰে মনৰ ভাব প্ৰকাশ কৰাৰ পৰিবৰ্তে ক্ৰমে কিছুমান ধ্বনি-প্ৰতীকৰ সৃষ্টি হবলৈ ধৰিল। এই প্ৰতীকবোৰে উচ্চাৰণৰ মাধ্যমেৰে বিশেষ বিশেষ অৰ্থ প্ৰকাশ কৰিবলৈ ধৰিলে। ইয়াতেই বাক্-ইন্দ্ৰিয়ৰ প্ৰয়োগৰ প্ৰশ্নটো আহি পৰিল। মানৱ সভ্যতা সংস্কৃতিৰ সেইবাটাও চাপ পাৰ হোৱাৰ পিছতহে ভাষাৰ জন্ম আৰু ক্ৰমবিকাশৰ দিশটো উন্মোচিত হয়।

ভাষা মানুহৰ আদিম সামাজিক প্ৰবৃত্তি বিকাশৰ প্ৰধান সহায়ক। তদুপৰি ভাষাৰ মাধ্যমেৰেই আদিম পশুত্বৰ অন্ধকাৰ গহ্বৰমুক্ত হৈ মানসিক উৎকৰ্ষ সাধনত ব্ৰতী হ'ব পাৰিছে। প্ৰকৃতাৰ্থত ভাষাৰ জন্মৰ মূলতে আছে এক অতিপ্ৰাকৃত কাৰ্যাৱলী[১]। আদিম যুগত মানুহে জুই, পানী, শিল, বৃক্ষ আদিত এক বিশেষ শক্তিৰ অৱস্থান কল্পনা কৰি উপাসনা কৰিবলৈ আৰম্ভ কৰে। অৱশেষত ঈশ্বৰ বা ভগৱানৰ বিশ্বাসৰপৰাই ধৰ্মীয় ধ্যান-ধাৰণাৰ সৃষ্টি হ'ল। ভাষাৰ জন্মৰ মূলতেও এনে এক শক্তি নিহিত থকাটো অসম্ভৱ নহয়। শব্দৰ উচ্চাৰণত এক সৃজনীমূলক শক্তিও উপলব্ধি কৰিব পাৰি। তেনেহ'লে এই শক্তিৰ প্ৰয়োগ আৰু প্ৰয়োজনীয়তা কি? মানুহৰ মনত ক্ৰিয়া বা বিভিন্ন ভাব-অনুভূতি উদ্দীপন কৰা। এই প্ৰকাশৰ মাধ্যমেই হ'ল ভাষা। সংস্কৃত 'ভাষ্' ধাতুৰ পৰা সৃষ্টি হোৱা 'ভাষা' শব্দৰ উৎপত্তিৰ অৰ্থ 'ব্যক্ত বাণী'[২]।

অষ্টাদশ শতিকাৰ আগৰ কালছোৱাত 'ভাষা ভগৱানৰ প্ৰত্যক্ষ দান'[৩] বুলিয়ে ভবা

---

১. Simpson, J. M. Y. A First course in Linguistics, পৃ. ৩

২. গোস্বামী, উপেন্দ্ৰনাথ: ভাষাবিজ্ঞান, পৃ. ৪

৩. Ibid ১; পৃ. ১৫

হৈছিল। জে, ডি, হাৰ্ডাৰ ( ১৭৪৪—১৮০৩ ) নামৰ এজন পণ্ডিতে 'The Origin of Language' শীৰ্ষক ৰচনাত প্ৰথমে 'ভাষা ভগৱানৰ প্ৰত্যক্ষ দান' মতটো খণ্ডন কৰে। প্ৰুচিয়ান একাডেমীৰদ্বাৰা আয়োজিত এক ৰচনা প্ৰতিযোগিতাত হাৰ্ডাৰৰ এই ৰচনাই পুৰস্কাৰ লাভ কৰে। ভাষা যে মানুহৰ স্বয়ংক্ৰিয় অনুশীলনৰ ফলশ্ৰুতিহে, 'ভগৱানৰ প্ৰত্যক্ষ দান' ধাৰণাটো ভুল এই কথা ক্ৰমান্বয়ে পৰিস্ফুট হ'বলৈ ধৰে। মানুহৰ আদান-প্ৰদানৰ ইচ্ছা প্ৰকাশ আৰু মস্তিষ্কৰ বিকাশৰ লগত ভাষা সৃষ্টিৰ দিশটো নিহিত হৈ আছে। অষ্টাদশ শতিকাৰ পিছৰপৰা ভাষাৰ উৎপত্তি সম্পৰ্কে কেবাটাও সূত্ৰ আৱিষ্কৃত হৈছে।

**ভাষা সৃষ্টিৰ সূত্ৰ**

ভাষা সৃষ্টিৰ ক্ষেত্ৰত আৱিষ্কৃত হোৱা সূত্ৰ সমূহৰ ভিতৰত (ক) প্ৰাকৃতিক শব্দৰাজিক অনুকৰণ কৰাৰ পৰা সৃষ্টি হোৱা সূত্ৰ (Bow-wow theory), (খ) সহজাত প্ৰবৃত্তিসমূহৰ পৰা সৃষ্টি হোৱা সূত্ৰ (Pooh-pooh theory), (গ) শব্দৰ ওপৰত ভিত্তি কৰি সৃষ্টি হোৱা সূত্ৰ (Ding Dong theory), (ঘ) শক্তিৰ ভাৰসাম্য ৰক্ষা কৰোঁতে হোৱা ধ্বনি উচ্চাৰণৰপৰা সৃষ্টি হোৱা সূত্ৰ (Yeh-He-Ho-theory), (ঙ) ইঙ্গিতাৰ্থৰপৰা সৃষ্টি হোৱা সূত্ৰ (Gesture theory), (চ) ক্ৰমবিকাশবাদ সূত্ৰ (Theory of Evolution) আদিয়েই প্ৰধান।

Bow-Wow সূত্ৰমতে সভ্যতাৰ আদিম স্তৰত মানুহে প্ৰাকৃতিক শব্দৰাজিৰ অনুকৰণ কৰিছিল। পশু-পক্ষীৰ মাত আদি প্ৰকৃতিৰ বস্তুবোৰৰ মাত মানুহে অনুকৰণ কৰিছিল। প্ৰাচীনতম কালত মানুহে চিকাৰ কৰি জীৱন নিৰ্বাহ কৰিছিল। হাতী, ঘোঁৰা, বাঘ, সিংহ আদি জীৱ-জন্তু প্ৰত্যেকৰে স্বকীয়া স্বকীয়া মাত আছে। সেই মাতসমূহ অনুকৰণ কৰোঁতে কৰোঁতে হয়তো এসময়ত মানুহে ভাষাৰ অনুশীলন কৰিবলৈ শিকে।

Pooh-Pooh সূত্ৰমতে ভাষা মানুহৰ সহজাত প্ৰবৃত্তিৰ পৰা সৃষ্টি হোৱা। আনন্দ, বিষাদ আদি অনুভূতিসমূহৰ ফলশ্ৰুতিৰ পৰা সৃষ্টি হোৱা হাঁহি কান্দোনে ভাষাৰ জন্ম দিব পাৰে। ভাষাৰ উচ্চাৰণ পদ্ধতিৰ দিশটোৰ লগত ইয়াৰ পোনপটীয়া সম্পৰ্ক নাথাকে। আবেগৰ তাড়নাত কান্দোন, হাঁহিৰ প্ৰকাৰ বেলেগ বেলেগ হ'ব পাৰে। কিবা এক ভয়ৰ শিঁহৰণত মানুহে যিদৰে কান্দিব, মৰ্মস্পৰ্শী বেদনাৰ তাড়নাত হয়তো কান্দোনৰ সুৰ বেলেগ হ'ব পাৰে। আনন্দত উৎফুল্লিত হ'লে যিদৰে মানুহে হাঁহিব, সাধাৰণ অৱস্থাত একেধৰণে নাহাঁহিবও পাৰে। প্ৰকৃতাৰ্থত বিভিন্ন সময়ত মানুহৰ ভাৱনাৰ অনুৰূপে বিচিত্ৰ হৰ্ষ-বিষাদৰ প্ৰকাশকে ভাষাৰ সৃষ্টিত ইন্ধন যোগাব পাৰে।

Ding-dong সূত্ৰটো ভাষাৰ সৃষ্টিৰ ক্ষেত্ৰত বৰ জনপ্ৰিয়। সাধাৰণ যিকোনো শব্দক অনুকৰণ কৰি সৃষ্টি হোৱা সূত্ৰকে Ding-dong সূত্ৰ বোলে।

ভাষাৰ জন্মৰ ক্ষেত্ৰত আগবঢ়োৱা চতুৰ্থ সূত্ৰটো হ'ল—Yeh-He-Ho সূত্ৰ। এই সূত্ৰ ঊনবিংশ শতিকাৰ পণ্ডিত Noire য়ে আগবঢ়ায়। শক্তিৰ ভাৰসাম্য ৰক্ষা কৰোঁতে সৃষ্টি হোৱা ধ্বনি উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰি এই সূত্ৰ আৱিষ্কৃত হৈছে। মানুহে লগ লাগি যেতিয়া এজোপা গছ কাটে, একোটা ডাঙৰ শিল এঠাইৰপৰা আন ঠাইলৈ লৈ যায় বা আন সামূহিক কাম কৰে তেতিয়াই শক্তিৰ ভাৰসাম্য প্ৰশ্নটো আহি পৰে। আদিম যুগত মানুহে

এনে অনেক সামূহিক কাম কৰিব লগীয়া হৈছিল, ফলত শক্তিৰ ভাৰসাম্য ৰক্ষ কৰোঁতে কিছু ধ্বনিৰ উচ্চাৰণ হৈছিল। তেনেদৰেই হয়তো বিভিন্ন উচ্চাৰণেই ভাষাৰ জন্মত ইন্ধন যোগালে। এ. এচ. ডায়মণ্ড ( A. S. Diamond ) নামৰ এজন পণ্ডিতে এই সূত্ৰৰ ব্যাখ্যা দাঙি ধৰিছে।

ভাষাৰ জন্ম সম্বন্ধে আৰু এক সূত্ৰৰ উদ্ভাৱন কৰা হৈছে। সেয়া হ'ল Gesture সূত্ৰ অৰ্থাৎ ইঙ্গিতৰপৰা সৃষ্টি হোৱা সূত্ৰ। পশু-পক্ষীয়ে চিৎকাৰ আদিৰে বিশেষ বিশেষ অৰ্থ সূচায়। মানুহেও বিভিন্ন অঙ্গী-ভঙ্গী, ইঙ্গিত আদিৰে মনৰ ভাৱ প্ৰকাশ কৰে। বস্তুতে ইঙ্গিতক ভাষা আখ্যাও দিব খোজে। কিন্তু ভাষাৰ বিজ্ঞানসন্মত সূত্ৰমতে ইঙ্গিতক সম্পূৰ্ণৰূপে ভাষা আখ্যাও দিব নোৱাৰি যদিও ইয়াৰ দ্বাৰা ভাব-অৰ্থাদি প্ৰকাশিত হয়। প্ৰাচীন মানৱ সমাজত হয়তো ইঙ্গিতৰ দ্বাৰা সততে মনৰ ভাৱ প্ৰকাশ কৰিবলগীয়া হৈছিল। কিছুমান জাতি বা জনগোষ্ঠীৰ মাজত ইঙ্গিতৰদ্বাৰা ভাব আদান-প্ৰদানৰ প্ৰথা প্ৰচলিত। উদাহৰণ স্বৰূপে উত্তৰ আমেৰিকাৰ ৰেড্ ইণ্ডিয়ান সকলৰ কথা উল্লেখ কৰিব পাৰি। ইঙ্গিতাৰ্থ সূত্ৰৰ, আকৰ্ষণীয় বক্তব্য হ'ল Mouth Gesture সূত্ৰ যিটোৰ ক্ষেত্ৰত চাৰ ৰিচাৰ্ড পাগেট ( Sir Richard Paget ) নামৰ এজন লোকে যুক্তি আগবঢ়াইছিল, আৰু আইচলেণ্ডৰ অধ্যাপক আলেকজেণ্ডাৰ জোহান্নেচন (Alexander gohannesson) নামৰ এজনে ইয়াত সমৰ্থন আগবঢ়ায়। ইঙ্গিতৰপৰা সৃষ্টি হোৱা ধ্বনি-উচ্চাৰণৰ ফলতেই হয়তো শেষলৈ ভাষাৰ সৃষ্টি হয়।

সঙ্গীতৰ পৰা ভাষাৰ সৃষ্টি —আন এটা উল্লেখযোগ্য সূত্ৰ, যাক Musical সূত্ৰ বোলা হয়। এই সূত্ৰৰ প্ৰবক্তা হ'ল ডেনিচ ভাষাবিদ অট' জেচপাৰচন্। তেওঁৰ মতে ভাষাৰ সৃষ্টিৰ ওপৰত উল্লিখিত সূত্ৰকেইটিয়ে সকলোবোৰ দিশ সামৰি নলয়। তেওঁৰ মতে প্ৰথম অৱস্থাত ভাষা আছিল শব্দহীন সঙ্গীত। মানুহৰ মনত ক্ৰিয়া কৰা সাঙ্গীতিক মধুৰতাৰ ফলতে জন্ম হয় সংগীতৰ। ভাষাৰ সৃষ্টিত মানুহৰ এই সূক্ষ্মতম অনুভূতিবো অৱদান নিশ্চয় থাকিব। কোনো কোনোৰ মতে আদিম মানৱৰ ধৰ্মীয় নৃত্যাদিৰ পৰাও ভাষাৰ সৃষ্টি হ'ব পাৰে।

ক্ৰমবিকাশবাদ সূত্ৰই ( Theory of Evolution ) মানুহৰ সভ্যতাৰ ক্ৰমবিকাশৰ দিশ সূচায়। ভাষাৰ ক্ষেত্ৰতো এই সূত্ৰৰ বিশেষ ভূমিকা আছে।

এনেদৰেই ভাষাৰ সৃষ্টিৰ ক্ষেত্ৰত কেবাটাও সূত্ৰ আবিষ্কৃত হৈছে। এই দিশত উল্লিখিত প্ৰত্যেকটো সূত্ৰ ৰ প্ৰয়োজনীয়তা আছে। মানুহেই ভাষাৰ সৃষ্টিকৰ্তা আৰু সামাজিক পৰিবৰ্তন আৰু পৰিবৰ্ধনে ভাষাৰ ইতিহাসত বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে।

ভাষাৰ উৎপত্তিৰ আদি কথা অনুধাৱন কৰিলেই ইয়াৰ প্ৰয়োজনীয় উপাদানসমূহৰ কথা মনলৈ আহিব। মানুহৰ মনত ওপজা ভাৱ প্ৰকাশৰ বাবে যি চিন্তা সি মস্তিষ্ক প্ৰসূত। বুদ্ধি আৰু চেতনাৰ অবিহনে মস্তিষ্কৰ বিকাশ অসম্ভৱ। মানুহৰ মুখ-বিবৰত এনে এক যন্ত্ৰ আছে যাৰ পৰা বিভিন্ন ধ্বনিৰ সৃষ্টি হ'ব পাৰে। কথা কোৱা যন্ত্ৰ বা বাক্-ইন্দ্ৰিয়ই ধ্বনিসমূহৰ উচ্চাৰণত প্ৰধান ভূমিকা গ্ৰহণ কৰে। ধ্বনি উচ্চাৰণত আকৌ শ্বাস-প্ৰশ্বাসৰ ভূমিকাও

উল্লেখযোগ্য। মুখেৰে বায়ু নিৰ্গত কৰাৰ জৰিয়তেহে ধ্বনি উচ্চাৰণ কৰা সম্ভৱ। অৱশ্যে বিশৃঙ্খলভাৱে কিছুমান ধ্বনি উচ্চাৰিত হ'লে ই ভাষা হ'ব নোৱাৰে। ইঙ্গিতাৰ্থ বহন কৰা প্ৰতীকবোৰে (যেনে—কলা-বোবাৰ ঠাঁৰ-চিঞৰ, টেলিগ্ৰাম, বিভিন্ন যান-বাহন নিয়ন্ত্ৰিত আদি সংকেত) কেতিয়াবা কেতিয়াবা একোটা অৰ্থ প্ৰকাশ কৰে সঁচা; কিন্তু ভাষাৰ বিজ্ঞান সন্মত সূত্ৰ অনুসৰি তাক সম্পূৰ্ণ ভাষা বুলি মানি লব নোৱাৰি।

**ভাষাৰ বিজ্ঞান সন্মত সূত্ৰ**

প্ৰণালীবদ্ধ ধ্বনিবিশেষে যেতিয়া একোটা স্বয়ংসম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰে তেতিয়াহে সি ভাষা আখ্যা পাবৰ যোগ্য। প্ৰকৃতাৰ্থত ভাষাৰ বিজ্ঞান সন্মত সূত্ৰ বুলিলে বুজিব লাগিব মানুহৰ মনৰ ভাব প্ৰকাশৰ উদ্দেশ্যে উচ্চাৰণ কৰা বিভিন্ন ধ্বনি-প্ৰতীকৰ প্ৰণালীবদ্ধ ৰূপ যেতিয়া স্বয়ংসম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰে, সিয়ে ভাষা। ইয়াত বক্তা আৰু শ্ৰোতাৰ ভূমিকা উল্লেখনীয়। কিয়নো এজনৰ মনৰ ভাব ধ্বনি প্ৰতীকৰ সহায়েৰে উচ্চাৰিত হৈ আনজনৰ কৰ্ণপটহত ঢৌ তুলি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব লাগিব। গতিকে ভাষাৰ ক্ষেত্ৰত উদ্দীপন আৰু প্ৰতিক্ৰিয়া অপৰিহাৰ্য।

পৃথিৱীত মানৱ-সভ্যতা সংস্কৃতিৰ অগ্ৰগতিয়ে ভাষাৰ ইতিহাসৰ গতিৰো দিক্ নিৰ্ণয় কৰে। জনসংখ্যা বৃদ্ধিৰ লগে-লগে ভাষাৰো প্ৰসাৰ ঘটিল। সমাজ, জাতি গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ লগে লগে ভাষাৰ বৈচিত্ৰ্য আৰু বিস্তৃতি অধিক দ্ৰুততৰ হয়। ভাষাৰ অধ্যয়নৰ আৰম্ভণি ঘটাৰ লগে লগে ইয়াৰ নতুন দিশ উন্মোচিত হ'বলৈ ধৰে। ভাষাৰ বিজ্ঞান সন্মত অধ্যয়ন বৰ বেছি প্ৰাচীন নহয়।

**ভাষাতত্ত্ব কি?**

পৃথিৱীৰ বিভিন্ন ভাষাসমূহৰ মূল, গঠন প্ৰক্ৰিয়া, ইতিহাস, ধ্বনি-ৰূপ-শব্দ প্ৰয়োগ আৰু পৰিবৰ্তন এই সকলো দিশৰ সম্যক প্ৰণালীবদ্ধ আলোচনাই ভাষাৰ প্ৰকৃত স্বৰূপ দাঙি ধৰিবলৈ সক্ষম হৈছে। ভাষাজ্ঞানৰ তাত্ত্বিক দিশটোৰ কথাও এইখিনিতে উল্লেখনীয়। ভাষাৰ এনে প্ৰণালীবদ্ধ আৰু বিজ্ঞানসন্মত অধ্যয়নেই হ'ল ভাষাতত্ত্ব বা ভাষাবিজ্ঞান (Linguistics)। ভাষা অধ্যয়নৰ মূলতে আছে ভাষাজ্ঞানৰ অদম্য স্পৃহা আৰু ভাষাৰ দিশত দেখা দিয়া বিভিন্ন সমস্যা দূৰীকৰণৰ প্ৰচেষ্টা। বৌদ্ধিক কৌতূহল আৰু সৃষ্টি প্ৰৱণতাই ভাষাতত্ত্বৰ নতুন নতুন তথ্য উদ্ঘাটন কৰাত সহায় কৰিছে।

'Lingua'—এই লেটিন শব্দটোৰপৰা ইৰাজীত 'Language' শব্দটোৰ সৃষ্টি হৈছে। 'Lingua' শব্দৰ অৰ্থ হ'ল মাত বা কথা বা ভাষা। 'istics' মানে হ'ল তত্ত্ব বা জ্ঞান বা বিজ্ঞান। এইখিনিতে উল্লেখযোগ্য যে ভাষাতত্ত্ব বা ভাষাবিজ্ঞানৰ চৰ্চা প্ৰাচীন কালৰেপৰা আৰম্ভ হয় যদিও 'Linguistics' শব্দটোৰ প্ৰচলন কিন্তু প্ৰাচীন নহয়। ঊনবিংশ শতাব্দীৰ মাজভাগৰ পৰাহে ইয়াৰ প্ৰচলন হয়।[৪] ভাষাতত্ত্বৰ উন্মেষ আধুনিক যুগতে হয় যদিও প্ৰাচীন কালত ইউৰোপত ভাষাতত্ত্বৰ চৰ্চাৰ এক উকমুকনি পৰিলক্ষিত হয়। প্ৰাচীন কালৰেপৰা বৰ্তমানলৈকে ভাষাতত্ত্বৰ দিশত এক যোগসূত্ৰ আছে। এইখিনিতে এটি কথা স্মৰণযোগ্য যে পাশ্চাত্য দেশত ভাষাতত্ত্বৰ আলোচনা আৰম্ভ হ'লেও প্ৰাচীন ভাৰতত সংস্কৃত ভাষাৰ যি চৰ্চা আছিল

**ভাষাতত্ত্বৰ আৰম্ভণি, ইয়াৰ ইতিহাস**

৪. New Horizons in Linguistics, ed, by J. Lyons, R. Coats, M. Deuchar, G. Gazdar, পৃ. ১

সি লেটিন, গ্ৰীক আদি উন্নত ভাষাৰ লগতহে তুলনীয়। সংস্কৃত পণ্ডিত পাণিনিৰ হাততে সংস্কৃত ব্যাকৰণে ৰূপ লাভ কৰে। ইংৰাজ পণ্ডিত চাৰ উইলিয়াম জোন্‌চে সংস্কৃত আদি ভাষ'সমূহৰ অধ্যয়ন কৰে। ১৯০০-১৯৫০ শতিকাৰ ভিতৰত ইউৰোপ, আমেৰিকা, বৃটিছ পণ্ডিতসকলৰ পৰিশ্ৰমৰ ফলতহে বৰ্তমান ভাষাতত্ত্বই এক ৰূপ লাভ কৰিছে। বৰ্তমানৰ ইউৰোপ আৰু আমেৰিকা ভাষাতত্ত্বৰ ইতিহাসত গ্ৰীক আৰু ভাৰতৰ ভাষাতত্ত্বৰ কৰ্মৰাজি অধিক গুৰুত্বপূৰ্ণ। খৃঃ পূঃ পঞ্চম শতাব্দী আৰু তাৰ পৰৱৰ্তী কালছোৱাৰ গ্ৰীক চিন্তাবিদৰ সূত্ৰসমূহ, মধ্যযুগ আৰু ৰেঁনেচাৰ কালছোৱাৰ ভাষা চৰ্চাই বৰ্তমান যুগত ভাষাৰ অধ্যয়নৰ পথ সুগম কৰি তুলিছে। অষ্টাদশ শতিকাৰ শেহৰপৰা প্ৰাচীন ভাৰতীয় চিন্তাবিদসকল পশ্চিমীয়া দেশত জনাজাত হয় আৰু পশ্চিমীয়া শিক্ষা জগতত অৱদান আগবঢ়ায়। তাৰ বিপৰীতে চীনা ভাষাতাত্ত্বিক পাণ্ডিত্যৰাজিৰ (Sinologyৰ বাহিৰে) প্ৰভাৱ অতি কম পৰিমাণে পৰে আৰু আৰবৰ ভাষাতাত্ত্বিক কৰ্ম পশ্চিমীয়া চিন্তাৰ বিশেষকৈ এৰিষ্ট'টলৰ দাৰ্শনিক লেখনিৰ খেও ধৰি সৃষ্টি হোৱা।

ভাষাতত্ত্বৰ ইতিহাসত পশ্চিমীয়া দেশৰ ভিতৰত পোনতেই নাম লব লাগিব গ্ৰীচৰ। প্ৰাচীন গ্ৰীচতে ভাষাতত্ত্বৰ আৰম্ভণি ঘটে। প্ৰাচীন গ্ৰীচত ভাষাতত্ত্বৰ স্বকীয়া শাখা নাছিল। ইয়াক দৰ্শনৰে অঙ্গীভূত কৰা হৈছিল। সমগ্ৰ ইউৰোপীয় সামাজিক, ৰাজনৈতিক, দাৰ্শনিক চিন্তা-চৰ্চাৰ পথ প্ৰদৰ্শক এই গ্ৰীকসকলেই। ইউৰোপীয় ভাষাতত্ত্বৰ পৰম্পৰা কেবাটাও স্তৰ পাৰ হৈ আহে। খৃঃ পূঃ চতুৰ্থ/পঞ্চম শতিকাৰ পৰা গ্ৰীচত ভাষাতত্ত্বৰ আৰম্ভণি ঘটে প্ৰাচীন ক্লাচিকল লেখকৰ লেখনিৰ ওপৰত হোৱা সাহিত্যিক সমালোচনাৰ জৰিয়তে। এৰিষ্ট'টল (৩৮৪-৩২২ খৃঃ পূঃ) আৰু প্লেটো—এই দুজন গ্ৰীক দাৰ্শনিকৰ লেখনিয়ে ভাষাতত্ত্বৰ প্ৰাৰম্ভতে যথেষ্ট ইন্ধন যোগায়। এৰিষ্ট'টলৰ পয়েটিক্স (Poetics) আৰু প্লেটোৰ ক্ৰেটিলাচ (Crytylus) প্ৰাচীন গ্ৰীক সাহিত্যৰ অনুপম সম্পদ য'ত ভাষা সম্পৰ্কীয় তথ্যৰ সন্তেদ পোৱা যায়। গ্ৰীচত প্ৰচলিত উপভাষাসমূহৰ ওপৰত যথেষ্ট আলোচনা হৈছিল। ধ্বনিতত্ত্ব, ৰূপতত্ত্ব শব্দতত্ত্ব আদি দিশত গ্ৰীক ভাষাতত্ত্বই যথেষ্ট বিকাশ লাভ কৰে প্ৰাচীন যুগতে। আলেকজেন্দ্ৰিয়ান যুগটো গ্ৰীক ভাষাতত্ত্বৰ চৰ্চাৰ আৰম্ভণিৰ যুগ। হোমাৰৰ 'ইলিয়াড' আৰু 'ওডিছী' ৰচনা আৰু এট্টিক গ্ৰীকত ৰচিত সাহিত্যৰ ভূমিকা এইখিনিতে মন কৰিবলগীয়া। এৰিষ্ট'টলৰ মতে 'ভাষা হ'ল মনৰ অভিজ্ঞতাৰ প্ৰতিফলন, আৰু লিখন হ'ল ভাষাৰ প্ৰতিফলন'।[৫]

প্ৰাচীন যুগ

এৰিষ্ট'টলৰ পৰৱৰ্তী সময়ত গ্ৰীচত (এথেন্স) দাৰ্শনিক মতবাদৰ যিবোৰ সম্প্ৰদায় গঢ়ি উঠিছিল তাৰ ভিতৰত ভাষাতত্ত্বৰ ইতিহাসত উদাসীন মতবাদৰ দাৰ্শনিক সম্প্ৰদায়টো (Stoic School) অন্যতম। ইয়াৰ প্ৰবৰ্তক হ'ল খৃঃ পূঃ তৃতীয় শতাব্দীৰ জেনো (Zeno)। এৰিষ্ট'টলৰ দৰে জেনোৱেও দৰ্শনৰ ক্ষেত্ৰত স্ব মত আৰু সূত্ৰৰ উদ্ভাৱন কৰিছিল। এই সময়ছোৱাত গ্ৰীচত ভাষাৰ ক্ষেত্ৰত দুই ধৰণৰ বিতৰ্কৰ উদ্ভৱ হৈছিল

৫. 'Spech is the representation of the experiences of the mind and Writing is the representation of speach', Robins, R. H.: A Short History of Linguistics; পৃ. ১৯

আৰু দুটা দলৰ ( মতবাদৰ ) সৃষ্টি হৈছিল। এদল হ'ল সাদৃশ্যবিদ ( Analogist ) আৰু আনদল হ'ল বিসঙ্গতিবাদী ( Anomalist )। সাদৃশ্যবিদসকল হ'ল পৰম্পৰাগত দৃষ্টিভঙ্গীৰ ( conventional attitude ) আৰু বিসঙ্গতিবাদী সকল হ'ল স্বাভাৱিক ( প্ৰাকৃতিক ) দৃষ্টিভঙ্গীৰ লোক। প্ৰথম দৃষ্টিভঙ্গীৰ সকলে ভাষাৰ ক্ষেত্ৰত ব্যাকৰণগত গঠন ( grammatical structure ) আৰু শব্দ গঠনৰ নিয়মৰ লগতে ব্যাকৰণগত ৰূপ ( grammatical form ) আৰু শব্দৰ অৰ্থৰ ( word meaning ) সমান্তৰাল ৰূপৰ ওপৰত গুৰুত্ব দিয়ে। দ্বিতীয় দলটিয়ে ব্যাকৰণগত আৰ্হিৰ ( grammatical paradigram ) সংখ্যাবাচক অনিয়মিত ৰূপৰ ওপৰত গুৰুত্ব আৰোপ কৰে।[৬] ভাষা পৰম্পৰাগত বুলি ভবা সকলৰ ভিতৰত আলেকজেণ্ড্ৰিয়ান যুগৰ পণ্ডিতসকল উল্লেখযোগ্য। আনহাতে উদাসীন মতবাদৰ ( Stoic ) সকলে ভাষা স্বাভাৱিক ( natural ) বুলি মত দান কৰে। শব্দ আৰু অৰ্থৰ পাৰ্থক্যৰ ক্ষেত্ৰত এইসকলে অধিক গুৰুত্ব আৰোপ কৰিছিল। স্বাভাৱিক বা পৰম্পৰাগত দৃষ্টিভংগী যিয়েই নহওক লাগে ভাষা যে প্ৰত্যেক মানুহৰ চিৰন্তন প্ৰবৃত্তি আৰু সংস্কৃতিৰ এক অপৰিহাৰ্য অঙ্গ এই কথা স্বীকাৰ্য।

খৃঃপূঃ প্ৰথম শতাব্দীৰ আন এজন প্ৰসিদ্ধ বৈয়াকৰণিক ডায়োনিচিয়াচ থ্ৰাক্সে ( Dionysius Thrax ) লেখা 'Technē grammatikē' গ্ৰন্থখন ভাষাতত্ত্বৰ ইতিহাসৰ এক উল্লেখযোগ্য ৰচনা। তেওঁৰ লেখনিত আলেকজেণ্ড্ৰিয়ান যুগৰ পৰশ থাকিলেও উদাসীন মতবাদৰ ( Stoic ) প্ৰভাৱো নপৰা নহয়। গ্ৰীক ভাষা সম্বন্ধে এই গ্ৰন্থখনিত অনেক আলোচনা কৰা হৈছে। আন এজন গ্ৰীক ভাষাবিদ এপল'নিয়াচ, ডাইচ'লাচ, ( Apollonius Dyscolus ) নামৰ এজনে গ্ৰীক ভাষাৰ ক্ষেত্ৰত ভালেকেইখন গ্ৰন্থ ৰচনা কৰিছে। ব্যাকৰণৰ দিশত এইজন ভাষাবিদে ভালেমান তথ্য আগবঢ়াইছে। তেওঁৰ পুত্ৰ হেৰডিয়'নে ( Herodian ) গ্ৰীক শ্বাসাঘাত ( accentation ) আৰু ছেদ প্ৰকৰণৰ ( punctuation ) ক্ষেত্ৰত স্ব মত আগবঢ়াইছে। প্ৰকৃতাৰ্থত ভাষাতত্ত্বৰ ইতিহাসত গ্ৰীক সকলেই প্ৰথম আৰু প্ৰধান ভূমিকা গ্ৰহণ কৰিছে।

ভাষাতত্ত্বৰ ইতিহাসৰ প্ৰথমাৰ্দ্ধতে গ্ৰীকসকলৰ লগে লগে ৰোমানসকলৰ নাম উল্লেখযোগ্য। ব্যাকৰণৰ আৰ্হিৰ ক্ষেত্ৰত ৰোমানসকলে গ্ৰীকৰ আৰ্হিকে অনুকৰণ কৰে। প্ৰাচীন ক্লাচিকেল সাহিত্যৰ যুগটোৰ ভাষাতত্ত্বৰ অধ্যয়নত লেটিন ভাষাই মুখ্য ভূমিকা গ্ৰহণ কৰে। আনকি জুলিয়াচ চিজাৰেও ব্যাকৰণৰ দিশত গুৰুত্ব আৰোপ কৰিছিল।[৭] গ্ৰীচ-ৰোমৰ অবদান সমগ্ৰ ইউৰোপীয় সভ্যতালৈ অপৰিসীম। ৰোমান সকলে দীৰ্ঘদিন জুৰি গ্ৰীকসকলৰ লগত সাংস্কৃতিক আৰু বৌদ্ধিক আদৰ্শৰ ক্ষেত্ৰত একত্ৰ হৈ আছিল। গ্ৰীকক বাদ দি ৰোমান সংস্কৃতিৰ সম্পূৰ্ণ কল্পনা কৰিব নোৱাৰি। ৰোমানসকলৰ ভিতৰত প্ৰোনতেই বৈয়াকৰণিক ভেৰোৰ ( Varro ) নাম লব লাগিব। ভেৰো হৈছে লেটিন ভাষাৰ প্ৰথম উল্লেখযোগ্য ভাষাবিদ যাৰ সময়সূচী খৃঃপূঃ ১১৬ৰ পৰা ১২৭ৰ ভিতৰত ধাৰিব পাৰি।

৬. Robins, R. H. : General Linguistics An Introductory Survey, § ৯.৬, পৃ. ৩৭৪

৭. Rabins, R. H. ; General Linguistics An Introductory Survey, § ৯.৬, পৃ. ৩৭৫

'De Lingua Latina'ত তেওঁ ভাষাতাত্ত্বিক মতসমূহ প্ৰদৰ্শন কৰিছে। তেওঁ উদাসীন মতাদৰ্শৰ (Stoic) দ্বাৰা প্ৰভাৱান্বিত হৈছিল। ভাষাৰ বুৎপত্তি (etymology), ৰূপতত্ত্ব (morophology) আৰু শব্দতত্ত্ব (Syntax) এই তিনিওটা দিশৰে তেওঁ আলোচনা কৰিছিল। তেওঁৰ ভাষাগত মতবাজিৰ সমালোচনা হৈছিল। ভাষাতত্ত্বৰ ইতিহাসত এইজনা লেটিন লেখকৰ ভূমিকা লেখত লবলগীয়া।

ৰোমান সাম্ৰাজ্য পতনৰ লগে লগে গ্ৰীক সাহিত্য ম্লান পৰে। কিন্তু প্ৰাচীন ক্লাছিকেল লেটিন ভাষাৰ গৌৰৱ সমগ্ৰ ইউৰোপতে বিয়পি পৰে। ভাষাতত্ত্বৰ ইতিহাসত গ্ৰীক আৰু ৰোমৰ প্ৰাচীন যুগটোৰ পিছতে মধ্যযুগটোৰ আৰম্ভ হয়। ডনেটাচ্ (Donatus) আৰু

মধ্য যুগ

প্ৰিচ্চিয়ান (Priscian) যথাক্ৰমে চতুৰ্থ আৰু ষষ্ঠ শতাব্দীৰ লেটিন বৈয়াকৰণিক। এওঁলোকৰ ব্যাকৰণে পৰবৰ্তী মান্য লেটিন ভাষাত ইন্ধন যোগাইছিল। তদুপৰি মধ্যযুগীয় ইউৰোপীয় ভাষাতাত্ত্বিক পাণ্ডিত্য এই দুজনা মনিষীৰ লিখনিৰ দ্বাৰাই উদ্বুদ্ধ হৈছিল। ত্ৰয়োদশ আৰু চতুৰ্দশৰ কালছোৱাত মধ্যযুগীয় ভাষাতত্ত্ববিদসকলে কাল্পনিক (Imaginative), আনুমানিক (Speculative) ব্যাকৰণ ৰচনা কৰে। এই ব্যাকৰণসমূহে লেটিন ভাষাৰ ক্ষেত্ৰত অনেক চমকপ্ৰদ তথ্য স্থাপন কৰে। প্ৰিচ্চিয়ানৰ ব্যাকৰণ গ্ৰীচ-ৰোমৰ দীৰ্ঘদিনীয়া ঐক্যৰ এক ফল মাথোন।[৮] তেওঁৰ 'Instituti ns grammarticae' লেটিন ভাষালৈ উল্লেখযোগ্য অৱদান। মধ্যযুগটোক প্ৰায় খৃষ্টীয় ষোড়শ-সপ্তদশ পৰ্যন্ত ধৰিব পাৰি।

অষ্টাদশ শতিকাৰপৰা ভাষাতত্ত্বৰ ইতিহাসত নতুন নতুন গবেষণ, তথ্য আদি প্ৰতিষ্ঠাপিত হয়। ইয়াৰপৰাই নৱ-জাগৰণৰ যুগটোৰ আৰম্ভণি ঘটে। এই যুগত ইউৰোপীয় ভাষাতত্ত্বৰ অধ্যয়ন পশ্চিমৰ শিক্ষা আৰু গৱেষণাৰ জৰিয়তে প্ৰাচীন গ্ৰীচৰ পুনৰুদ্ধাৰৰ

নৱজাগৰণৰ যুগ

দিশত আৰম্ভ হয়। হিব্ৰু আৰু আৰবী ভাষাৰ বৈয়াকৰণিক অধ্যয়নে এই দিশত অবিহনা যোগায়। এই যুগৰ বৈয়াকৰণিক পেত্ৰুচ ৰমুচ (Petrus Ramus)ৰ 'Scholae grammatical' উল্লেখযোগ্য। গ্ৰীক, লেটিন, ফৰাচী তিনিওভাষাতে তেওঁ ব্যাকৰণ ৰচে। ইৰেচমানে (১৭৬৬-১৫৩৬) গ্ৰীক আৰু লেটিনৰ উচ্চাৰণৰ ওপৰত অধিক গুৰুত্ব দিয়ে।

চীন, জাপান আদিতো ক্ৰমান্বয়ে ভাষাতত্ত্বৰ অধ্যয়ন আৰম্ভ হয়। নব্য বৈয়াকৰণিক সকলে বিভিন্ন ভাষাৰ ব্যাকৰণ প্ৰস্তুত কৰি ভাষাতত্ত্বৰ ইতিহাসত নতুন নতুন অধ্যয়নৰ থলী মুকলি কৰি দিয়ে। ক্ৰমান্বয়ে ভাষাতত্ত্বৰ দিশত বিকাশ আৰম্ভ হয় আৰু কথিত ইউৰোপীয় ভাষাৰো অধ্যয়ন আৰম্ভ হয়। প্ৰেছ আদিয়ে বিভিন্ন গ্ৰন্থাদি প্ৰকাশ কৰি ভাষাতত্ত্বৰ দিশত অগ্ৰগতিৰ সূচনা কৰে।

অষ্টাদশ শতিকাৰ শেষত ইউৰোপীয় ভাষাতত্ত্বৰ পথাৰত এক নতুন শস্য সম্ভাৱনাই দেখা দিয়ে। ভাৰতত ইউৰোপীয় উপনিবেশে সংস্কৃত ভাষাৰ আৱিষ্কাৰ কৰি পশ্চিমীয়া দেশত

৮. 'Priscian's grammar was the fruit of a long period of Greco-Roman unity', Rabins, R. H.; A Short History of Linguistics, পৃ. ৬২.

পাণিনিৰ সংস্কৃত ভাষাৰ তুলনামূলক আৰু ঐতিহাসিক ভাষাতত্ত্বৰ দিক্ উন্মোচন কৰে। ভাৰতীয় ভাষাতত্ত্বৰ পৰম্পৰা সংস্কৃত ভাষাই বহন কৰে যি অতি উচ্চ মানৰ আৰু পশ্চিমীয়া ভাষাতত্ত্বত ইয়াৰ প্ৰভাৱ পৰিলক্ষিত হয়। পাণিনিক ভাৰতীয় ভাষাতত্ত্বৰ প্ৰথম বাটকটীয়া বুলিব পাৰি। ধ্বনি ( Phoneme ) আৰু ধ্বনিতত্ত্ব ( Phonology ) বিশ্লেষণে ভাৰতীয় ভাষাতত্ত্বৰ ক্ৰমবিকাশত মুখ্য ভূমিকা গ্ৰহণ কৰে আৰু যোৱা এশ বছৰ ধৰি ভাৰতীয় ভাষাবিদে প্ৰভূত পাণ্ডিত্যৰ পৰিচয় দাঙি ধৰিবলৈ সমৰ্থ হৈছে। পাণিনিৰ সময়সূচী খৃঃ পূঃ ছশ ( ষষ্ঠ ) শতিকা বা তাৰ পিছৰ বুলি অনুমান কৰা হৈছে। তেওঁৰ ব্যাকৰণ 'অষ্টাধ্যায়ী'ক ভাষাবিদ ব্লুমফিল্ডে ( Bloom field ) 'মানৱ বুদ্ধিমত্তাৰ সৰ্বোৎকৃষ্ট কৃতি' ( 'One of the greatest monument of human intelligence' ) বুলি অভিহিত কৰিছে। পাণিনিৰ ৰচনা বহুতৰ বাবে জটিল, দুৰ্বোধ্য হ'লেও ভাষাতত্ত্বৰ ইতিহাসত ই স্বৰ্ণৰেখা স্বৰূপ। সংস্কৃত ভাষাৰ ধ্বনিতত্ত্বৰ উৎকৃষ্ট বৰ্ণনা আৰু আধুনিক ৰূপৰ ক্ষেত্ৰত সম্পৰ্ক ৰাখি কৰা আনুষ্ঠানিক বিশ্লেষণ ভাৰতীয় ভাষাতত্ত্বৰ পণ্ডিতৰ ৰচনাত ফুটি উঠিছে যি দুটা ঐতিহাসিক বৈশিষ্ট্যৰূপে ধৰিব পাৰি। চাৰ উইলিয়াম জোন্চে ( Sir William Jones ) সংস্কৃত ভাষাৰ যথেষ্ট অধ্যয়ন কৰি অন্যান্য ভাষাৰ লগত ( গ্ৰীক, লেটিন আদি ) ইয়াৰ সম্পৰ্ক সম্বন্ধে তথ্য দাঙি ধৰে। ১৭৮৬ খৃঃ ত এই ইংৰাজ পণ্ডিতজনে 'ৰয়েল এচিয়াটিক চচাইটি অৰ কেলকেতা' লৈ আগবঢ়োৱা প্ৰবন্ধত এনেদৰে কৈছে—যিমানে পৌৰাণিক নহওক, সংস্কৃত ভাষাটোৰ গাঁঠনি আচৰিত ধৰণৰ। ই গ্ৰীক ভাষাতকৈ বেচি স্বয়ংসম্পূৰ্ণ, লেটিনতকৈ বেছি ব্যাপক আৰু দুয়োটাতকৈ অধিক মাৰ্জিত। তদুপৰি ক্ৰিয়ামূল আৰু ব্যাকৰণৰ সংগঠনৰ ক্ষেত্ৰত দুয়োটাৰ লগতে সম্ভৱতঃ ঘটনাক্ৰমে হোৱা বুলি ভবাতকৈ অধিক পাৰিবাৰিক সাদৃশ্যৰেহে জড়িত। এই সাদৃশ্য ইমান শক্তিশালী যে কোনো দাৰ্শনিকে এই তিনিওটা ভাষা অধুনালুপ্ত কোনো এটা সাধাৰণ ( common ) উৎসৰ পৰা নিসৃত হোৱা বুলি বিশ্বাস নকৰাকৈ ইয়াৰ কোনোটো ভাষাৰে পুঙ্খানুপুঙ্খ বিচাৰ কৰিব নোৱাৰে। বৰ বেছি শক্তিশালী বুলি ধৰি নললেও গোথিক আৰু কেলটিক গোষ্ঠীৰ ভাষাৰ প্ৰবচনৰ ( Idiom ) ক্ষেত্ৰত যিমানে পাৰ্থক্য নাথাকিলেও সংস্কৃতৰ লগত মূলৰ ক্ষেত্ৰত একেই আছিল আৰু ইয়াৰ লগত পুৰণি পাৰ্চী ভাষাকো সামৰিব পা ৰ যদি পাৰ্চী ভাষাৰ পৌৰাণিক সম্বন্ধে ইয়াত আলোচনাৰ থল থাকে।[১] এই বক্তব্যই তুলনামূলক ভাষাতত্ত্বৰ এক বিশেষ তথ্য দাঙি ধৰে।

এফ, ৱন চেল্গেল ( F. Von Schlegel ) নামৰ জাৰ্মান পণ্ডিত এজনক পেৰিচত থাকোঁতে ১৮০৩ খৃঃত সংস্কৃতৰ অধ্যয়নৰ বাবে আমন্ত্ৰণ জনোৱা হৈছিল। তেওঁৰে সহোদৰ এ. ডব্লিউ. ৱন. চেল্গেল ( A W. Von. Schlegel ) ১৮১৯ খৃঃত বন বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক আছিল। তেওঁ জাৰ্মানীত সংস্কৃত অধ্যয়নৰ বাবে অধিক আগ্ৰহশীল আছিল। প্ৰথম সংস্কৃত ব্যাকৰণ ইংৰাজী ভাষাত উনবিংশ শতিকাত প্ৰকাশিত হয়।

---

১. 'The Sanskrit Language......of Persia,' Potter. S : Languages in the Modern World, পৃ. ১৮৬.

সংস্কৃতৰ ভাষাগত অধ্যয়নৰ ( ইউৰোপীয়সকলৰ দ্বাৰা ) দুটি ফল দেখা যায়—সংস্কৃত ভাষাৰ সৈতে অন্যান্য ইউৰোপীয় ভাষাৰ তুলনাই তুলনামূলক আৰু ঐতিহাসিক ভাষাতত্ত্বৰ বাট মুকলি কৰে আৰু ইউৰোপীয় পণ্ডিতসকলে সংস্কৃত ভাষাৰ অধ্যয়নৰ দ্বাৰা ভাৰতত ভাষাতত্ত্বৰ পৰম্পৰাৰ লগত পৰিচিত হয়। সংস্কৃতৰ ভাষাতাত্ত্বিক গৱেষণাৰ দিশত চীনৰ বৌদ্ধ ভিক্ষুসকলৰ ( monk ) ভূমিকাও উল্লেখযোগ্য। পাণিনিকে প্ৰমুখ্য কৰি ভাৰতীয় বৈয়াকৰণিকসকলৰ ভাষাতাত্ত্বিক কৰ্মৰাজি পৰৱৰ্তী ভাৰতীয় পণ্ডিতৰ বাবে প্ৰেৰণাস্বৰূপ হৈ ৰয়। দ্ৰাবিড় ভাষাৰ অন্তৰ্গত তামিল আৰু প্ৰাচীনতম ব্যাকৰণ 'ত'ল্‌কাপ্পিয়ম' ( Tolkāppiyam ) এনে প্ৰেৰণাৰে ফল।

ইউৰোপীয় আধুনিক ভাষাতত্ত্বৰ দিশটো উন্মোচিত হয় উনবিংশ শতিকাৰপৰা। আধুনিক যুগৰ ভাষাবিদসকলৰ ভিতৰত হেনৰী চুইট ( Henry Sweet ) আৰু ডেনিয়েল জনচ্‌ৰ ( Denial Jones ) নাম প্ৰথমেই উল্লেখযোগ্য। চুইট হ'ল উনবিংশৰ দ্বিতীয়াৰ্দ্ধৰ গ্ৰেট বৃটেইনৰ ভাষাবিদ যি প্ৰাচীন, মধ্য আৰু আধুনিক ইংৰাজী ভাষাৰ ধ্বনিতত্ত্বৰ অধ্যয়ন কৰে। সেই সময়ত বৃটেইনত ধ্বনিগত অধ্যয়নৰ দিশত অধিক আগ্ৰহশীলতা দেখা যায়। উনবিংশ শতিকাৰ শেষাৰ্দ্ধ আৰু বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত আধুনিক ধ্বনিতত্ত্বৰ বিশেষ বিকাশ ঘটে।

**আধুনিক ইউৰোপত ভাষাতত্ত্বৰ চৰ্চা**

চুইট আৰু জন্‌চ দুয়ো তুলনামূলক আৰু ঐতিহাসিক অধ্যয়নৰ প্ৰতি আগ্ৰহী আছিল জন্‌চৰ 'আউটলাইন অব্‌ ইংলিচ ফনেটিক্‌চ' ( 'Outline of English Phonetics' ) ১৯১৮ চনত প্ৰথম প্ৰকাশ হয়। বৃটেইনত যেতিয়া ধ্বনিতত্ত্বৰ অধ্যয়নৰ প্ৰতি অধিক মনোযোগ দিয়া দেখা হৈছিল, তেতিয়া আমেৰিকাত নৃতাত্ত্বিক অধ্যয়নে পণ্ডিতসকলক অধিক আকৃষ্ট কৰিছিল।

ইউৰোপীয় ভাষাতত্ত্বৰ ইতিহাসৰ এক স্বনাম ধন্য নাম হ'ল চুইজাৰলেণ্ডৰ ফাৰ্ডিনেণ্ড দি চচাৰে ( Ferdinand de Soussure ) যাক 'ভাষাতত্ত্বৰ বাটকটীয়া' ( 'father of Linguistics' ) আখ্যা দিয়া হয়। তেওঁ পেৰিচ অৰু জেনেভাৰ ভাষাতত্ত্বৰ শিক্ষক আছিল। সাধাৰণ ভাষাতত্ত্ব ( General Linguistics ) সম্বন্ধে তেওঁ শিক্ষ প্ৰদান কৰিছিল। তেওঁৰ মৃত্যুৰ পিছত প্ৰকাশ পোৱা (১৯১৬) 'কৰ্চ দি লিংগুইচ্‌টিক্ জেনেৰেল' ( 'Cours de linguistics generale' ) নামৰ গ্ৰন্থখনি ভাষাতত্ত্বৰ গঠনমূলক লেখনিৰ প্ৰথম গ্ৰন্থ। ইন্দো ইউৰোপীয় তুলনামূলক ভাষাতত্ত্বলৈ চচাৰেৰ বৰঙণি উল্লেখযোগ্য। বিংশ শতাব্দীৰ ভাষাতাত্ত্বিকলৈ চচাৰেৰ প্ৰভাৱ সুস্পষ্ট। পূৰ্বতে আলোচনা নোহোৱা ভাষাতত্ত্বৰ কেবাটাও দিশ চচাৰেৰ লেখনিত প্ৰকাশ পায় তেওঁ Langue আৰু Parole ৰ মাজৰ পাৰ্থক্য নিৰ্ণয় কৰে। সমাজতত্ত্ববিদ এমিলি ডাৰখেইমৰ ( Emile Durkheim ) লেখনিৰ দ্বাৰা তেওঁ প্ৰভাৱান্বিত হৈছিল। চচাৰেৰ মতে ভাষা ( langue ) হৈছে এক সামাজিক সংঘটন ( fact )। ভাষাতত্ত্ব ভাষাৰ সৈতে জড়িত আৰু বিশেষ উচ্চাৰণৰ পদ্ধতিও ( Parole ) ইয়াৰ অন্তৰ্গত।

সেইসময়ৰ ইউৰোপীয় ভাষাতত্ত্বৰ অন্যান্য পণ্ডিতসকলৰ ভিতৰত আমেৰিকাৰ ডব্লিউ

ডি. হুইট্‌নি ( W. D. Whitney ), পোলেণ্ডৰ জন বডউইন দি কর্টিনে (Jan Bandouin de courtenay ), আমেৰিকাৰ ফ্ৰাঞ্জ ব'আজ ( Franz Boas ), ডেনৰ অট'জেচপাৰচন ( Otto Jesperson ) আদিৰ নাম উল্লেখযোগ্য। ভিলিম মথেচিয়াচ্ ( Vilim Mathesius ) নামৰ ভাষাবিদে 'অন্ দি পটেন্‌চিয়েলিটি অব দি ফেনমেন্ অব লেংগুৱেজ' ( 'On the poetentiality of the phenomena of Language' )—এই শীৰ্ষক বক্তৃতা প্ৰাগত প্ৰদান কৰিছিল। ইয়াৰ পিছতে ভাষাতত্ত্বৰ ক্ষেত্ৰত আন্তঃৰাষ্ট্ৰীয় অধিবেশনৰ সূত্ৰপাত হয়। প্ৰথম আন্তঃৰাষ্ট্ৰীয় ভাষাবিদৰ অধিবেশন ১৯২৮ খৃষ্টাব্দত অনুষ্ঠিত হয়। প্ৰথম আন্তঃৰাষ্ট্ৰীয় শ্লাভিচিচ্‌টৰ ( slavicists ) অধিবেশন ১৯২৯ খৃষ্টাব্দত প্ৰাগত অনুষ্ঠিত হয। প্ৰথম আন্তঃৰাষ্ট্ৰীয় ধ্বনিতত্ত্বৰ অধিবেশন ১৯৩২ খৃষ্টাব্দত আষ্টাৰডামত অনুষ্ঠিত হয়। এই তিনিওখন অধিবেশনেই আধুনিক ইউৰোপীয় ভাষাতত্ত্বৰ ইতিহাসত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। ইয়াৰ পিছত ক্ৰমান্বয়ে, প্ৰাগ, ভিয়েনা, লণ্ডন, কোপেনহেগেন, পেৰিচ, এডিনবাৰ্গ, আমেৰিকা ছোভিয়েত ৰুচিয়া আদিত ভাষাতত্ত্বৰ গৱেষণাকেন্দ্ৰ স্থাপিত হয়।

১৯৩৩ খৃষ্টাব্দত ব্লুমফিল্ডৰ 'Language', ১৯৫৭ খৃষ্টাব্দত নঅম চমস্কিৰ 'Syntactic structure' ১৯৬৪ খৃষ্টাব্দত ইংৰাজী ভাষাবিদ আৰ. এইচ. ৰবিন্সৰ 'General Linguistics Survey', ১৯৭৯ খৃষ্টাব্দত জে, এম, ওৱাই চিম্প্‌চনৰ A First course in Linguistics' আদি গ্ৰন্থ আধুনিক ভাষাতত্ত্বৰ উল্লেখযোগ্য গ্ৰন্থ। এডৱাৰ্ড ছাপিৰ ( Edward Sapir ), জে, আৰ, ফিৰ্থ ( J. R. firth ), ক্ৰবেট্‌জকয় ( Trubetzkoy ) আদিও এই সময়ৰ উল্লেখযোগ্য ভাষাবিদ। অট জেচপাৰচনৰ 'Language its nature, development and origin' শীৰ্ষক গ্ৰন্থখনিও ভাষাতত্ত্বৰ এক উৎকৃষ্ট ৰচনা। ভাষাতত্ত্ব সম্বন্ধে ৰবিন্সে এনেদৰে মন্তব্য কৰিছে 'ভাষাতত্ত্ব হ'ল অভিজ্ঞানৰ ( empirical ) বিজ্ঞান। ইযাৰ বিষয়বস্তু নিৰীক্ষণ কৰা যায় ইন্দ্ৰিয়গ্ৰাহ্য কথন, দৃশ্যমান হোৱা বাক্-ইন্দ্ৰিয়ৰ গতিবিধি নাইবা যন্ত্ৰপাতিৰ সহায় লৈ অনুধাৱন কৰা বক্তাৰ বক্তব্যৰ সংবেদনশীলতা আৰু লিখনি দেখি বা শুনি....।'

ভাষাতত্ত্বৰ ক্ষেত্ৰত লিখিত আৰু কথিত ভাষা দুয়োৰে গুৰুত্ব অপৰিসীম। কথিত ভাষা লিখিত ভাষাতকৈ সদায়ে আগবঢ়ুৱা। অৱশ্যে ভাষাবিদৰ বাবে দুয়োৰে গুৰুত্ব সমান। ভাষাতত্ত্বৰ ইতিহাস অনুধাৱন কৰিলে দেখা যায় পশ্চিমীয়া দেশত ইয়াৰ প্ৰসাৰ অধিক। পৃথিৱীৰ সকলোবিলাক দেশেই বৰ্তমানে ভাষাতত্ত্বৰ বহল পথাৰ শস্য শ্যামলা কৰিবৰ বাবে যত্নপৰ হৈছে। নিত্য নতুন তথ্য উদ্‌ঘাটনে ভাষাতত্ত্বৰ পৰিসৰ ক্ৰমাৎ বৃদ্ধি কৰিছে।

---

১০. Simpson, J. M. Y,: A First course in Linguisttics, § ৬.৭, পৃ. ৪৩

# দ্বিতীয় অধ্যায়

## ভাষাতত্ত্বৰ শাখা আৰু প্ৰশাখা

(ক) বৰ্ণনাত্মক ভাষাতত্ত্ব
(খ) ঐতিহাসিক ভাষাতত্ত্ব
(গ) তুলনামূলক ভাষাতত্ত্ব

অন্যান্য ভাষাতত্ত্ব ঃ

(ক) সমাজ ভাষাতত্ত্ব
(খ) ভেদাত্মক ভাষাতত্ত্ব
(গ) মনস্তত্ত্ব ভাষাতত্ত্ব
(ঘ) ভূ-ভাষাতত্ত্ব
(ঙ) প্ৰয়োগ ভাষাতত্ত্ব

# ভাষাতত্ত্বৰ শাখা আৰু প্ৰশাখা

● **ভাষাতত্ত্বৰ শাখাসমূহ** ( Branches of Linguistics ) :

ভাষাৰ শৃঙ্খলাবদ্ধ অধ্যয়নৰ পৰিণতিতে ভাষাতত্ত্বৰ বা ভাষাবিজ্ঞানৰ উদ্ভৱ। প্ৰধান ভাবে ভাষাতত্ত্বৰ শাখাসমূহক তিনিটা প্ৰধান ভাগত বিভক্ত কৰা হৈছে :

(১) বৰ্ণনাত্মক ভাষাতত্ত্ব ( Descriptive linguistics ),
(২) ঐতিহাসিক ভাষাতত্ত্ব ( Historical linguistics ) আৰু
(৩) তুলনামূলক ভাষাতত্ত্ব ( Comparative linguistics )।

ভাষাৰ অধ্যয়নত এই তিনিওটা শাখাৰে বিশেষ বিশেষ ভূমিকা আছে। ইয়াৰ উপৰিও প্ৰায়োগিক ভাষাতত্ত্ব, বৈপৰীত্যমূলক ভাষাতত্ত্ব আদিও উল্লেখযোগ্য।

(ক) **বৰ্ণনাত্মক ভাষাতত্ত্ব** ( Descriptive linguistics ) :

বৰ্ণনাত্মক ভাষাতত্ত্ব হৈছে কোনো ভাষাৰ কোনো এক বিশেষ সময়ৰ শৃঙ্খলাবদ্ধ অধ্যয়ন। এটা ভাষাৰ গঠন প্ৰণালীৰ সম্ভেদ দিয়াই হৈছে ইয়াৰ মুখ্য কাম। ইয়াত এটা ভাষাৰ লগত আন এটা ভাষাৰ তুলনাৰ প্ৰসঙ্গ নাথাকে আৰু এটা ভাষাৰ ঐতিহাসিক অধ্যয়নো ইয়াৰ উদ্দেশ্য নহয়। প্ৰকৃততে ঐতিহাসিক অধ্যয়ন অথবা তুলনামূলক অধ্যয়নৰ মূলতেই আছে বৰ্ণনাত্মক অধ্যয়নৰ ভূমিকা। ভাষাৰ গঠনৰ ক্ষেত্ৰত দুই ধৰণৰ সামগ্ৰী নিহিত হৈ থাকে—প্ৰথমটো হৈছে ধ্বনি ( sound ) আৰু দ্বিতীয়টো হৈছে ধাৰণা, সামাজিক পৰিবেশ, অৰ্থ ইত্যাদি। বৰ্ণনাত্মক ভাষাতত্ত্বৰ দুটা দিশ থাকে—ধ্বনিতত্ত্ব ( Phonology ) আৰু ব্যাকৰণ ( Grammar )। ধ্বনিতত্ত্বত ধ্বনি আৰু ইয়াৰ বিভিন্ন উচ্চাৰণ পদ্ধতি, ব্যাকৰণৰ ক্ষেত্ৰত ৰূপ আৰু অন্যান্য আনুষংগিক দিশসমূহ। বৰ্ণনাত্মক ভাষাতত্ত্বৰ ক্ষেত্ৰত কথিত ভাষাৰ অধিক গুৰুত্ব আছে।

ভাষাৰ অধ্যয়নত যিকোনো ভাষাৰে প্ৰথম আৰু প্ৰধান কথা হ'ল ইয়াৰ ধ্বনিসমূহৰ বিষয়ে পুঙ্খানুপুঙ্খভাবে অধ্যয়ন কৰা। ভাষাবিদৰ বাবে মাতৃভাষাৰ অধ্যয়ন কৰাটো সহজসাধ্য কাম। কাৰণ নিজৰ ভাষাৰ ধ্বনিসমূহৰ সম্যক ধাৰণা থকাৰ বাবেই যথাযথভাবে সজাই উলিওৱাত অলপো কষ্ট নহয়। আনহাতে আকৌ আন ঠাইৰ লোকৰ বাবে সেই ভাষাটোৰ ধ্বনিসমূহ অধ্যয়ন কৰোঁতে বিভিন্ন সমস্যাই দেখা দিব পাৰে। প্ৰধান সমস্যাটো হৈছে বানান আৰু উচ্চাৰণৰ। ইংৰাজী ভাষাৰ ধ্বনিতত্ত্বৰ অধ্যয়ন কৰিবলগীয়া হ'লে প্ৰথমেই ইয়াৰ স্বৰধ্বনি ( vowels ) আৰু ব্যঞ্জনধ্বনি ( cosonants ) বিলাকৰ এক তালিকা প্ৰস্তুত কৰিব লাগিব। ইংৰাজীভাষী সকলৰ বাবে এইটো একেবাৰেই উজু কাম। কিন্তু আনভাষীলোকৰ বাবে ই অলপ হ'লেও জটিল হ'ব। প্ৰধানকৈ a e i o

u এই পাঁচোটা স্বৰধ্বনি ইংৰাজী ভাষাত থাকিলেও জিভাৰ অংশ অনুযায়ী ইয়াৰ ভাগ কেইটা এনে ধৰণৰ—

| | সম্মুখ | মধ্য | পশ্চাৎ |
|---|---|---|---|
| উচ্চ | i | ɨ | u |
| মধ্য | e | ə | o |
| নিম্ন | æ | a | ɔ |

ইয়াৰ উদাহৰণ এনেধৰণৰ—

| i | bit
| e | bet
| a | bat
| o | boat
| u | boot
| æ | bat | bæt |
| ə | but | bət |

ব্যঞ্জনধ্বনিৰ ক্ষেত্ৰত সাধাৰণতে ২১টাৰ প্ৰয়োগ থাকিলেও ধ্বনিৰ প্ৰকাৰ আৰু উচ্চাৰণৰ স্থানৰ তালিকা এনেদৰে নিৰূপণ কৰিব পাৰি—

| | দ্বৌষ্ঠ্য | দন্তৌষ্ঠ্য | দন্ত্য | দন্ত্যমূলীয় | দন্ত্যমূলীয় তালব্য | কণ্ঠ্য | কণ্ঠ্য-নালীয় |
|---|---|---|---|---|---|---|---|
| স্পর্শ— অঘোষ | p | | | t | | k | |
| স্পর্শ— ঘোষ | b | | | d | | g | |
| ঘৃষ্ট— অঘোষ | | | | | č | | |
| ঘৃষ্ট— ঘোষ | | | | | ǰ | | |
| উষ্ম— | | | | | | | h |
| সমপাৰ্শ্ব— অঘোষ | | f | θ | | | | |
| সমপাৰ্শ্ব— ঘোষ | | v | ð | | | | |
| উত্থিত পাৰ্শ্ব অঘোষ | | | | s | š | | |
| উত্থিত পাৰ্শ্ব ঘোষ | | | | z | ž | | |
| পাৰ্শ্বিক—ঘোষ | | | | l | | | |
| নাসিক্য—ঘোষ | m | | | n | | ŋ | |
| অৰ্ধস্বৰ—ঘোষ | w | | | r | y | | |

ভাৰতীয় আৰ্যভাষা সমূহতো বানান আৰু উচ্চাৰণ অনুযায়ী স্বৰধ্বনি আৰু ব্যঞ্জন-ধ্বনিবিলাকৰ তাৰতম্য নিৰ্ণয় কৰিব পাৰি। অসমীয়া ভাষাটো প্ৰাচীন ভাৰতীয় আৰ্য (বৈদিক সংস্কৃত) সম্ভূত হলেও ইয়াৰ ধ্বনিৰীতিত কিছু পাৰ্থক্য পৰিলক্ষিত হয়। অসমীয়া ভাষাত বানানৰ ক্ষেত্ৰত ১১টা স্বৰবৰ্ণ আৰু উচ্চাৰণৰ ক্ষেত্ৰত ৮টা স্বৰধ্বনিৰ প্ৰয়োগ দেখা যায়। ব্যঞ্জনবৰ্ণ ৪১টা হলেও উচ্চাৰণৰ ক্ষেত্ৰত কেৱল ২১টা (অৰ্ধস্বৰ দুটাক বাদ দি) ব্যঞ্জনধ্বনিৰ প্ৰয়োগহে দেখা যায়। পৃথিৱীৰ সকলোবিলাক ভাষাৰ বৰ্ণনাত্মক অধ্যয়ন কৰোঁতে ধ্বনিৰীতিৰ এই দুয়োটা দিশৰ প্ৰতি প্ৰথমে আলোকপাত কৰিব লাগিব। তেতিয়াহে ভাষাৰ গঠনৰ প্ৰাথমিক দিশটোৰ উমান পোৱা যাব।

ধ্বনিগত বিশেষত্বৰ ক্ষেত্ৰত ইংৰাজী ভাষাৰে এটা উদাহৰণ দাঙি ধৰিব পাৰি। ইংৰাজী ভাষাত P (প) ধ্বনিটোৰ প্ৰয়োগ তিনি ধৰাৰ প্ৰয়োগ হ'ব পাৰে। উদাহৰণ-স্বৰূপে তিনিটা শব্দৰ P (প) ধ্বনিটোৰ প্ৰয়োগ তিনি ধৰণৰ হয়—'Pin', 'Spin' আৰু 'Captain'। ইংৰাজীত ইয়াৰ উচ্চাৰণ ক্ৰমে ph, P আৰু P' হব। কিন্তু নিৰক্ষৰ ইংৰাজলোকক ইয়াৰ সম্বন্ধে সুধিলে ইয়াৰ পাৰ্থক্যৰ তাৰতম্য বিচাৰ নকৰি কেৱল P (প) ধ্বনি বুলিহে উল্লেখ কৰিব। ভাষাবিজ্ঞানীৰ বাবে এনেধৰণৰ ধ্বনি অধ্যয়নে বৰ্ণনাত্মক ভাষাতত্ত্বৰ দিক্ মুকলি কৰি দিয়। আন এটা উদাহৰণ এইখিনিতে উল্লেখ কৰিব পাৰি। আধুনিক ভাৰতীয় আৰ্যভাষাৰ অন্তৰ্গত মাৰাঠী ভাষা আদ্য ব্যঞ্জনযুক্ত ḍongar (ডোঙৰ) আৰু মধ্য ব্যঞ্জনযুক্ত Vāḍā (বাড়া)—এই শব্দ দুটাৰ ḍ (ড) ধ্বনি দুটা ধ্বনিগতভাৱে সম্পূৰ্ণ বেলেগ। প্ৰথমটো হ'ল ঘোষ মূৰ্দ্ধন্য স্পৰ্শ আৰু দ্বিতীয়টো ঘোষ মূৰ্দ্ধন্য উৎক্ষেপ (flap) ধ্বনি। সাধাৰণ মাৰাঠী লোকে এই দুয়ো ধ্বনিৰ মাজত থকা সামঞ্জস্যৰ বিচাৰ নকৰি একে ধ্বনি বুলিয়ে ক'ব। ভাষাবিদৰ কাম হ'ল এই দুয়ো ধ্বনিৰে মাজৰ পাৰ্থক্য বিচাৰি উলিয়াই ব্যাখ্যা কৰা। মাৰাঠীৰ ḍ (ড) আৰু r (ড়) ধ্বনিৰ যিদৰে সুকীয়া পৰিচয় আছে, ইংৰাজী P (প) ধ্বনিৰো প্ৰয়োগ অনুসৰি সুকীয়া পৰিচয় (উচ্চাৰণ) হ'ব পাৰে। এনে ধৰণেই বৰ্ণনাত্মক ভাষাতত্ত্বই ধ্বনিগত বৈশিষ্ট্যসমূহৰ সকলো দিশ খৰচি মাৰি আলোচনা কৰে। পৃথিৱীত থকা অলেখ ভাষাৰ ধ্বনিমূলক বৈশিষ্ট্যসমূহৰ অধ্যয়ন বৰ্ণনাত্মক ভাষাতত্ত্বইহে দাঙি ধৰিব পাৰে।

শ্বাসাঘাত বা বলাঘাত (Stress) হ'ল ধ্বনিতত্ত্বৰ অন্য এক দিশ। ইংৰাজী ভাষাত মুখ্য (Primary) আৰু গৌণ (Secondary)—এই দুয়োপ্ৰকাৰৰ শ্বাসাঘাতৰ প্ৰয়োগ দেখা যায়। বহুসময়ত শ্বাসাঘাত অক্ষৰৰ সংখ্যাৰ ওপৰত নিৰ্ভৰশীল। পৃথিৱীৰ অন্যান্য ভাষাসমূহৰ ক্ষেত্ৰতো শ্বাসাঘাতৰ ভিন্ন প্ৰয়োগ ঘটিছে যি ভাষাৰ ধ্বনি উচ্চাৰণৰ ক্ষেত্ৰত এক বিশেষ ভূমিকা গ্ৰহণ কৰে। এইখিনিতে ভাষাৰ সুৰলহৰৰ (Intonation) কথাটোও উল্লেখযোগ্য।

ধ্বনিতত্ত্বৰ পিছতে বৰ্ণনাত্মক ভাষাতত্ত্বই সামৰি লোৱা দিশটো হ'ল ৰূপতত্ত্ব। এটা ভাষাৰ ধ্বনিসমূহ, তাৰ উচ্চাৰণৰ পদ্ধতি আদি বিচাৰি উলিওৱাৰ পিছতে ইয়াৰ ব্যাকৰণৰ দিশটোৰ আলোচনা সহজ হৈ উঠিব। একোটা ভাষাত বিভিন্ন শব্দৰ প্ৰয়োগ থাকে।

ইংৰাজী ভাষাত আঠবিধ শব্দ—বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, ক্ৰিয়া-বিশেষণ, উপসৰ্গ (অব্যয়), সংযোজক অব্যয় আৰু ভাববোধক। এই শব্দসমূহৰ বিভিন্ন প্ৰকাৰ আৰু প্ৰয়োগৰ দিশটোৰ আলোচনা ৰূপতত্ত্বই দাঙি ধৰিব। সকলো ভাষাতে শব্দ প্ৰয়োগ বা শব্দ গঠনৰ প্ৰণালী একে নহয়। ক্ৰিয়া গঠন ৰূপতত্ত্বৰ এক বিশেষ দিশ। ধাতু বা ক্ৰিয়ামূল (verb-root) আৰু প্ৰত্যয়ৰ (Suffix) ভূমিক এইখিনিতে বিশেষভাবে উল্লেখযোগ্য। ইংৰাজী ভাষাত Walk, talk, follow আদি হ'ল ধাতু আৰু -s, -ed, -ing আদি প্ৰত্যয়। বহুসময়ত ধাতু বা শব্দৰ পিছত প্ৰত্যয় যোগ কৰোঁতে মূল ধাতু বা শব্দৰ ৰূপান্তৰ ঘটে। ইয়াৰ নাম হ'ল stem। এনে উদাহৰণ ইংৰাজী ভাষাৰ উপৰিও ভাৰতীয় আৰ্য ভাষাতো আছে।

ইংৰাজী ভাষাত সকলো শব্দৰ (Parts of speech) ক্ষেত্ৰত সৰল (simple) আৰু ব্যুৎপত্তিগত (derived) এই দুই ধৰণৰ শব্দৰ প্ৰয়োগ দেখা যায়। ভাষাৰ বৰ্ণনাত্মক অধ্যয়নত ৰূপতত্ত্বৰ সকলোবিলাক দিশ পুঙ্খানুপুঙ্খভাবে আলোচিত হ'ব লাগিব। ইয়াৰ লগে লগে শব্দতত্ত্ব আৰু বাক্যতত্ত্বৰ দিশ দুটাও বৰ প্ৰয়োজনীয়।

ভাষাৰ বৰ্ণনাত্মক অধ্যয়নৰ ক্ষেত্ৰত ভাৰতীয় আৰ্যভাষাৰ ৰূপতাত্ত্বিক দিশটোৰ কথাও এইখিনিতে কিছু পৰিমাণে আঙুলিয়াব পাৰি। ভাৰতীয় আৰ্যভাষাৰ প্ৰাচীন স্বৰূপটোৰ ভাষা অধ্যয়ন কৰিলে দেখা যায় ইয়াৰ গঠন ৰীতি বহু পৰিমাণে জটিল আৰু বৈচিত্ৰপূৰ্ণ। বৈদিক সংস্কৃতৰ স্তৰত ৰূপতত্ত্বৰ ক্ষেত্ৰত ইয়াৰ ক্ৰিয়া-ৰূপৰ বৈচিত্ৰ্য মন কৰিবলগীয়া। ক্ৰিয়া-ৰূপৰ ক্ষেত্ৰত (ক্ৰিয়া-মূল) ধাতুৰ প্ৰয়োগৰ ক্ষেত্ৰতে জটিলতা বিৰাজমান। দহবিধ ধাতু বা দশগণ (Ten ganas) আৰু দহবিধ কালৰ বিভক্তি (Ten tenses) প্ৰয়োগ বিধিৰ অৱশ্যে পৰবৰ্তী স্তৰত হ্ৰাস হয়। বাক্য. ক্ৰিয়াভাৱ আদিৰ দিশটো বৈদিক সংস্কৃতৰ বৈচিত্ৰ্য ক্ৰমাৎ হ্ৰাস হয়। এইদৰে বিভিন্ন ভাষাৰ একোটা বিশেষ স্তৰৰ ধ্বনি, ৰূপ, শব্দ, বাক্য আদিৰ সকলো দিশৰ প্ৰণালীবদ্ধ আৰু বিজ্ঞানসম্মত অধ্যয়নেই বৰ্ণনাত্মক ভাষাতত্ত্বৰ মূল ভেঁটি। অন্যান্য ভাষাতত্ত্বৰ শাখাসমূহেও ইয়াৰ ওপৰত ভিত্তি কৰিহে আগবাঢ়ি যাব পাৰে।

বৰ্ণনাত্মক ভাষাতত্ত্ব বিশেষ একোটা উপভাষাৰ অধ্যয়নৰ দিশতো আগবাঢ়িব পাৰে। উপভাষা এ কাটাৰ বিশেষ স্তৰৰ অধ্যয়নৰ ক্ষেত্ৰত বৰ্ণনাত্মক ভাষাতত্ত্বই সহায় কৰে, ই সামাজিক উপভাষাও হ'ব পাৰে। এ'কাটা ভাষাৰ বিশেষ স্তৰৰ ভাষা অধ্যয়নত বৰ্ণনাত্মক ভাষাতত্ত্বই গুৰুত্ব আৰোপ কৰে বাবে ই একোটা ভাষাৰ পঞ্জীয়কৰ দৰে। উপভাষাই একো একোটা ভাষাৰ বৈচিত্ৰ্য ৰূপ দাঙি ধৰে। কাৰণ, একোটা মান্যভাষাৰ অন্তৰালত কেবাটাও উপভাষা থাকিব পাৰে। মানুহে যি ভাষা কোৱা ঠাইত জন্ম লভে, ডাঙৰ দীঘল হয়, শিক্ষালাভ কৰে সেই ঠাইৰ ভাষাই মানুহক প্ৰভাৱান্বিত কৰে। কথিত ভাষা আৰু লিখিত ভাষাৰ মাজত কিছু বৈসাদৃশ্য আছে। এজন বন্ধুলৈ লিখা এখন চিঠি আৰু এখন ৰচনা লিখাৰ ভাষাৰ মাজত সামান্য প্ৰভেদ নিশ্চয় পৰিলক্ষিত হ'ব। বৰ্ণণাত্মক ভাষাতত্ত্বই যাইকৈ একোটা ঐতিহাসিক স্তৰৰ ভাষাৰ পুঙ্খানুপুঙ্খ বৰ্ণনা দাঙি ধৰিব পাৰে। ইংৰাজী

ভাষাৰ ক্ষেত্ৰতে দেখা যায় প্ৰাচীন ইংৰাজী, মধ্য ইংৰাজী আৰু আধুনিক ইংৰাজী—এই তিনিও স্তৰৰে ভাষাৰ স্বৰূপ বৰ্ণনাত্মক পৃথক পৃথকভাৱে দেখুৱাব পাৰে। অৱশ্যে ইয়াৰ বাবে বিভিন্ন স্তৰৰ পাঠৰ (Text) ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয়। কথিত ভাষা অধ্যয়ন কৰোঁতে ভাষা বিজ্ঞানীয়ে পাঠৰ (Text) পৰিবৰ্তে সেইঠাইৰ লোকৰ কথিত ৰূপৰপৰা ভাষাৰ কেঁচা সামগ্ৰীখিনি উদ্ধাৰ কৰিহে পিছত ভাষাৰ শৃঙ্খলাবদ্ধ ৰূপটো পাব পাৰে। লিখিত ভাষাৰ ক্ষেত্ৰত কিন্তু পাঠহে (Text) ভাষ অধ্যয়নৰ আধাৰস্বৰূপ।

সামগ্ৰিক ভাৱে ৰূপ আৰু শব্দ পৰস্পৰ পৃথক শাখা নহয়। কিছুমান ভাষাৰ ৰূপ আৰু শব্দৰ মাজত বিশেষ পাৰ্থক্য নায়েই। উদাহৰণস্বৰূপে চীন ভাষাত শব্দ আৰু ৰূপৰ মাজত অঙ্গাঙ্গী সম্পৰ্ক। ৰূপগত দিশসমূহৰ ভিতৰত বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, প্ৰত্যয় আদি সকলোৰে সম্যক্ আলোচন বৰ্ণনাত্মক ভাষাতত্ত্বৰ অন্তৰ্গত। শব্দৰ ক্ষেত্ৰত দেখা যায়, পৃথিৱীৰ ভিন্ ভিন্ ভাষাত ভিন্ ভিন্ শব্দৰ প্ৰয়োগ ঘটিছে। একোটা ভাষা অধ্যয়ন কৰোঁতে ভাষাটোৰ শব্দভাণ্ডাৰৰ বিষয়ে সম্পূৰ্ণ জ্ঞান আয়ত্ব কৰিহে ভাষাজ্ঞান সম্পূৰ্ণ কৰিব পৰা যায়। উদাহৰণস্বৰূপে ভাৰতীয় আৰ্যভাষাৰ অন্তৰ্গত অসমীয়া ভাষাৰ শব্দ সম্ভাৰতে বিভিন্ন উৎসৰ পৰা অহা শব্দৰ তালিক প্ৰস্তুত কৰিব পাৰি। তেনেদৰে বিভিন্ন ভাষাৰ শব্দৰ অধ্যয়ন কৰিলেও শব্দাৱলীৰ সম্যক্ জ্ঞান লাভ কৰিব পাৰি। কিছুমান শব্দৰ উৎস বিচাৰ কৰোঁতে কেতিয়াবা কেতিয়াবা তুলনামূলক অধ্যয়নৰ কাম চাপিব লগা হয়। অসমীয়াত প্ৰয়োগ হোৱা 'মাহী' শব্দটো হিন্দীত হয় মৌচি (mausi)।

## ঐতিহাসিক ভাষাতত্ত্ব ( Historical linguistics ) :

ভাষাতত্ত্বৰ বিভিন্ন শাখাৰ ভিতৰত ঐতিহাসিক ভাষাতত্ত্বৰ ভূমিকা গুৰুত্বপূৰ্ণ। বৰ্ণনাত্মক ভাষাতত্ত্বই ভাষাৰ অধ্যয়নৰ প্ৰথম প্ৰণালী উন্মোচিত কৰাৰ পিছতে ইয়াৰ ঐতিহাসিক অধ্যয়নৰ প্ৰয়োজনীয়তা অনুভৱ কৰিব পাৰি। একোটা ভাষাৰ ধ্বনি, ৰূপ, শব্দ আদিৰ পৰিবৰ্তন হয় বিভিন্ন সময় সাপেক্ষেহে। ভাষাৰ বৰ্তমান অৱস্থিতিৰ ওপৰত নিৰ্ভৰ কৰি ইয়াৰ পুৰ্বৰূপৰো পূৰ্বৰূপ অধ্যয়ন কৰি ইয়াৰ পৰিবৰ্তন আৰু বিকাশৰ ধাৰাটো দেখুওৱা ঐতিহাসিক ভাষাতত্ত্বৰহে কাম। ভাষাৰ পৰিবৰ্তনৰ ধাৰাটো অধ্যয়ন কৰোঁতে প্ৰয়োজন হ'ব বিভিন্ন সময়ৰ পাঠৰ (Text)। পৃথিৱীৰ সকলো ভাষাৰে একোটা প্ৰাচীন ৰূপ থাকে। আধুনিক স্তৰ পোৱাৰ আগতে কেবাটাও স্তৰ পাৰ হৈ আহিব পাৰে। প্ৰত্যেক ভাষাৰ সাহিত্যিক নিদৰ্শন বাজিৰ ওপৰত নিৰ্ভৰ কৰি প্ৰাচীন, মধ্য আৰু আধুনিক এই তিনিটা স্তৰৰ বিশেষ গ্ৰন্থ (Text) কিছু লৈ ভাষাৰ অধ্যয়ন প্ৰণালীবদ্ধভাৱে কৰিব পাৰিলেহে ঐতিহাসিক অধ্যয়নৰ কাম সম্পূৰ্ণ হ'ব। প্ৰকৃতাৰ্থত ঐতিহাসিক ভাষাতত্ত্বই ভাষাৰ প্ৰাচীন যুগৰে পৰা বৰ্তমানলৈকে স্তৰভেদে ঘটা পৰিবৰ্তনসমূহ পুঙ্খানুপুঙ্খভাৱে দাঙি ধৰে।

ভাষাৰ পৰিবৰ্তনৰ দিশটো আলোচনা কৰিবলৈ হ'লে প্ৰথমেই ধ্বনি, ৰূপ আৰু শব্দৰ কথাকে বুজিব লাগিব। ধ্বনিগত, ৰূপগত আৰু শব্দগত পৰিবৰ্তনৰ উপৰিও অৰ্থগত পৰিবৰ্তনো হ'ব পাৰে। পৃথিৱীৰ এক উল্লেখযোগ্য ভাষা ইংৰাজীৰ আন্তঃৰাষ্ট্ৰীয় ভাষা ৰূপে

যি ভূমিকা আছে তাৰ ওপৰত ভিত্তি কৰিয়ে ইয়াৰ প্ৰাচীন স্তৰৰপৰা আধুনিক স্তৰলৈ হোৱা পৰিবৰ্ত্তনৰ ধাৰাটো বিভিন্ন উদাহৰণৰ দ্বাৰা চাব পাৰি।

ধ্বনিগত পৰিবৰ্ত্তনৰ ক্ষেত্ৰত মধ্য ইংৰাজী আৰু আধুনিক ইংৰাজীৰ পাৰ্থক্য কিছুমান হ'ল—

hūs ( hu : s )—মধ্য ইংৰাজী
house ( ha'ws )—আধুনিক ইংৰাজী
wif ( wi : f )—মধ্য ইংৰাজী
wife ( wa'yf )—আধুনিক ইংৰাজী
toth ( to : e )—মধ্য ইংৰাজী
tōth ( tu'we )—আধুনিক ইংৰাজী

মধ্য ইংৰাজী আৰু আধুনিক ইংৰাজীৰ স্বৰ ( Vowel ) আৰু ব্যঞ্জন ( Consonant ) ধ্বনিবোৰৰ মাজত সামান্য প্ৰভেদ পৰিলক্ষিত হয়।[১]

ব্যঞ্জনৰ ক্ষেত্ৰত :

| মধ্য ইংৰাজী | আধুনিক ইংৰাজী |
|---|---|
| p t č k | p t č k |
| b d ǰ g | b d ǰ g |
| f $^{\theta}$ s š x h | f $^{\theta}$ s š h |
| v ȣ z | v ǒ z ž |
| m n | m n η |
| w l r y | w l r y |

স্বৰৰ ক্ষেত্ৰত, মধ্য ইংৰাজীৰ স্বৰধ্বনি হ'ল—

| হ্ৰস্বস্বৰ | দীৰ্ঘস্বৰ | দ্বিস্বৰ |
|---|---|---|
| i u | i: u: | ei eu oi ou |
| e o | e: o: | ai au |
| a | æ : a : | |

মধ্য ইংৰাজীৰ দীৰ্ঘস্বৰ ধ্বনিসমূহৰ কিছু পৰিবৰ্ত্তন ( modify ) আধুনিক ইংৰাজীত পৰিলক্ষিত হয়। দ্বিস্বৰৰ ক্ষেত্ৰতো কিছু সালসলনি দেখা যায়।

মধ্য ইংৰাজী—day / dai / dai
আধুনিক ইংৰাজী—day / dey
মধ্য ইংৰাজী—cause / kauze
আধুনিক ইংৰাজী—cause / kɔz

১. Lehmann, W. P.: Historical Linguistics : an Introduction, পৃ. ১৫০

কেতিয়াবা কেতিয়াবা ধ্বনি উচ্চাৰণৰ স্থান পৰিবৰ্তন ভাষাৰ এক বিশেষ বৈশিষ্ট্যৰূপে দেখা যায়। মধ্য ইংৰাজী আৰু আধুনিক ইংৰাজীৰ মাজতো এনে ধৰণৰ পাৰ্থক্যৰ সীমাৰেখা নিৰূপণ কৰিব পাৰি। ঔষ্ঠ্য ধ্বনি দন্তৌষ্ঠ, দন্ত্যধ্বনি দন্ত্যমূলীয়, কণ্ঠ্যধ্বনি তালব্য ধ্বনিলৈ ৰূপান্তৰিত হোৱা দেখা যায়। ইংৰাজীৰ দৰে অসমীয়া ভাষাতো উচ্চাৰণৰ স্থান পৰিবৰ্তনৰ হেতু অপসাৰণ ( Shift ) ঘটা দেখা যায়। অসমীয়া ভাষাটো মূলতঃ প্ৰাচীন ভাৰতীয় আৰ্যৰ ( বৈদিক সংস্কৃত )-পৰা উদ্ভূত। প্ৰাচীন স্তৰৰপৰা মধ্যস্তৰ গৰকি অসমীয়া ভাষাই স্বকীয় ৰূপ লাভ কৰোঁতে প্ৰাচীন বৈদিক সংস্কৃতৰ ধ্বনিৰ পৰিবৰ্তন ( উচ্চাৰণৰ স্থান পৰিবৰ্তন ) বহুক্ষেত্ৰত দেখা যায়।

দন্ত্য>দন্ত্যমূলীয়=ত থ দ ধ ন>ত থ দ ধ ন

উচ্চাৰণৰ ধৰণ অনুসৰিও (manner of articulation) ধ্বনি কেতিয়াবা অপসাৰিত হোৱাৰ উদাহৰণ দেখা যায়। স্পৰ্শধ্বনি উষ্মধ্বনি বা ঘৃষ্ট ধ্বনিলৈ, মহাপ্ৰাণ ধ্বনি অল্পপ্ৰাণ ধ্বনিলৈ অপসাৰিত হোৱাৰ উদাহৰণো দেখা যায়।

**উদাহৰণ :**

স্পৰ্শ>উষ্ম—প্ৰত্ন ইন্দো ইউৰোপীয় | প | (p) প্ৰত্ন জাৰ্মানত | ফ | (f) হয়।

লেটিন pater>গথিক fader.

স্পৰ্শ>ঘৃষ্ট—প্ৰত্ন জাৰ্মান | প | (p) প্ৰাচীন উচ্চ জাৰ্মানত | ফ | (f) হয়।

ইংৰাজী pɔol>জাৰ্মান pfuhl.

মহাপ্ৰাণ>অল্পপ্ৰাণ—প্ৰত্ন ইণ্ডো ইউৰোপীয় | ভ | (bh) প্ৰত্ন জাৰ্মানত | ব | (v) হয়।

সংস্কৃত bharati>গথিক bairip.

অসমীয়া ভাষাতো এনেধৰণৰ কিছু উদাহৰণ দেখা যায়। যেনে :—

মহাপ্ৰাণ>অল্পপ্ৰাণ—চক্ষু>চৰ্খু>চ'কু>চকু।

কোমল তালুৰ স্থান আৰু কণ্ঠতন্ত্ৰীবিৱৰৰ স্থানৰ বাবে ধ্বনি অপসাৰণ ঘটিব পাৰে। কেতিয়াবা আকৌ স্বৰধ্বনিৰ ক্ষেত্ৰতো বিভিন্ন অপসৰণ সাধিত হয়। কেতিয়াবা সংবৃত স্বৰধ্বনি বিবৃত বা বিবৃত স্বৰধ্বনি সংবৃত হ'ব পাৰে। উচ্চাৰণগত ধ্বনি বিজ্ঞানৰ সম্পূৰ্ণ জ্ঞানৰ অবিহনে অপসৰণৰ ধাৰণা সম্পূৰ্ণ নহয়। এইখিনিতে ধ্বনি পৰিবৰ্তনৰ দিশত উপধ্বনিবো পৰিবৰ্তন মনকৰিবলগীয়া।

বহুসময়ত সমীভৱনৰ বাবেও একোটা ধ্বনিৰ ( উচ্চাৰণ ) পৰিবৰ্তন সাধিত হ'ব পাৰে। প্ৰগত বা পৰাগত যিকোনো ধৰণৰ পৰিবৰ্তনেই হ'ব পাৰে। সংস্কৃত ভাষাৰপৰা পালি-প্ৰাকৃতত ঘটা সমীভৱনৰ বাবে ধ্বনি পৰিবৰ্তন হোৱাৰ উদাহৰণ অলেখ আছে।

**উদাহৰণ :** সংস্কৃত—চক্ৰ>প্ৰাকৃত চক্ক

সংস্কৃত—বিল্ব>প্ৰাকৃত বেল্ল

সংস্কৃত—নৃত্য>প্ৰাকৃত নচ্চ

ইংৰাজী ভাষাৰ ইতিহাসত আকৌ দন্ত্য আৰু দন্ত্যমূলীয় ধ্বনিৰ ক্ষেত্ৰত সমীভৱনৰ উদাহৰণ অনেক আছে. তাৰে কিছুমান চেগাচোৰোকাকৈ হোৱা (sporadic) আৰু

কিছুমান উপধ্বনিগত পৰিবৰ্তন। আধুনিক ইংৰাজীত হোৱা এনেধৰণৰ কিছুমান উদাহৰণ হ'ল—[২]

| Won't you | miss you | did you |
|---|---|---|
| [ wo´wnčə ] | [ mı´šə ] | [ dı´jə ] |

স্বৰধ্বনিৰ ক্ষেত্ৰত কেতিয়াবা কেতিয়াবা দুটা বা ততোধিক স্বৰধ্বনি ব্যঞ্জনধ্বনিৰে সৈতে যুক্ত হ'লে, ওচৰাওচৰি স্বৰধ্বনিয়ে উচ্চাৰণত সংৰূপত লাভ কৰে।

**উদাহৰণ :** প্ৰত্ন ইণ্ডো ইউৰোপীয় | এ | (e) যদি | য | (j)ৰ আগত থাকে, সি জাৰ্মানত ৰৈ যায়, সেয়ে প্ৰত্ন ইণ্ডো ইউৰোপীয় | এই | (ey)>প্ৰত্ন জাৰ্মান | ঈ | (i:)

যিদৰে প্ৰাচীন ইংৰাজীত stīgan, প্ৰাচীন উচ্চ জাৰ্মানত stīgan ('climb') হয়, গ্ৰীক আৰু আধুনিক ইংৰাজীত যথাক্ৰমে stei´kho 'come', sty আৰু stile. তেনেদৰে প্ৰত্ন জাৰ্মানত | এ | (e) টো | ই | (i) লৈ সমীভূত হয়।

**উদাহৰণ :** গথিকত mid'jis, প্ৰাচীন ইংৰাজীত midd 'mid', লেটিনত medius.

অভিশ্ৰুতিৰ বাবেও ধ্বনি পৰিবৰ্তন সাধন হোৱাৰ বহুত উদাহৰণ আছে। প্ৰত্ন-জাৰ্মান বা গথিকৰ লগত প্ৰাচীন ইংৰাজীৰ তুলনা কৰিলে দেখা যায়—

প্ৰত্ন জাৰ্মান— mūsiz>প্ৰাচীন ইংৰাজী—mȳs ( 'mice' )

প্ৰত্ন জাৰ্মান—dōmjan 'judge'>প্ৰাচীন ইংৰাজী dϕman>dēman>deem ( আধুনিক ইংৰাজীত )

গথিক—Satjan, প্ৰাচীন ইংৰাজীত Setlan ('Set')

গতিকে দেখা গ'ল স্বৰধ্বনিবোৰৰ এনে পৰিবৰ্তন হয়—a>e, o>ϕ, e, u>y.

প্ৰাচীন ভাৰতীয় আৰ্যভ'ষ ৰূপ সংস্কৃত ভাষাৰ ক্ষেত্ৰতো অভিশ্ৰুতিৰ বাবে পৰবৰ্তী স্তৰত স্বৰধ্বনিৰ পৰিবৰ্তন ঘটে। অসমীয়া ভাষাতো ইয়াৰ বিভিন্ন উদাহৰণ দেখা যায়।

**উদাহৰণ :**

চৈত্ৰ>চইত্ত>চ'ত

ময়ূৰ>*মউৰ>*মইৰ>ম'ৰা

স্বৰ-সঙ্গতি ধ্বনি পৰিবৰ্তনৰ অন্যতম এক বিশেষ কাৰণ। পৃথিৱীৰ বিভিন্ন ভাষাৰ ক্ষেত্ৰতে স্বৰ-সঙ্গতিৰ প্ৰয়োগ দেখা যায়। তুৰ্কী ভাষাৰ ক্ষেত্ৰত এনেধৰণৰ উদাহৰণ কিছুমান হ'ল—

iyidir 'it is good'

Kızdır 'it's a girl'

ওষ্ঠীকৰণ, উপালিজিহ্বীকৰণ, ক্ষতিপূৰণমূলক, দীৰ্ঘীকৰণ, অপিনিহিতি, বিষমীভৱন, সমাক্ষৰলোপ আদি বিভিন্নধৰণে ধ্বনিৰ পৰিবৰ্তন ঘটিব পাৰে। পৃথিৱীৰ সকলোবিলাক ভাষাৰে ঐতিহাসিক অধ্যয়নৰ ক্ষেত্ৰত ধ্বনি পৰিবৰ্তনৰ প্ৰথম আৰু প্ৰধান স্থান লাভ কৰিছে।

---

২. Lehmann, W. P. : Historical Linguistics ; an Introduction, পৃ. ১৮২

**ৰূপতাত্ত্বিক পৰিবৰ্তন :**

ভাষাৰ ঐতিহাসিক অধ্যয়ন কৰোঁতে ধ্বনিগত পৰিবৰ্তনবিলাক যিদৰে দৃষ্টিগোচৰ হয় ৰূপগত পৰিবৰ্তনৰ ক্ষেত্ৰতো কিছুমান পৰিবৰ্তন পৰিলক্ষিত হয়। ভাষা একোটাৰ জন্মৰ গতিৰেখাৰপৰা বিভিন্ন সময়ৰ পৰিবৰ্তন পাৰ হৈ এক নতুন ৰূপত প্ৰতিষ্ঠিত হওঁতে বিভিন্ন কাৰণৰ সমাবেশত ৰূপৰ পৰিবৰ্তন ঘটিব পাৰে। ইংৰাজী ভাষাৰ ক্ষেত্ৰতে দেখা যায় একোটা শব্দ আধুনিক ইংৰাজীত যিদৰে প্ৰয়োগ হয়, প্ৰাচীন ইংৰাজীত তেনেদৰে নহয়। সেতিয়াবা কেতিয়াবা একোটা শব্দৰ ইতিবৃত্ত বিচাৰ কৰোঁতে প্ৰাচীন ইন্দো-ইউৰোপীয়ৰ স্তৰলৈকে খুৰি চাবলগীয়া হয়।

**উদাহৰণ :**

আধুনিক ইংৰাজী brother<প্ৰাচীন ইন্দো-ইউৰোপীয় bhrātér

আধুনিক ইংৰাজী father<প্ৰাচীন ইন্দো-ইউৰোপীয় আৰু প্ৰাচীন জাৰ্মান patér

'brother' শব্দটো প্ৰাচীন ইন্দো ইউৰোপীয়ৰ bhrātér শব্দৰপৰা প্ৰাচীন ইংৰাজী আৰু মধ্য-ইংৰাজীত বিভিন্ন ধৰণৰ পৰিবৰ্তন হয়। 'father' শব্দৰ ক্ষেত্ৰতো একে কথাই খাটে।

সাদৃশ্যৰ ( analogy ) ফলত ভাষাত ৰূপগত পৰিবৰ্তন ঘটিব পাৰে। শিশু বা ন-শিকাৰুৱে নতুনকৈ ভাষা শিকোঁতে সাদৃশ্যৰ উদ্ভৱ হয়। ৰূপগত পৰিবৰ্তনৰ দিশত প্ৰত্যক্ষভাৱে ধ্বনি পৰিবৰ্তনৰ দিশটোও নিহিত হৈ থাকে। ইংৰাজী ভাষাত সাদৃশ্যৰ বিভিন্ন উদাহৰণ আছে। একবচনৰপৰা বহুবচন কৰোঁতে বা বিশেষণৰ তুলনা কৰোঁতে দেখা যায় শিশুৱে অনেক শব্দৰ সৃষ্টি কৰে যাৰ ফলত সাদৃশ্যৰ উদ্ভৱ হয়। 'book' শব্দ 'books' হোৱাৰ দৰে 'Tooth' শব্দৰ পৰা 'Tooths', 'foot' শব্দ 'foots' কৰাৰ প্ৰৱণতা অতি স্বাভাৱিক। বিশেষণৰ তুলনাৰ ক্ষেত্ৰত দেখা যায়—old-older হোৱাৰ দৰে good-gooder কৰাৰ প্ৰৱণতা দেখা যায়। শিক্ষক শুধৰাই দিওঁতে শিশুৰ বুদ্ধিৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। প্ৰাচীন ইংৰাজীৰ প্ৰথম পুৰুষৰ একবচনৰ বৰ্তমান কালত ব্যৱহাৰ হোৱা write এক অক্ষৰ যুক্ত হৈ অন্ত্যস্বৰ লুপ্ত হৈ যায়, অনুস্বাৰ লগ লাগি। তদুপৰি অসমাপিকাৰ প্ৰাচীন ইংৰাজীত -an ( অন্ ) -en ( অন্ ) হৈ পিছত e ( এ ) লুপ্ত হৈ যায়। বহুবচনৰ ক্ষেত্ৰতো কেতবোৰ পৰিবৰ্তন লক্ষ্য কৰিব পাৰি। ইংৰাজী ভাষাৰ উপৰিও অন্যান্য ভাষাতো সাদৃশ্যৰ বাবে ভাষাত হোৱা পৰিবৰ্তন লক্ষ্য কৰা যায়। সংস্কৃত ভাষাত সাদৃশ্যৰ উদাহৰণস্বৰূপে' কৰ্ণ শব্দৰ দ্বিবচন কৰ্ণৌ, হস্ত শব্দৰ দ্বিবচন হস্তৌ হোৱাৰ দৰে একে সম্বন্ধীয় দুজন ব্যক্তি বা সম্বন্ধ থকা বা নথকা প্ৰাণীৰ ক্ষেত্ৰতো একে ৰূপ হয়। যেনে।—

ৰাম-লক্ষ্মণৌ, সিংহ-শৃগালৌ।

অসমীয়া ভাষাত √খা ৰ পৰা খালে, খাইছিল ; শিশুৰ ক্ষেত্ৰত √যা ৰ পৰা যালে যাইছিল হ'ব। 'মাষ্টৰ'ৰ পিছত 'অনী' প্ৰত্যয় লগ লগাই 'মাষ্টৰণী' কৰাৰ দৰে 'মেম'ৰ লগত 'অনী' প্ৰত্যয় লগ লগাই 'মেমনী' কৰে।

শব্দবোৰৰ অৰ্থ সংকুচিত আছিল, পিছলৈ বিস্তাৰিত হবলৈ ধৰিলে। ইয়াক অৰ্থবিস্তাৰ বোলে, প্ৰথমতে শব্দটোৰ বিস্তাৰিত অৰ্থ আছিল; কিন্তু পিছলৈ অৰ্থটোৰ সংকোচন ঘটিল, ইয়াৰ নাম অৰ্থ সংকোচ আৰু প্ৰথমতে শব্দটোৰ যি অৰ্থ আছিল পিছলৈ সম্পূৰ্ণ পৰিবৰ্তিত হ'ল ইয়াক অৰ্থাদেশ বোলা হয়।

শব্দৰ অৰ্থ পৰিবৰ্তনৰ এই ত্ৰি-ধাৰাৰ মূলতে বিভিন্ন কাৰণ সন্নিবিষ্ট হৈ থাকিব পাৰে। ভৌগোলিক, সাংস্কৃতিক, সামাজিক আদি কাৰণৰ উপৰিও অৰ্থ-তত্ত্বৰ মূলতে মনোবৈজ্ঞানিক কাৰণেই প্ৰধান। শব্দৰ অৰ্থৰ পৰিবৰ্তনৰ মূলতে থাকে শব্দৰ মৃত্যু, নতুন শব্দৰ সৃষ্টি ইত্যাদি। ভাষাৰ ঐতিহাসিক অধ্যয়নৰ ক্ষেত্ৰত শব্দাৰ্থ পৰিবৰ্তনৰ দিশটো অপৰিহাৰ্য। একোটা ভাষাত প্ৰয়োগ হোৱা শব্দৰাজিৰ ঐতিহাসিক অধ্যয়নৰ লগতে অৰ্থ পৰিবৰ্তনৰ দিশটোও সাঙোৰ খাই থাকে।

## তুলনামূলক ভাষাতত্ত্ব ( Comparative linguistics ) :

ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়নৰ দিশত বৰ্ণনাত্মক আৰু ঐতিহাসিক ভাষাতত্ত্বৰ ভূমিকাৰ পিছতে তুলনামূলক ভাষাতত্ত্বৰ প্ৰয়োজনীয়তা অনুভব কৰিব পাৰি। একোটা ভাষাৰ গাঁথনিৰ ৰূপৰ আভাস দাঙি ধৰে বৰ্ণনাত্মক ভাষাতত্ত্বই। ঐতিহাসিক ভাষাতত্ত্বৰ কাম হ'ল একোটা ভাষাৰ আৰম্ভণিৰপৰা বৰ্তমানলৈকে প্ৰত্যেক স্তৰৰ অধ্যয়ন কৰা। ভাষাৰ এই দিশৰ কাম সমাপ্ত হোৱাৰ লগে লগে একোটা ভাষাৰ লগত আন আন ভাষাৰ সাদৃশ্য, বৈসাদৃশ্য আদি অনুধাৱন কৰাৰ প্ৰশ্নটো উত্থাপিত হয়। সমগোত্ৰীয়ই হওক বা নহওক, বেলেগ বেলেগ ভাষাৰ ধ্বনি, ৰূপ, শব্দ, বাক্য আদিৰ তুলনা কৰিও ভাষাৰ অধ্যয়ন কৰিব পাৰি। এয়েই হ'ল তুলনামূলক ভাষাতত্ত্ব। অৱশ্যে ঐতিহাসিক ভাষাতত্ত্বৰ গাত আঁউজিহে তুলনামূলক ভাষাতত্ত্ব আগবাঢ়িব পাৰে। তুলনামূলক অধ্যয়নৰ জৰিয়তে পৃথিৱীৰ সকলোবিলাক ভাষাৰে সামঞ্জস্য, অসামঞ্জস্য আদিৰ আভাস পাব পাৰি।

পৃথিৱীৰ অসংখ্য ভাষাৰ ভিতৰত ইংৰাজী, জাৰ্মান, ৰুচ, গ্ৰীক, লেটিন, ইটালী, ফৰাচী আদি ভাষাবিলাকৰ অধ্যয়নৰ দ্বাৰা এই সকলোবোৰ যে একে মূলৰপৰা উদ্ভৱ হোৱা সেই কথা দৃষ্টিগোচৰ হৈছে। তুলনামূলক অধ্যয়নে এই ক্ষেত্ৰত বিশেষভাৱে সহায় কৰিছে। ভাৰতীয় আৰ্যভাষা সংস্কৃতৰ লগত গ্ৰীক, লেটিন, ইংৰাজী আদি ভাষাৰ দূৰনিৰতীয়া সম্পৰ্ক যেন লাগিলেও প্ৰকৃততে এই ভাষাবোৰৰ লগত সংস্কৃত ভাষা সমগোত্ৰীয়। এই কথা উদ্‌ঘাটন কৰোঁতে তুলনামূলক ভাষাতত্ত্বহে আগবণুৱা। ঐতিহাসিক ভাষাতত্ত্ব একোটা ভাষাৰ ওপৰতে সীমাবদ্ধ। কিন্তু তুলনামূলক ভাষাতত্ত্বই দুটা বা ততোধিক ভাষাক সামৰি লয়। আনহাতে, বিদেশী ভাষা একোটা আয়ত্ব কৰিবলৈ যাওঁতেও তুলনামূলক ভাষাতত্ত্বৰ প্ৰয়োজনীয়তাৰ কথা আহি পৰে। বিদেশী ভাষাৰ লগত মাতৃভাষাৰ তুলনাৰ প্ৰশ্ন উত্থাপিত হয়। মাতৃভাষাৰ শব্দৰাজি, ধ্বনিৰ প্ৰয়োগ, প্ৰত্যয়, বিভক্তি আদিৰ প্ৰয়োগ, বাক্য গঠনৰ প্ৰণালী আদিৰ লগত বিদেশী ভাষাটোৰ সেই দিশবোৰৰ তুলনাত্মক আলোচনা কৰিহে তাৰ সম্যক জ্ঞান আহৰণ কৰিব পাৰি।

সংস্কৃত পণ্ডিত পাণিনিৰ হাতত‌ে ভাষাতত্ত্বৰ বিকাশ ঘটে। ইংৰাজ পণ্ডিত চাৰ উইলিয়াম জোনচে অষ্টাদশ শতিকাত সংস্কৃত আদি ভাষাবোৰ অধ্যয়ন কৰি লেটিন, গ্ৰীক আদিৰ লগত তুলনামূলক অধ্যয়নৰ দিশ উন্মোচন কৰে। তেওঁৰ লেখনিৰপৰা এইকথা প্ৰতিপন্ন হয় যে সংস্কৃত, গ্ৰীক আৰু লেটিন এই তিনিও ভাষা মূলতঃ একেই ধাৰাৰপৰা (ইন্দো-ইউৰোপীয়) অহা। এই ভাষা কেইটাৰ তুলনামূলক অধ্যয়নেহে এই কথা প্ৰমাণ কৰাত সহায় কৰিছে। অৱশ্যে জোনচৰ এই মন্তব্য একেবাৰেই নতুন নহয়। ষোড়শ শতিকাত ইটালীয় মিছনেৰী Filippo Sassettiয়ে ইটালীয় সংখ্যাবাচক শব্দৰ লগত সংস্কৃত সংখ্যাবাচক সাদৃশ্যৰ কথা উল্লেখ কৰে। ১৭৬৮ খৃষ্টাব্দতে ফ্ৰান্সৰ Father Coeudoux-য়েও সংস্কৃত আদি ভাষাৰ কিছুমান শব্দৰ লগত লেটিন ভাষাৰ কিছু শব্দৰ তুলনা কৰে।

আলেকজেণ্ডাৰ হেমিল্টনৰ নামটোও এইখিনিতে উল্লেখযোগ্য। তুলনামূলক ভাষাতত্ত্বই বৰ্তমানে দ্ৰুতভাৱে অগ্ৰগতি লাভ কৰিছে। ডেনিচ পণ্ডিত ৰমুচ ৰাস্কয়ে (Rasmus Christian Rask) ১৮১৮ খৃঃত তুলনামূলক ইন্দো-ইউৰোপীয় ব্যাকৰণ প্ৰকাশ কৰে, যিখন গ্ৰন্থ ভাষাতত্ত্বৰ ইতিহাসত এক মাইলৰ খুটি স্বৰূপ। ভাষাতত্ত্বৰ ইতিহাসক ঘাইকৈ তিনিটা ভাগত বিভক্ত কৰিব পাৰি—প্ৰথমটো ৰাস্কৰ পৰা নব্য-বৈয়াকৰণিক সকললৈকে, দ্বিতীয়টো ব্ৰাগমেনৰ পৰা ব্লুমফিল্ডলৈ আৰু তৃতীয়টো ব্লুমফিল্ডৰপৰা বৰ্তমানলৈকে।

ৰাস্কে জাৰ্মানীয় ভাষাৰ ব্যঞ্জনধ্বনিৰ পৰিবৰ্তনৰ এক সূত্ৰ নিৰ্ণীত কৰে। অঘোষ স্পৰ্শ প ত ক (p. t. k) ধ্বনি>অঘোষ উষ্ম ফ থ (?) হ (f θ h); ঘোষ স্পৰ্শ ব দ গ (b d g) ধ্বনি>অঘোষ প ত ক (p t k); মহাপ্ৰাণ ঘোষ স্পৰ্শ ভ ধ ঘ ধ্বনি>অল্প-প্ৰাণ ব দ গ (b d g) ধ্বনিলৈ ৰূপান্তৰিত হয় বুলি ৰাস্কে মত প্ৰদান কৰে। ইয়াৰ পিছত তেওঁৰ সমসাময়িক জেকব গ্ৰিম্ নামৰ পণ্ডিতে এই সূত্ৰৰ পৰিবৰ্ধিত ৰূপ উদাহৰণৰ সৈতে প্ৰতিষ্ঠা কৰে। সেইবাবেই এই সূত্ৰক গ্ৰিমৰ সূত্ৰ (Grimm's law) নামে অভিহিত কৰা হয়। ইন্দো-ইউৰোপীয় ভাষাৰ স্পৰ্শধ্বনি কিছুমানৰ জাৰ্মানীয় ভাষালৈ হোৱা পৰিবৰ্তনৰ সম্পৰ্ক আলোচনা কৰে। এই পৰিবৰ্তন প্ৰথমে প্ৰাগৈতিহাসিক যুগত আৰু দ্বিতীয়তে খৃঃ সপ্তম শতিকামানত হৈছিল বুলি অনুমান কৰা হয়। গ্ৰিমৰ সূত্ৰ অনুসৰি ইন্দো ইউৰোপীয় অঘোষ স্পৰ্শ ধ্বনি প ত ক>জাৰ্মানীয় ক থ খ; ইন্দো-ইউৰোপীয় ঘোষ স্পৰ্শ ব দ গ>জাৰ্মানীয় অঘোষ প ত ক; ইন্দো-ইউৰোপীয় ঘোষ ভ ধ ঘ>জাৰ্মানীয় ঘোষ ব দ গ।

জাৰ্মানীয় ভাষাৰ ভিতৰত জাৰ্মান, গোথিক, ইংৰাজী, ডাচ্চ, স্কেণ্ডিনেভীয়, নৰবে, চুইডেন, ডেনমাৰ্ক আদিৰ ভাষা পৰে। আন ইন্দো-ইউৰোপীয়ৰ ভিতৰত সংস্কৃত, গ্ৰীক, লেটিন আদি ভাষা পৰে। গতিকে ৰাস্কে আৰু গ্ৰিম আদি পণ্ডিতে উলিওৱা ধ্বনি সূত্ৰমতে একোটা ধ্বনিৰ পৰিবৰ্তনৰ উমান পোৱাৰ লগে লগে তুলনামূলক অধ্যয়নৰ দিশটো মুকলি হয়। অৱশ্যে এই সূত্ৰটোৰ কেতিয়াবা কেতিয়াবা ব্যতিক্ৰম লক্ষ্য কৰা যায়। গ্ৰীমৰ সূত্ৰ আৰু উচ্চ জাৰ্মান ব্যঞ্জনধ্বনি অপসৰণৰ প্ৰয়োগৰ ক্ষেত্ৰত পৰৱৰ্তী ভাষাবিদ কাৰ্ল ব'আজ, আগষ্ট ফ্ৰিড্‌ৰিচ্ পট্ট আদিয়ে স্ব মত আগবঢ়াইছে। ১৮৩৩ খৃঃত' ব'আজে ইন্দো-

ইউৰোপীয় ব্যাকৰণ প্ৰণয়নৰ বাবে কাম আৰম্ভ কৰে। সেই একেবছৰতে পট্টে "Etimological Investigations"ৰ কাম আৰম্ভ কৰে। ইংৰাজী mother শব্দটো প্ৰাচীন নৰ্চত ( Norse ) হয় mōder বা modir, প্ৰাচীন চেক্সনত moder, প্ৰাচীন উচ্চ জাৰ্মানত muoter। এই উমৈহতীয়া ( common ) জাৰ্মানীয় শব্দ mōder শব্দটোৰ লগত সমগোত্ৰীয় সংস্কৃত ভাষাৰ māter, গ্ৰীক ভাষাৰ mētēr, লেটিনৰ māter শব্দলৈ আঙুলিয়াব পাৰি। প্ৰত্ন ইন্দো-ইউৰোপীয়ৰ এই শব্দটো ব্যৱহাৰ হৈছিল *mater ৰূপে। একোটা বিশেষ শব্দৰ বিভিন্ন ভাষাত হোৱা প্ৰয়োগৰ কথা তুলনামূলক অধ্যয়নৰ দ্বাৰাই পাব পাৰি। mother শব্দৰ দৰেই father, sister, brother আদি শব্দবো তেনেদৰেই তুলনামূলক অধ্যয়ন কৰিব পাৰি। এনেধৰণৰ অধ্যয়নৰ দিশত বপ, পট্ট আৰু ঊনবিংশ শতিকাৰ ভাষাতাত্ত্বিক সকলেই পথ প্ৰদৰ্শন কৰি গৈছে। অৱশ্যে তেওঁলোকৰ অধ্যয়নৰ ধাৰাত ভুল-ক্ৰটিও নথকা নহয়।

ঊনবিংশ শতিকাৰ মধ্যভাগৰ এগৰাকী প্ৰসিদ্ধ ভাষাবিদ হ'ল এ, চেন্নাইচাৰ ( A. Schleicher ) তেওঁৰ 'Compendium of the comparative grammar of the Indo-Germani Language' গ্ৰন্থখনিত ইন্দো-জাৰ্মানী ভাষাৰ সম্বন্ধে তুলনামূলক আলোচনা দাঙি ধৰা হৈছে, যিখন ১৮৬১ খৃষ্টাব্দত প্ৰকাশ পায়। জীৱনৰ যুব-কালত তেওঁ ইউৰোপৰ ভালেমান ভাষাৰ অধ্যয়ন কৰে। লিথুনিয়াৰ ভাষাৰ ওপৰত তেওঁ অধ্যয়ন কৰি Hand book of the Lithuanian Language' প্ৰকাশ কৰে, যিখন বিজ্ঞান সম্মত বিশ্লেষণৰ প্ৰামাণ্য পুথি। ভাষাতত্ত্বৰ অধ্যয়নৰ লগে লগে এইজনা পণ্ডিত দৰ্শন আৰু প্ৰাকৃতিক বিজ্ঞানৰ প্ৰতিও আকৃষ্ট আছিল। তেওঁৰ বংশানুক্ৰম সূত্ৰই ( genealogical model ) ইণ্ডো-ইউৰোপীয় ঐতিহাসিক ভাষাতত্ত্বৰ দিশৰ অগ্ৰগতিত ইন্ধন যোগাইছে। মূল ইন্দো-ইউৰোপীয় ভাষাৰপৰা বিভিন্ন ভাষাবোৰৰ সৃষ্টি আৰু ইটো ভাষাৰ লগত আনটো ভাষাৰ সম্পৰ্কৰ ক্ষেত্ৰত এই সূত্ৰই সহায় কৰিছে। চেন্নাইচাৰৰ অনুগামীসকলৰ ভিতৰত বিশেষভাৱে তেওঁৰ ছাত্ৰ J. Schmidt য়ে এই ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি আগবঢ়ায়। ইন্দো-ইৰাণীয় ভাষাৰ পৰা সৃষ্ট ভাৰতীয় আৰ্যভাষাৰ সম্বন্ধেও চেন্নাইচাৰে মত প্ৰদান কৰিছে। আৰ্যভাষা ৰূপে সংস্কৃত ভাষাৰ স্বৰধ্বনি যে মূল ইন্দো-ইউৰোপীয় স্বৰধ্বনিৰ পদ্ধতিৰ পৰাই আহিছে এই কথা তেওঁ প্ৰতিপন্ন কৰে। ইন্দো-ইউৰোপীয় ভাষাৰ তুলনামূলক ভাষাতত্ত্বৰ ইতিহাসত ১৮৬১ চনৰপৰা ১০৯১ চনলৈ G. Von der Gabelenz আৰু Hittite আদি ভাষাবিদৰ বিশেষ ভূমিকা আছে।

গ্ৰীমৰ সূত্ৰৰ ব্যাখ্যা দাঙি ধৰে কোপেনহেগেনৰ কাৰ্ল বাৰ্ণাৰে। তেওঁৰ বিখ্যাত প্ৰবন্ধ 'An Exception of the first sound-shifting' প্ৰকাশ পায়। বাৰ্ণাৰৰ পিছত কাৰ্ল ব্ৰাগমেন ( Karl Brugmann ), আগষ্ট লেচ্‌কিন্ ( August Leskein ), হাৰমান অচ্‌থফ্ ( Hermann Osthoff ), হাৰ্‌মান পাল ( Hermann Paul ) আদি অন্যান্য ভাষাবিদসকলে ভাষাতত্ত্বৰ ইতিহাসৰ দ্বিতীয় স্তৰৰ শুভাৰম্ভ কৰে। 'Outline of the comparative Grammar of the Indo germanic Languages' নামৰ গ্ৰন্থখনি

কাৰ্ল ব্ৰাগমেনে বাৰ্থল্ড ডেলবাৰ্কৰ ( Berthold Delbruck ) সহযোগত কেবাটাও খণ্ডত ১৮৮৬ খৃঃৰ পৰা ১৯০০ৰ ভিতৰত প্ৰকাশ কৰে। হাৰমান পালৰ 'Principles of Linguistic History' ( ১৮৮০ ) গ্ৰন্থখনি পৰৱৰ্তী ভাষাবিদ সকলৰ বাবে প্ৰেৰণা স্বৰূপ। ফাৰ্ডিনেণ্ড দি চচাৰে হ'ল ভাষাতত্ত্বৰ ইতিহাসত এক বিশেষ নাম যাৰ বক্তৃতাবিলাকে ইন্দো ইউৰোপীয় ভাষাৰ জ্ঞান আহৰণত বিশেষ সহায় কৰে। পেৰিচ আৰু জেনেভাৰ ভাষাতত্ত্বৰ এই শিক্ষকজনে সামান্য ভাষাতত্ত্ব ( General linguistics ) সম্বন্ধে শিক্ষা প্ৰদান কৰিছিল। চাৰ্লচ বেলি ( Charles Bally ) আৰু আলবাৰ্ট চেচেহয় ( Albert Scehehaye ) নামৰ ফাৰ্ডিনেণ্ডৰ ছাত্ৰ দুজনৰ প্ৰচেষ্টাত তেওঁৰ 'Cours delinguistique generale' নামৰ গ্ৰন্থখনি ১৯১৬ চনত প্ৰকাশ পায়। ভাষাতত্ত্বৰ বাটকটীয়া এই ভাষাবিদজনৰ লেখনিৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী আছিল। তেওঁ এই কথা প্ৰতিপন্ন কৰে যে ভাষা বিভিন্ন স্তৰৰ সৈতে গঠিত। তেওঁ কেৱল কথা ( speech ) আৰু ভাষাৰ ( language ) সম্বন্ধে নতুন তথ্য প্ৰদান কৰে। তেওঁৰ অনুগামীসকলে বৰ্ণনাত্মক ভাষতত্ত্ব আৰু তুলনাত্মক ভাষাতত্ত্বৰ ( comparative philology ) অধ্যয়নত পাৰদৰ্শিতা দেখুৱায়।

ফ্ৰাঞ্জ বআজ, এড্‌বাৰ্ড চেপিৰ আৰু ব্লুমফিল্ড ফাৰ্ডিনেণ্ডৰ পৰৱৰ্তী পণ্ডিত। বআজে aboriginal dialect বিলাকৰ সম্পৰ্কে তথ্য সংগ্ৰহ কৰে। চেপিৰে কালিফোৰ্নিয়া আৰু Oregonৰ কথিত ভাষাৰ ওপৰত অধ্যয়ন কৰে। ব্লুমফিল্ড বৰ্তমানৰ ফিলিপাইন দ্বীপৰ মান্যভাষা ( পোছাকী—Offical Language ) টগলাক্ ( Tagalog ) বিশেষজ্ঞ। ব্লুমফিল্ডৰ 'লেংগুৱেজ' ভাষাতত্ত্বৰ ইতিহাসৰ তৃতীয়স্তৰৰ বিশেষ গ্ৰন্থ যাৰ প্ৰভাৱ পৰৱৰ্তী লেখক আৰু ভাষাগত অধ্যয়নত অনুভৱ কৰিব পাৰি। ব্লুমফিল্ড প্ৰকৃততে এক ব্যৱহাৰবাদী ( behaviourist )। তেওঁৰ দ্বাৰা উদ্বুদ্ধ আমেৰিকাৰ লেখকসকল হ'ল ব্লচ্ ( Bloch ), ট্ৰেগাৰ ( Trager ), হ'কেট ( Hockett ) আদি। এই সকলে অ-ইন্দো ইউৰোপীয় ভাষা সমূহৰ অধ্যয়ন কৰি ভাষাগত বিশ্লেষণত ব্ৰতী হয়। ব্লুমফিল্ডৰ 'লেংগুৱেজ' লেখাৰ সময়ত বিশিষ্ট ধ্বনি-সূত্ৰই বিশেষ ৰূপ লাভ কৰে। উত্তৰ আমেৰিকাত চেপিৰ ( Sapir ) আৰু ব্লুমফিল্ডৰ সূত্ৰই যিদৰে সমাদৰ লাভ কৰে তেনেদৰে মধ্য ইউৰোপত ক্ৰবেট্‌জ্‌কয় ( Trubetzkoy ) আৰু জেকোব্‌চন ( Jakobson ), চীনত ইভন্ ৰেন চাওৰ ( Yven Ren Chao ) লেখনিয়ে প্ৰভাৱ পেলায়। প্ৰথম আৰু দ্বিতীয় আন্তঃৰাষ্ট্ৰীয় ভাষাবিদৰ অধিবেশনত ( যথাক্ৰমে ১৯২৮ আৰু ১৯৩২ খৃষ্টত ) বিশিষ্ট ধ্বনিৰ সম্পৰ্কে ফলপ্ৰসূ আলোচনা অনুষ্ঠিত হয়। পৃথিৱীৰ যিবিলাক ভাষাৰ সাহিত্যিক নিদৰ্শন, লিপি অথবা ইতিহাস পোৱা নগৈছিল, সিবিলাকৰ আলোচনাত সেই অধিবেশনত তুলনামূলক আৰু বিশ্লেষণাত্মক কৰা হৈছিল।

দুটা বিদেশী ভাষাৰ যদি অধ্যয়ন কৰিবলগীয়া হয়, তেনেহলে দুয়ো ভাষাৰে পাঠৰ (Text) পৰা ভাষাৰ কেইটা দিশৰ তুলনামূলক আলোচনা কৰিব লাগিব। উদাহৰণ স্বৰূপে জাৰ্মান আৰু ফৰাচী ভাষাৰ যদি অধ্যয়ন কৰা হয়, তেনেহলে প্ৰথমেই দুয়ো ভাষাৰে

ধ্বনিতাত্ত্বিক দিশটো তুলনা কৰিব লাগিব। দুয়ো ভাষাৰে ধ্বনিসংখ্যা নিৰ্ণয় কৰি তাৰ প্ৰয়োগবিধি আলোচনা কৰিব লাগিব। ফৰাচী ভাষাত চাৰিটা নাসিক্য ধ্বনি আছে; কিন্তু ইংৰাজীতে হ্ৰস্ব আৰু দীৰ্ঘৰ মাজত ধ্বনিগত বৈপৰীত্য প্ৰদৰ্শন নকৰে। অন্ত্য শ্বাসাঘাতযুক্ত অক্ষৰত চাৰিওটা নাসিক্য স্বৰধ্বনি আৰু দুটা মুখবিবৰৰ স্বৰধ্বনি ( buccal vowels ) দীৰ্ঘ হয়। বাকী থকা স্বৰধ্বনিকেইটা দীৰ্ঘ হয় যদিহে পদান্ত ব্যঞ্জন জ (j), ৰ (r), ৱ (v), ভ্ৰ (vr) আৰু য (z) থাকে। ইংৰাজীৰদৰে জাৰ্মান ভাষাত দীৰ্ঘ আৰু হ্ৰস্ব স্বৰ দুয়োটা থাকে। ফৰাচী ভাষাত এক অক্ষৰযুক্ত অন্ত্য স্বৰধ্বনি হ্ৰস্ব হয়। উদাহৰণস্বৰূপে beau (bo) 'beautiful' cou (ku) ; 'neck' আদি শব্দৰ কথা উল্লেখ কৰিব পাৰি। জাৰ্মান ভাষাত কিন্তু ই দীৰ্ঘৰূপে প্ৰয়োগ হয়, যেনেদৰে—roh (ro) 'raw' kuh (ku) 'cow' আদি শব্দত প্ৰয়োগ হোৱা দীৰ্ঘস্বৰ। জাৰ্মান ভাষাত তিনিটা দ্বিস্বৰৰ ( diphthongs ) প্ৰযোগ হোৱা দেখা যায়; কিন্তু ফৰাচী ভাষাত তেনেদৰে নহয়।

শ্বাসাঘাতৰ ক্ষেত্ৰত জাৰ্মান আৰু ফৰাচী ভাষাৰ মাজত পাৰ্থক্য আছে। ফৰাচী ভাষাত শ্বাসাঘাত তৰলভাবে প্ৰয়োগ হয় য'ত বাক্য বা শব্দৰ শেষৰ অক্ষৰত সামান্য স্বৰলহৰ অনুভূত হয়। জাৰ্মানভাষাত কিন্তু শক্তিশালী শ্বাসাঘাতৰ প্ৰয়োগ হয় যাৰ লগত ইংৰাজী ডাচ্ আদি ভাষাৰ শ্বাসাঘাতৰ লগত ৰিজাব পাৰি।

ভাষাৰ ৰূপতাত্ত্বিক দিশটোৰ তুলনামূলক অধ্যয়নৰ ক্ষেত্ৰত বিশেষ্য, বিশেষণ, কাৰক, শব্দ-বিভক্তি, ক্ৰিয়া আদিৰ পুঙ্খানুপুঙ্খ আলোচনা হ'ব লাগিব। পূৰ্ব-প্ৰত্যয় ( prefix) আৰু পৰ-প্ৰত্যয়ৰ ( suffix ) ভূমিকা ভাষাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ। প্ৰত্যয়ৰ ক্ষেত্ৰত জাৰ্মান ভাষাতকৈ ফৰাচী ভাষা অধিক বৈচিত্ৰপূৰ্ণ। ফৰাচী ভাষাত বিশেষ্যৰ ক্ষেত্ৰত কিছুমান ক্ষুদ্ৰাৰ্থক প্ৰত্যয়ৰ প্ৰয়োগ হয়, যিবোৰ সেইভাষা নজনা সকলে শুদ্ধকৈ লিখিব লাগিব। jardin-et 'little garden,' fort-in 'small fort' আদি বিশেষ্য শব্দসমূহৰ প্ৰয়োগ হোৱা প্ৰত্যয়ৰ উল্লেখযোগ্য। জাৰ্মানীৰ chen আৰু lein এই প্ৰত্যয় দুটা যিকোনো বিশেষ্য শব্দৰ লগতে ব্যৱহাৰ পাৰি। জাৰ্মান'ত গ্ৰীক ভাষাৰ দৰে সকলো ক্ষুদ্ৰাত্মক শব্দ ক্লীবলিঙ্গ ৰূপে প্ৰয়োগ হয়। ফৰাচীত লেটিন ভাষাৰ দৰে ক্ষুদ্ৰাত্মক শব্দই ইয়াৰ মূল লিঙ্গকে অনুকৰণ কৰে।

ইন্দো-ইউৰোপীয় ভাষাৰ বিভিন্ন শাখাৰ তুলনামূলক অধ্যয়নৰ দ্বাৰা ভাষাসমূহৰ পৰস্পৰৰ মাজত সাদৃশ্য বৈসাদৃশ্য আদি বিচাৰ কৰি চাব পাৰি। ভাৰতীয় আৰ্যভাষা হ'ল ইন্দো-ইউৰোপীয় ভাষা পৰিয়ালৰ এক প্ৰধান শাখা। ভাৰতবৰ্ষত প্ৰচলিত আৰ্যভাষাসমূহৰ ভিতৰত অসমীয়া, বঙালী, উড়িয়া, মৈথিলী, ভোজপুৰী, হিন্দী, মাৰাঠী, গুজৰাটী আদি ভাষাৰ তুলনামূলক আৰু বিশ্লেষণাত্মক অধ্যয়নৰ দ্বাৰা ভাষাসমূহৰ স্বৰূপ নিৰ্ণয় কৰি পৰস্পৰৰ মাজত থকা নিবিড় সম্পৰ্ক নিৰূপণ কৰিব পাৰি। উনবিংশ শতিকাৰ লেখক Wilhelur Von Humboldt ৰ 'The variety of human Language structure' সেইসময়ৰ এখনি উল্লেখযোগ্য ভাষাবিদ গ্ৰন্থ। Humboldt-য়ে Herder-ৰ চিন্তা আৰু ভাষাৰ সমান্তৰাল অগ্ৰগতিৰ ধাৰণাৰ পোষকতা কৰিছিল। তেওঁ ভাষাৰ অৰ্থবিজ্ঞান

আৰু বৈয়াকৰণিক গঠনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। সংস্কৃত, চীন', ইংৰাজী আদি ভাষাৰ গঠনৰ ক্ষেত্ৰত তেওঁ বিভিন্ন মত প্ৰদান কৰিছে।

নব্য বৈয়াকৰণিকসকলে ভাষাতত্ত্বৰ ইতিহাসত বিগত দুই শতাব্দীত উল্লেখযোগ্য বৰঙণি আগবঢ়ায়। ধ্বনি-বিজ্ঞান আৰু উপভাষাতত্ত্বৰ সম্বন্ধেও তেওঁলোকে আলোচনা আগবঢ়ায়। উপভাষা অধ্যয়ন, ইয়াৰ জৰীপ ( survey ) আৰু প্ৰকাশৰ বাবে নব্য বৈয়াকৰণিকে সূত্ৰ (doctrine ) আগবঢ়ায়।

তুলনামূলক ভাষাতত্ত্বই ভাষাতত্ত্বৰ ইতিহাসত বহুত নতুন নতুন তথ্যৰ সন্ধান দিব পাৰিছে। সাধাৰণ ভাষাতত্ত্ব ( General linguistics ), প্ৰায়োগিক ভাষাতত্ত্ব ( Applied Linguistics ), বৈপৰীত্যমূলক ভাষাতত্ত্ব ( Cantrastive linguistics ), ক্ষেত্ৰ ভাষাতত্ত্ব ( Field linguistics ), ভূ-ভাষাতত্ত্ব (Geographical Linguistics), সমজ ভাষাতত্ত্ব ( Socio-linguistics ), মনোভাষাতত্ত্ব ( Psycho-linguistics ) আদি ভাষাতত্ত্ব আৰু বিভিন্ন শাখা-প্ৰশাখাৰ আলোচনাদি আৰম্ভ হৈছে।

**অন্যান্য ভাষাতত্ত্ব :** বৰ্ণনাত্মক, ঐতিহাসিক আৰু তুলনামূলক ভাষাতত্ত্বৰ উপৰিও আৰু কেইটিমান ভাষাতত্ত্বৰ প্ৰধান শাখা আছে। সেই শাখাবোৰে ভাষাৰ অধ্যয়নৰ বিভিন্ন দিশৰ সন্ধান দিয়ে। তেনেবোৰ শাখাৰ ভিতৰত উল্লেখযোগ্য কেইটিমানৰ আলোচনা দাঙি ধৰা হ'ল—

(ক) সমাজ ভাষাতত্ত্ব ( Socio-linguistics )

(খ) ভেদাত্মক বা বৈপৰীত্যমূলক ভাষাতত্ত্ব ( Contrstive linguistics ).

(গ) মনস্তত্ত্ব ভাষাতত্ত্ব ( Psycho-linguistics )

(ঘ) ভূ-ভাষতত্ত্ব ( Geographical linguistics ).

(ঙ) প্ৰয়োগ বা প্ৰায়োগিক ভাষাতত্ত্ব ( Applied linguistics ).

(ক) **সমাজ ভাষাতত্ত্ব** ( Socio-linguistics )—ভাষাৰ জন্ম হয় সমাজ সংগঠনৰ ফলস্বৰূপেহে। সামাজিক পৰিবেশে ভাষা নিয়ন্ত্ৰণ কৰে। গতিকে সমাজ জীৱনৰ লগত ইয়াৰ নিবিড় সম্পৰ্ক। সমাজ গঠিত হয় মানুহৰ দ্বাৰা। মানুহৰ মাজত জাতি উপজাতি অনুসৰি নানা ধৰ্মৰ লোকে বসবাস কৰে। ভাষা নিয়ন্ত্ৰণত ধৰ্মৰ ভূমিকাও কেতিয়াবা কেতিয়াবা পৰিলক্ষিত হয়। কাৰণ, জাতি উপজাতিৰ মাজত যি দৰে জীৱন ধাৰণৰ প্ৰণালীত পাৰ্থক্য পৰিলক্ষিত হয়, ধৰ্মওে বহু সময়ত তাৰ খাঁত ধৰে। প্ৰকৃততে জাতি, উপজাতিৰ বিভাজনৰ ক্ষেত্ৰত ভাষাৰ প্ৰধান ভূমিকা থাকে। একে ভৌগোলিক পৰিবেশত বসবাস কৰিলেও ভাষাগত প্ৰভেদ এটা জাতিৰ লগত আন এটা জাতিক পৃথক কৰিব পাৰে। আদিম মানৱ সমাজত জাতি উপজাতিৰ প্ৰভেদ নাছিল। সমাজৰ জন্মৰ পিছৰ পৰ্য্যায়তহে জাতি উপজাতিৰ জন্ম। ধৰ্মৰ প্ৰভেদৰ ক্ষেত্ৰত ভাষাৰ পাৰ্থক্য পৰিলক্ষিত হয়। বিভিন্ন শব্দাৱলী প্ৰয়োগৰ ক্ষেত্ৰত হিন্দু, মুছলমান, শিখ, খৃষ্টান আদি ধৰ্ম সম্প্ৰদায়ৰ লোকৰ মাজত উৎসৱ-পাৰ্বনৰ ৰীতি অনুসৰি শব্দ প্ৰয়োগ পৃথক পৃথক হয়। মানুহৰ সমাজৰ আৰ্থ-সামাজিক দিশৰ বাবেও ভাষাগত বিভেদৰ সৃষ্টি হয়। সমাজ

আৰু ভাষা হ'ল এটাৰ আনটো পৰিপূৰক। এই দুয়োকে পৃথক ৰূপত কল্পনা কৰিব নোৱাৰি। এখন সমাজৰ কল্পনা কৰোঁতে ভাষাৰ বিষয়টো আঁতৰাই থলে সি সমাজ নামৰ আখ্যা পোৱা অযোগ্য হ'ব। তেনেদৰে ভাষাৰ আলোচনাত সমাজক বাদ দিব নোৱাৰি। সমাজেই হ'ল ভাষাৰ আধাৰ পাত্ৰস্বৰূপ। ভাষাৰ শৃঙ্খলাবদ্ধ অধ্যয়নও সমাজৰ বিভিন্ন লোকৰ অধ্যয়ন কৰা অতি প্ৰয়োজন। সমাজৰ বিভিন্ন সম্প্ৰদায়ৰ জাতি গুৰি নাজানিলে ভাষা অধ্যয়ন সম্পূৰ্ণ নহয়। গতিকে সমাজ জীৱনত ভাষাৰ বিজ্ঞান সম্মত আলোচনাত সমাজ ভাষাতত্ত্ব ( Socio-lingustics ) শব্দটোৱে প্ৰধান্য লাভ কৰিছে। ( এই বিষয়ৰ বহল আলোচনা পৰবৰ্তী অধ্যায়ত আছে* )

সমাজ ভাষাতত্ত্বৰ কাম হৈছে সমাজৰ বিভিন্ন ভাষাৰ অধ্যয়ন কৰি সেই বিষয়ে জ্ঞান আহৰণ কৰা। ভাষাৰ প্ৰয়োগ আৰু পৰিবৰ্তনৰ ধাৰাত সমাজৰ ভূমিকাৰ দিশটো সামৰি লয়। গতিশীলতা ভাষাৰ ধৰ্ম, স্থিতিশীলতা ইয়াৰ বৈশিষ্ট্য নহয়, তদুপৰি ভাষা হ'ল চিৰন্তন আৰু অনন্ত। এটা ভাষা সম্প্ৰদায় কিবা কাৰণত ধ্বংসপ্ৰাপ্ত হ'লেও তেওঁলোকৰ ভাষা কিন্তু একেবাৰেই নিঃশেষ হৈ যায়। প্ৰকৃততে সমাজ আৰু ভাষাৰ যথাযোগ্য জ্ঞানৰ পৰিসীমা নাথাকে। মানুহে প্ৰাযোগিক কাৰ্য্য আৰু জ্ঞানৰ জৰিয়তে ভাষাৰ গতিশীলতা আৰু সমাজৰ স্থিতি নিৰ্দ্ধাৰণ কৰে। ভাষাতত্ত্বৰ এটি প্ৰধান দিশ হ'ল সমাজ আৰু সমাজৰে এটি বিশেষ দিশ আগুৰি আছে ভাষাই, এই দুয়োৰে ক্ৰমবিকাশত দুয়োৰে অৱদান অপৰিসীম।

(খ) **ভেদাত্মক বা বৈপৰীত্যমূলক ভাষাতত্ত্ব ( Constrastive linguistics ) :** দুটা সমগোত্ৰ বা পৃথকগোত্ৰৰ ভাষাৰ বৰ্ণনামূলক বিশ্লেষণৰ দ্বাৰা কেতিয়াবা তুলনা কৰা হয়। এনে ধৰণৰ আলোচনা বা তুলনাত ভাষাৰ ঐতিহাসিক অধ্যয়নৰ কোনো প্ৰয়োজন নাথাকে। কাৰণ, দুটা স্বকীয়া স্বকীয়া ( একে মূলৰ পৰা অহা হওক বা আন মূলৰ পৰাই অহা হওক ) ভাষাৰ স্বকীয় কিছুমান বৈশিষ্ট্য থাকে। সেই বৈশিষ্ট্য সমূহ আলোচনা কৰিবলৈ যাওঁতে প্ৰত্যেক ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দতত্ত্ব, অৰ্থতত্ত্ব, বাক্য ৰীতি আদি সকলোবোৰ দিশৰ, পুঙ্খানুপুঙ্খ আলোচনা হ'ব লাগিব। কেতিয়াবা কেতিয়াবা অৱশ্যে দুটাতকৈ অধিক ভাষাৰো আলোচনা কৰিব পৰা যায়। ভাষাৰ এনে ধৰণৰ অধ্যয়নক ভেদাত্মক ভাষাতত্ত্ব বা বৈপৰীত্যমূলক ভাষাতত্ত্ব আখ্যা দিব পাৰি।

তুলনাৰ দ্বাৰা দুটা বা ততোধিক ভাষাৰ যিহেতু আলোচনা কৰা হয়, তেন্তে ক্ষেত্ৰত তুলনামূলক ভাষাতত্ত্ব ভেদাত্মক ভাষাতত্ত্বৰ মাজৰ সম্পৰ্কৰ প্ৰশ্ন এটা আহি পৰে। কিন্তু তুলনামূলক ভাষাতত্ত্বৰ ক্ষেত্ৰত কেৱল সমগোত্ৰীয় ভাষাৰ মাজতহে তুলনা কৰা হয়। ইয়াৰ প্ৰধান উদ্দেশ্য হৈছে একে গোত্ৰৰ ভাষাৰ মূল নিৰ্ণয় কৰি দেখুওৱা বা একে মূলৰ পৰা উদ্ভৱ হ'লেও দুয়োটা ভাষাৰে মাজত সাদৃশ্য আৰু বৈসাদৃশ্য বাছি আলোচনা কৰা, ভেদাত্মক ভাষাতত্ত্বত দুটা বা তাতকৈ অধিক ভাষাৰ সম্পূৰ্ণ পৃথক গোত্ৰীয় ভাষাৰে তুলনা কৰা হয়। দুটা ভাষাৰ মাজত থকা বৈসাদৃশ্য খিনিহে এই ভাষাতত্ত্বই আঙুলিয়াই দিয়ে।

* ভাষাতত্ত্ব আৰু অন্যান্যৰ অধ্যায়ৰ 'ভাষাতত্ত্ব আৰু সমাজ' শীৰ্ষক আলোচনা দ্ৰষ্টব্য।

তুলনামূলক ভাষাতত্ত্বৰ ক্ষেত্ৰত লিখিত ভাষাই তথ্যৰ যোগান ধৰে, ভেদাত্মক ভাষা কিন্তু কেৱল লিখিত ৰূপৰ ওপৰতেই নিৰ্ভৰশীল নহয়। কথিত ভাষাক আশ্ৰয় কৰিহে এই ভাষ তত্ত্ব আগবাঢ়ি যায়। অসমীয়া ভাষাৰ লগত বাংলা বা উড়ীয়া ভাষাৰ আলোচনাৰ সহায়কাৰী তুলনামূলক ভাষাতত্ত্ব। কিন্তু অসমীয়া ভাষাৰ লগত ভিন্নগোত্ৰীৰ ভাষাৰ আলোচনাত ভেদাত্মক ভাষাতত্ত্বইহে সহায় কৰিব।

(গ) **মনস্তত্ত্ব ভাষাতত্ত্ব** ( Psycho-linguistics ) : ভাষা হ'ল মানুহৰ ভাব অনুভূতিৰ পৰিবাহক। গতিকে প্ৰত্যক্ষভাৱেই ভাষাৰ লগত মানুহৰ মনৰ এক প্ৰধান সম্পৰ্ক আছে। মনৰ জগতখনক বাদ দি ভাষা অৰ্থহীন বস্তু। জন্মৰ পৰা মৃত্যুলৈকে ভাষা প্ৰয়োগত মানুহৰ মনৰ গতিয়েই দিক্ নিৰ্ণয় কৰে। মনৰ সম্পৰ্কে য'ত সূক্ষ্ম আৰু বিস্তৃত আলোচনা থাকে সেইয়া মনস্তত্ত্ব আৰু ভাষাৰ য'ত বিজ্ঞানসম্মত আলোচনা থাকে, সি হ'ল ভাষাতত্ত্ব। গতিকে মন আৰু ভাষাৰ সম্পৰ্ক নিৰ্ণয়তে মনস্তত্ব আৰু ভাষাতত্ত্বৰ সম্পৰ্ক নিৰূপণ কৰিছে। এই দুয়োকে লগ লগাই ক'ব পাৰি মনস্তত্ত্ব-ভাষাতত্ত্ব বা মনোভাষাতত্ত্ব (Psycho-linguistics) ( এই সম্পৰ্কে পৰৱৰ্তী অধ্যায়ত বিস্তৃত আলোচনা কৰা হৈছে* )।

ভাষা শিক্ষাৰ আদি পাঠ গ্ৰহণ কৰোঁতে শিশুৱে সদায় মাতৃভাষা আহৰণৰ ক্ষমতা প্ৰথমতেই লাভ কৰে। তাৰ পিছত বহল পৃথিৱীৰ বহল পৰিবেশে শিশুৰ ভাষা জ্ঞানৰ ভাণ্ডাৰ মুকলি কৰি দিয়ে। মনৰ প্ৰতিবিম্ব প্ৰতিফলিত হয় ভাষাৰ জৰিয়তে। ভাষা জ্ঞান প্ৰদান কৰোঁতে শিশুৰ মনস্তত্ত্ব অধ্যয়ন কৰা অতি প্ৰয়োজন। মানুহৰ আচৰণ-বিধিৰ এক বিশেষ অঙ্গ হ'ল কথা কোৱা বা ভাব ব্যক্ত কৰা। খং ৰাগ, হৰ্ষ-বিষাদ, আশ্চৰ্য্য আদি ভাববোৰ মানুহৰ মনোজগতৰ বশৱৰ্তী। এই সহজাত প্ৰবৃত্তি সমূহক পৰিচালনা কৰে মনেৰে। ভাষাতত্ত্ব হ'ল ক্ৰিয়াগত প্ৰতিক্ৰিয়া গঠনৰ সৈতে সম্পৰ্কিত। ব্যৱহাৰ বাদী-মনস্তত্ত্বই ( behaviourism Psychology ) ভাষাতত্ত্বৰ ক্ষেত্ৰত অৰিহনা যোগায় বুলিব পাৰি। তদুপৰি ভাষাতত্ত্বৰ ভালেমান সমস্যা মনস্তত্ত্বৰ প্ৰশ্নৰ সৈতে জড়িত। অৱশ্যে মনস্তত্ত্বৰ কিছুমান সমস্যা ভাষাতত্ত্বৰ দিশত গৌণ হ'ব পাৰে বা ভাষাতত্ত্বৰ কিছুমান সমস্যাও মনস্তত্ত্বৰ দিশত গৌণ হব পাৰে। কিন্তু মাতৃভাষা শিক্ষণ প্ৰণালীত মনস্তত্ত্ব-ভাষাতত্ত্বৰ বিশেষ ভূমিকা আছে।

(ঘ) **ভূ-ভাষাতত্ত্ব** ( Geographical linguistics ) : ভাষাতত্ত্বৰ এটি দিশ হৈছে ভূ-ভাষাতত্ত্ব। পৃথিৱীৰ ভাষাসমূহৰ বৰ্গীকৰণৰ ক্ষেত্ৰত ভৌগোলিক বৰ্গীকৰণো উল্লেখযোগ্য। কেতিয়াবা উপভাষা অধ্যয়নৰক্ষেত্ৰত দেখা যায়, উপভাষাৰ বিভিন্ন বৈশিষ্ট্য, ভৌগোলিক পৰিসীমা আদিৰ বিস্তাৰিত বিৱৰণ থাকে। উপভাষা কেনেকৈ সংৰক্ষিত হয়, আন উপভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে, অথবা নিজৰ বৈশিষ্ট্য হেৰুৱাই আন ভাষাৰ লগত সংমিশ্ৰিত হৈ নতুন ৰূপ লাভ কৰে আদিবোৰ দিশ সামৰি লয় ভাষাভূগোল

* 'ভাষাতত্ত্ব আৰু অন্যান্য' অধ্যায়ৰ 'ভাষাতত্ত্ব আৰু মনস্তত্ত্ব' শীৰ্ষক আলোচনা দ্ৰষ্টব্য।

অৰ্থাৎ ভূ-ভাষাতত্ত্বই। ভূ-ভাষাতত্ত্বৰ প্ৰধান কাম হ'ল, উপভাষাবোৰৰ ভৌগোলিক পৰিসীমা নিৰ্ণয় কৰা, বৰ্ণনামূলক, ঐতিহাসিক, আদি অধ্যয়নৰ দ্বাৰা তাৰ পৰিবৰ্তন কিদাকৰ ধাৰা নিৰ্ণয় কৰা।

(ঙ) **প্ৰয়োগ ভাষাতত্ত্ব ( Applied linguistics ) :** ভাষাতত্ত্বৰ দিশত এটি প্ৰায়োগিক দিশো নিহিত হৈ আছে। ভাষা শিক্ষণ আৰু শিক্ষণৰ ক্ষেত্ৰত প্ৰয়োগ হোৱা আৱশ্যকীয় সঁজুলি পাতি ভাষাতত্ত্বৰ অন্তৰ্গত ৰূপে অভিহিত হৈছে। ভাষা হৈছে মানুহৰ মনৰ ভাবৰ প্ৰতিফলন, আৰু ভাষা শিক্ষণ হৈছে প্ৰণালীবদ্ধভাৱে ভাষা শিকোৱা। ভাষা শিক্ষণে ভাষাৰ প্ৰায়োগিক বা ব্যৱহাৰিক দিশটো সামৰি লয়। ভাষাই ধ্বনি, ৰূপ, শব্দ, বাক্য আদিৰ শৃংখলাবদ্ধ ৰূপৰ প্ৰয়োগ দাঙি ধৰে। প্ৰয়োগ ভাষাতত্ত্বই ভাষাৰ ধ্বনিগত, ৰূপগতৰ বিজ্ঞান সন্মত আৰু ব্যৱহাৰিক দিশৰ প্ৰতি দৃষ্টিনিক্ষেপ কৰে। ভাষা-শিক্ষণ আৰু ভাষাতত্ত্ব দুটাৰ মাজত কিন্তু পাৰ্থক্য আছে। ভাষা-শিক্ষণত শিশু অৱস্থাৰে পৰা ভাষাৰ আহৰণৰ পদ্ধতি থাকে। ভাষাতত্ত্বত থাকে ভাষাৰ সকলো দিশৰ পুঙ্খানুপুঙ্খ আৰু বিজ্ঞানসন্মত আলোচনা। প্ৰয়োগ-ভাষাতত্ত্বই ভাষা শিক্ষণত অৰিহনা যোগাব পাৰে। বৰ্তমান ভাষাতত্ত্বৰ ক্ষেত্ৰত প্ৰয়োগ ভাষাতত্ত্বই বিশেষ অগ্ৰাধিকাৰ লাভ কৰিছে।

# পৃথিৱীৰ ভাষা-পৰিয়াল

পৃথিৱীৰ বিভিন্ন দেশত প্ৰচলিত বা অধুনালুপ্ত যিমানবিলাক ভাষাৰ নিদৰ্শন পোৱা গৈছে সেই সকলোবোৰৰ বিশেষত্ব আৰু ইতিহাস আলোচনা কৰি ভাষাতত্ত্ববিদ সকলে কেইটামান প্ৰধান ভাগত বিভক্ত কৰিছে। একে পৰ্য্যায়ৰ বা একে স্তৰৰ কিছুমান ভাষাৰ মাজত উচ্চাৰণ, ব্যাকৰণ শব্দৰূপৰ ক্ষেত্ৰত সাদৃশ্য পৰিলক্ষিত হয় অথবা কিছুমান ভাষাৰ প্ৰাচীনতৰ ৰূপৰ সাদৃশ্য পৰিলক্ষিত হয়, তেতিয়া সেই ভাষাসমূহৰ মাজত একে বংশগত মৌলিক সম্বন্ধ থকাৰ সম্ভাৱনা প্ৰকট বুলি ভাষাবিজ্ঞানীয়ে মত প্ৰদান কৰে। অৱশ্যে এনেধৰণৰ বংশগত শ্ৰেণীবিভাজন দেখাত সহজ যেন লাগিলেও প্ৰকৃততে সিমান সহজসাধ্য নহয়। কাৰণ এসময়ত বিভিন্ন ভাষাৰ পাৰস্পৰিক মিশ্ৰণ ঘটিলে তাৰ আদি বা মূল ৰূপটোৰ সন্ধান পোৱা জটিল হৈও পৰে। তদুপৰি পৃথিৱীত এনে কিছুমান ভাষাও আছে যিবোৰৰ উপযুক্ত তথ্যৰ অভাৱত আন ভাষাৰ সৈতে সম্পৰ্ক নিৰ্ণয় কৰা অসম্ভৱ। সেয়ে ভাষাৰ বংশানুক্ৰমিক শ্ৰেণীবিভাজনত কিছুমান অসুবিধাও আছে। যথোপযুক্ত নিৰ্দ্দেশনাৰ অভাৱত নিৰ্দিষ্ট বংশৰ অন্তৰ্ভুক্ত কৰিব নোৱাৰা ভাষাৰ ভিতৰত মেচোপটেমিয়াত প্ৰচলিত প্ৰাচীনতম ভাষা 'চুমেৰীয়'ই প্ৰধান, যিটো খৃঃ পূঃ ৪০০০ শতিকাত দক্ষিণ মেচোপটেমিয়াত প্ৰচলিত আছিল।[১] পশ্চিম ইৰান অঞ্চলৰ ভাষা 'এলানীয়' ৪০০০ বছৰ পূৰ্বে প্ৰচলিত, পূৱ মেচোপটেমিয়াৰ অঞ্চল বিশেষৰ ভাষা 'মিটান্নি' খৃঃ পূঃ ১৬০০ শতিকাত প্ৰচলিত, সমকালীন ক্ৰীট দ্বীপৰ প্ৰাচীন ভাষা, ইটালীৰ প্ৰাচীন ভাষা এট্ৰুস্কান আদি ভাষা লুপ্ত প্ৰায়। আধুনিক ভাষাৰাজিৰ কিছুমানৰ মাজতো আদিম ৰূপৰ সন্ধান কেতিয়াবা কেতিয়াবা পোৱা যায়। এনে ধৰণৰ ভাষাৰ ভিতৰত ফ্ৰান্স আৰু স্পেইনৰ মধ্যৱৰ্তী পীৰেনীজ পৰ্বতৰ পশ্চিম অঞ্চলৰ বাস্ক ( Basque ), অষ্ট্ৰেলিয়াৰ প্ৰাচীন ভাষা, দক্ষিণ-পশ্চিম আফ্ৰিকাৰ বুচ্‌মান আৰু হটেন্টট, জাপানী, কোৰিয়ান, দক্ষিণ আমেৰিকাৰ আদিম অধিবাসী, আফ্ৰিকাৰ ভাষ উল্লেখযোগ্য।

শ্ৰেণীবদ্ধ কৰিব নোৱাৰা ভাষাখিনিক বাদ দি পৃথিৱীৰ ভাষা বৰ্গক কেইটামান প্ৰধান ভাগত বিভক্ত কৰা হৈছে। একে মূলৰ পৰা বা একে বংশৰ পৰা উদ্ভৱ হোৱা ভাষাবোৰৰ বিভিন্ন বৈশিষ্ট্যৰে গা কৰি উঠি নানা ঠাইত প্ৰসাৰিত হৈ পৰে। ফলত সিবোৰৰ বিকাশৰ ধাৰাটো অনুধাৱন কৰিব লগা হয়। পৃথিৱীৰ ভাষাসমূহৰ ধ্বনি, ৰূপ, শব্দ আদিৰ বৈশিষ্ট্য আৰু পাৰস্পৰিক সম্পৰ্ক, ক্ৰমবিকাশৰ ধাৰাৰ বিচাৰ বিশ্লেষণ কৰি তলত উল্লেখ কৰাৰ দৰে গোষ্ঠীভুক্ত কৰা হৈছে—

(ক) ইন্দো-ইউৰোপীয় ( Indo-European )

(খ) ছেমীয়-হামীয় ( Semetic-Hamitic )

(গ) অষ্ট্ৰীক ( Austric )

---

১. ভট্টাচাৰ্য, পৰেশচন্দ্ৰ : ভাষাবিদ্যা পৰিচয়, পৃ. ৩৪

(ঘ) তিব্বত-চীনীয় ( Sino-Tibetan )
(ঙ) দ্রাবিড় ( Dravidian )
(চ) ইউৰাল-আলটাই ( Ural-Altaic )
(ছ) ককেচীয় ( Caucasian )
(জ) এস্কিমো ( Eskimo )
(ঝ) আমেৰিকাৰ আদিম ভাষাসমূহ ( American group of language )
(ঞ) আফ্ৰিকাৰ আদিম ভাষাসমূহ ( African languages )
(ট) অষ্ট্ৰেলিয়াৰ আদিম ভাষাসমূহ ( Australian languages)
(ঠ) উত্তৰ-পূব সীমান্তীয় ভাষাসমূহ ( Palaco-Asiatic or Hyperborean).

ওপৰত উল্লেখ কৰা এই বাৰটা ভাষাবৰ্গৰ উপৰিও পৃথিৱীত এনে কিছুমান ভাষা আছে যিবোৰৰ মাজত ভাষাগত সাদৃশ্য মুঠেই উলিয়াব নোৱাৰি। অবৰ্গীকৃত এই ভাষাসমূহৰ লুপ্ত প্ৰায় আৰু কিছুমান এতিয়া প্ৰচলিত।

(ক) **ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠী** ( Indo-European language family ) : পৃথিৱীৰ বৰ্গীকৃত ভাষা-পৰিয়ালৰ ভিতৰত ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠীকে সৰ্ববৃহৎৰূপে প্ৰতিপন্ন কৰা হৈছে। ভৌগোলিক সীমাৰেখাৰ ক্ষেত্ৰতো এই ভাষাৰ ব্যাপকতা আটাইতকৈ বেছি আৰু জনসংখ্যাৰ ফালৰ পৰাও এই ভাষা কোৱা লোকৰ সংখ্যা সৰ্বাধিক। ইউৰোপ মহাদেশৰ বহুতো অঞ্চল আৰু এচিয়া মহাদেশৰ আফগানিস্থান, বেলুচিস্থান, পাকিস্থান আৰু ভাৰতবৰ্ষৰ বহু অঞ্চলত এই ভাষাৰ প্ৰচলন আছে। পৃথিৱীৰ অন্যান্য ভাষাৰ তুলনাত ই উন্নত ভাষা। পূৰ্ববৰ্তী এক অধ্যায়ত এই ভাষাগোষ্ঠীৰ সম্পৰ্কে বিশদভাবে আলোচনা কৰা হৈছে বাবে ইয়াত পৃথকভাবে আলোচনা কৰা নহ'ল।

(খ) **ছেমীয় হামীয়** ( Semetic Hemitic ) : ইন্দো-ইউৰোপীয় শাখাৰ পাছতে পৃথিৱীৰ ভাষা পৰিয়ালৰ অন্তৰ্গত ছেমীয় হামীয় ভাষা পৰিয়ালৰ কথা উল্লেখ কৰিব পাৰি। আফ্ৰিকাৰ উত্তৰ অংশ আৰু এচিয়াৰ পশ্চিমৰ বিস্তৃত অঞ্চলছুৰি এই ভাষাগোষ্ঠীৰ বিভিন্ন ভাষা প্ৰচলিত। সম্প্ৰতি এই ভাষাগোষ্ঠীক আফ্ৰো-এচীয় ( Afro Asiatic ) নামেৰেও নামকৰণ কৰা হৈছে। কোনো কোনোৱে 'ছেমীয়-হামীয়' ভাষাগোষ্ঠীক পৃথক পৃথক ভাষাগোষ্ঠীৰূপে অভিহিত কৰে। অৱশ্যে দুয়োৰে মাজত কিছু অমিল দেখা যায় সঁচা। তথাপি দুয়োৰে মাজত এনে কিছুমান মিল আছে যিবোৰে দুয়োৰে মাজত নিকট সম্পৰ্ক নিৰূপণ কৰে। আৰব, ইৰাক, ছিৰিয়া, ইজৰাইল মৰক্কো, ইথিওপিয়া, ইজিপ্ত, আদিত এই ভাষাগোষ্ঠীৰ প্ৰচলন আছে।

'ছেমীয়-হামীয়ৰ' প্ৰধান ভাগ দুটাৰ এটা হ'ল—ছেমীয় আৰু আনটো হামীয়। এই দুটি শাখাৰো আকৌ কেবাটাও পৃথক পৃথক শাখা আছে। ইয়াৰ বিভাগ কেইটা তলত উল্লেখ কৰা হ'ল—

ছেমীয়-হামীয় ভাষা পৰিয়াল




**ছেমীয় শাখা :** এই শাখাক প্ৰধানতঃ পূৰ্বী আৰু পশ্চিমী—এই দুটা শাখাত বিভক্ত কৰা হৈছে। পূৰ্বী শাখাৰ ভাষাৰ ভিতৰত আক্কাডীয়, বেবিলোনীয় (Babylouian) আৰু আচ্ছিৰীয় (Assyrian) প্ৰধান। কোনো কোনোৱে আক্কাডীয় ভাষ'কে বেবিলোনীয় বা আচ্ছিৰীয় অথবা আচ্ছিৰে'-বেবিলোনীয়[2] (Assyro Babylouian) বুলি উল্লেখ কৰিছে। আক্কাডীয় আৰু বেবিলোনীয় শাখাক একে শাখা বুলি উল্লেখ কৰি আচ্ছিৰীয় শাখাক পৃথক ৰূপে দেখুৱাইছে। কাৰণ, বানমুখ লিপিত শিলত খোদিত এই দুই ভাষাৰ প্ৰত্ন লেখ খৃঃ পূঃ ২৫০০ শতিকাত পোৱা গৈছে।[3] কিন্তু এই শাখাৰ ভাষা কেইটা বহুকাল পূৰ্বেই বিলুপ্ত হয়।

পশ্চিম শাখাৰ অন্তৰ্গত ভাষাকেইটা হ'ল—আৰবী, আৰামীয়, কানানীয়, ফিনিচীয় আৰু আবিচিনীয়। আৰবী (Arabic) ভাষাক ছেমীয় শাখাৰ সৰ্বশ্ৰেষ্ঠ ভাষা বুলিব পাৰি। প্ৰায় সপ্তম শতিকামানৰ পৰা এই ভাষা এচিয়া, ইউৰোপ, আফ্ৰিকা আদিত বিয়পি পৰে। এই ভাষা মুছলমান ধৰ্মৰ প্ৰধান বাহক স্বৰূপ আৰু আৰবকপৰা ইয়াৰ প্ৰসাৰ আৰু প্ৰচলন আৰম্ভ হয়। ভাৰত, ইণ্ডোনেচীয়া, ইৰান, তুৰস্ক, ফিলিপাইন, মালয়,

২. সেন, মুৰাৰী মোহন : ভাষাৰ ইতিহাস, পৃ. ৬
৩. সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত : পৃ. ৭৭-৭৮

চীনদেশৰ অঞ্চল বিশেষত ইছলাম ধৰ্মপ্ৰচাৰৰ হেতু আৰবী ভাষা বিয়পি পৰে। ইউৰোপৰ স্পেইন, আফ্ৰিকাৰ উত্তৰ অঞ্চলত এই ভাষা প্ৰসাৰিত হয়। আৰবী ভাষাৰ প্ৰাচীন নিদৰ্শন দাঙি ধৰে ইছলাম ধৰ্মগ্ৰন্থ 'কোৰাণ'ৰ ভাষাই। আৰবী ভাষাৰ উপৰি ইৰাকী ( ইৰাকৰ ভাষা ), ইজিপ্তীয় ( ইজিপ্তৰ ভাষ ), আলজেৰীয় ( আলজেৰিয়াৰ ভাষা ), লিবীয় ( লিবিয়াৰ ভাষা ), মোৰক্কীয় ( মৰক্কোৰ ভাষা ) আদি এই শাখাৰ লেখত লব লগীয়া ভাষা। আৰবী ভাষাৰ প্ৰাচীনতম নিদৰ্শন দাঙি ধ ৰ ৩২৮ খৃষ্টাব্দৰ শিলালেখে।

আৰবী শাখাৰ উপৰি এই শাখাৰ ( পশ্চিমী শাখাৰ ) আৰু এক শাখা হ'ল কানানীয় ( canaanite )। আৰব মাতৃভূমিৰ কানানীয় প্ৰদেশৰ ভাষ'ই কানানীয় ভাষা, যৰ পৰা পৃথিৱীৰ অন্যতম উল্লেখযোগ্য হিব্ৰু ( Hebru ) ভাষাৰ সৃষ্টি হৈছে। বাইবেলৰ 'অল্ড টেষ্টামেণ্ট'ৰ মূল ভাষা হিব্ৰু আছিল। খৃঃ পূঃ অষ্টম শতিকাতে ইয়াৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায়। ধৰ্মশাস্ত্ৰৰ ভাষাৰূপ প্ৰতিষ্ঠিত এই ভাষা বহুকালৰ আগেয়েই লুপ্ত হ'লেও বৰ্তমান ই ইজৰাইল ৰাষ্ট্ৰৰ কথ্য ভাষাৰূপে পুনৰ স্বীকৃত হৈছে। ইজৰাইলৰ ইহুদিসকলৰ স্বদেশ প্ৰেম আৰু চেষ্টাৰ ফলত ই মৰ্য্যাদাসম্পন্ন ভাষাৰূপে স্বীকৃতি লাভ কৰিছে।

আৰামীয় ( Aramaic ) শাখা হ'ল পশ্চিমী শাখাৰ অন্য এক ভাষা। কানানীয়ৰ লগত ইয়াৰ নিকট সম্পৰ্ক আৰু সাদৃশ্যলৈ লক্ষ্য ৰাখি দুয়োকে একে শাখাৰ অন্তৰ্ভুক্ত বুলিও কোনোৱে কব খোজে। এসময়ত এই ভাষা ৰুচিয়াৰ পশ্চিম অঞ্চল আৰু ইজিপ্তৰ বেহাবেপাৰ আৰু ৰাজনৈতিক ক্ষেত্ৰত যোগাযোগৰ মাধ্যম আছিল। আৰামীয় সকলে জেৰুজালেম ধ্বংস কৰাৰ পিছত হিব্ৰু ভাষাৰ ঠাইত আৰামীয় ভাষাই প্ৰভাব বিস্তাৰ কৰিছিল। পিছত অৱশ্যে আৰবী ভাষাৰ প্ৰভাৱত পেলেষ্টাইনৰ পৰা এই ভাষা লোপ পালে। কালক্ৰমত এই ভাষাৰ পৰা চিৰীয় ভাষাৰ সৃষ্টি হ'ল। প্ৰধানভাবে চিৰিয়াৰ ভাষাই হ'ল চিৰীয় ভাষা। ইয়াৰ উপৰি জৰ্ডান, লেবানন, ইৰাক আদিতো এই ভাষাৰ প্ৰচলন আছে।

পশ্চিমী উপশাখাৰ আন এক ভাষা হ'ল আবিচিনীয় ( Abyssinian ) ভাষা। আবিচিনীয় শাখাৰ পৰা সৃষ্টি হোৱা ভাষা হ'ল আমহাৰীয়। খৃঃ পূঃ ৪ৰ্থ শতিকাত ইয়াৰ প্ৰাচীন অধিবাসী হামীয়সকলক খেদি ছেমীয় সকলে আবিচিনীয়াত প্ৰবেশ কৰে। আমহাৰীয়ৰ উপৰিও আৰু কেইটিমান ভাষাৰ এই শাখাৰ পৰা সৃষ্টি হৈছে। হাৰাৰী ( Harari ), টিগ্ৰে ( Tigre ) আদি ভাষা কথিত ভাষাৰূপ স্বীকৃত।

**হামীয় শাখা ঃ** ছেমীয়-হামীয় শাখাৰ দ্বিতীয় শাখাটো হ'ল হামীয়, য'ৰ পৰা কেবাটাও ভাষাৰ সৃষ্টি হৈছে। হামীয়ৰ প্ৰধান ভাষা হ'ল মিচৰীয় ( Egyptian ) ভাষা। ইয়াৰ উপৰিও কুচীয় ( Kushite ) আৰু লিবিকো বেৰবেৰ্ (Libyco-Berber) —এই দুটি উপশাখাৰ কথা উল্লেখ কৰিব পাৰি। প্ৰাচীন মিছৰীয় শাখাৰ প্ৰথম নিদৰ্শন খৃঃ পূঃ ৪০০০ প্ৰত্নলেখাৰ মাজত পোৱা যায়। প্ৰাচীন মিছৰৰ ভাষাৰ পৰাই কপ্‌টিক ( Coptic ) ভাষাৰ সৃষ্টি হৈছে। সপ্তদশ শতিকাতে এই ভাষাৰ বিলুপ্তি ঘটিছে। কাৰণ

আৰবী ভাষাৰ প্ৰভাৱে সমগ্ৰ মিচৰতে কথ্য ভাষাৰ স্থান অধিকাৰ কৰিছে। লুপ্ত প্ৰায় হ'লেও মিচৰীয় ভাষাৰ অৱশেষ ইজিপ্ত, ইথিওপিয়া, চুডান আদিৰ খৃষ্টান ধৰ্ম উপাসনাৰ দ্বাৰা পোৱা যায়।

কুচীয় শাখাৰ পৰা ছোমালী ( Somali ), ছাহো ( Saho ), গাল্লা ( Galla ) আৰু বৰ্ডোৱে ( Bodauye ) ভাষাৰ সৃষ্টি হৈছে আৰু এইবোৰ ভাষা ইথিওপিয়', ছোমালিলেণ্ড আদিত প্ৰচলিত। লিবিকো বেৰবেৰ্ শাখাৰ ভাষা লিবিয়া, মৰক্কো, কানাৰী আদিত প্ৰচলিত। ইয়াৰ অন্তৰ্গত ভাষাসমূহ হ'ল—কাবিলে ( Kabyle ), শ্বিলহা ( Shilha ), টুৱা ৰগ ( Tuareg ) আদি।

**ছেমীয় হামীয় আৰু ইন্দো-ইউৰোপীয় ভাষা :** ছেমীয় হামীয় ভাষা আৰু ইন্দো-ইউৰোপীয় ভাষাৰ মাজত বহুত সাদৃশ্য লক্ষ্য কৰা যায়। এই দুয়ো ভাষা পৰিয়ালৰ মাজত সাংস্কৃতিক আদান-প্ৰদানৰ ফলতেই এনে সাদৃশ্য সম্ভৱ হৈছে। কিন্তু এই দুয়ো ভাষাৰ মাজত আকৌ অনেক বৈসাদৃশ্যও আছে, যিবোৰে দুয়োৰে মূল বৈশিষ্ট্যখিনিৰ সংৰক্ষণত সহায় কৰিছে।

(গ) **অষ্ট্ৰিক** ( Austric ) **:** অষ্ট্ৰিক ভাষাগোষ্ঠীটো পৃথিৱীৰ বিভিন্ন ভাষা পৰিয়ালৰ ভিতৰত অন্যতম এক ভাষা পৰিয়াল। অৱশ্যে জনসংখ্যাৰ ফালৰ পৰা সৰ্বাধিক নহলেও এই ভাষা পৰিয়াল পৃথিৱীৰ বহু অঞ্চল জুৰি প্ৰচলিত। কোনো কোনেৰে অষ্ট্ৰিক ভাষা পৰিয়াল দক্ষিণ পূব অঞ্চল জুৰি আছে বাবে 'দক্ষিণ-পূব-এচীয়' ভাষা পৰিয়াল নামেৰেও অভিহিত কৰে। কোনোৱে মালয় পলিনেচীয় বুলিও ক'ব খোজে। এই অষ্ট্ৰিক ভাষাগোষ্ঠীক দুটা প্ৰধান শাখাত বিভাজন কৰা হৈছে—

(১) অষ্ট্ৰ-এচীয় ( Austro-Asiatic )।

(২) অষ্ট্ৰ-নেচীয় ( Austronesian )।

(১) **অষ্ট্ৰ-এচীয় শাখা :** এই শাখাৰ ভাষাৰ দুটা প্ৰধান ভাগ—কোল মুণ্ডা ( Kol-Munda ) আৰু মোন্-খমেৰ ( Mon-Khomer )। এইশাখাৰ ভাষাসমূহ ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত প্ৰচলিত। কেৱল মোন্খমেৰ শাখাৰ ভাষা ভাৰতবৰ্ষৰ উপৰি ব্ৰহ্মদেশ, শ্যাম দেশ, কম্বোজ, ইন্দোনেচিয়া, মালয় আদিত প্ৰচলিত। "ভাৰতৰ ভাষা" শীৰ্ষক অধ্যায়ত ইয়াৰ বিস্তৃত আলোচনা দাঙি ধৰা হ'ল।

(২) **অষ্ট্ৰনেচীয় শাখা :** অষ্ট্ৰনেচীয় শাখাৰ ভাষাসমূহ ভাৰতবৰ্ষত প্ৰচলিত নহয়। ইয়াক চাৰিটা প্ৰধান ভাগত বিভক্ত কৰিব পাৰি—ইন্দোনেচীয়, মেলানেচীয়, পলিনেচীয় আৰু মেক্ৰোনেচীয়। এই শাখাৰ ভাষাসমূহ বৰ বিক্ষিপ্ত ভাবে আছে বাবে ইয়াৰ পাৰস্পৰিক সম্পৰ্ক নিৰূপণ কৰাই জটিল। মালয় দ্বীপপুঞ্জ, ফিলিপাইন দ্বীপপুঞ্জ, ফিজি, হাৱাই, টাহিটি, মাদাগাস্কাৰ, নিউ-আয়াৰলেণ্ড, নিউজিলেণ্ড আদিত এই ভাষা প্ৰচলিত। অষ্ট্ৰনেচীয় ভাষাৰ প্ৰধান চাৰিটা শাখাৰ ভিতৰত ইন্দোনেচীয় শাখাটো অন্যতম প্ৰধান

শাখা। এই শাখাৰ অন্তৰ্গত ভাষাবোৰ মালয়, টগলা, মালাগাচী, যবদ্বীপীয় ভাষা প্ৰধান। মালয় আৰু সুমাত্ৰাৰ ভাষাক কেন্দ্ৰ কৰিয়ে ইন্দোনেচিয়াৰ ৰাষ্ট্ৰভাষা গঢ়ি উঠিছে। প্ৰথম অৱস্থাত মালয়ী সকলে আৰবী লিপি গ্ৰহণ কৰিছিল যদিও পিছলৈ ৰোমান লিপিহে বহু পৰিমাণে গ্ৰহণ কৰা দেখা যায়। ত্ৰয়োদশ শতিকাৰ পৰা মালয় ভাষাৰ সাহিত্যৰ সৃষ্টি হ'বলৈ ধৰে। মাদগাস্কৰৰ ভাষা হ'ল মালাগাচী। টগ'লা ভাষা আকৌ ফিলিপাইন আদি দ্বীপত প্ৰচলিত। যবদ্বীপৰ ভাষা যবদ্বীপীয় সাহিত্যৰ ক্ষেত্ৰত অগ্ৰণী ভাষা। মধ্যযুগীৰ ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ প্ৰভাৱ যবদ্বীপত পৰিছিল। সংস্কৃত ভাষাৰ শিলালেখ, বৌদ্ধ আৰু হিন্দু ধৰ্মৰ মঠ মন্দিৰ আদিৰ অৱশেষে যবদ্বীপত ভাৰতীয় সংস্কৃতি সভ্যতাৰ গৰিমা ঘোষণা কৰে।

দ্বিতীয় শাখা মেলানেচীয়ৰ অন্তৰ্গত ভাষাসমূহ নিউজিলেণ্ডৰ দ্বীপপুঞ্জ পাপুৱা আদিত প্ৰচলিত। তৃতীয় শাখা অৰ্থাৎ পলিনেচীয় শাখাৰ ভাষাৰ ভিতৰত টাহিটীয়, হাৱায়ীয়, ছামোৱা, মাওৰী আদি ভাষা প্ৰধান। চতুৰ্থ শাখাত মেক্ৰোনেচীয়ৰ ভিতৰৰ ভাষাসমূহ এনেদৰেই পৃথিৱীৰ বিভিন্ন ঠাইত পৰিব্যাপ্ত হৈ আছে। মূল অষ্ট্ৰিক ভাষাৰ পৰা ইয়াৰ বিভাজন এনেদৰে দেখুৱাব পাৰি—




(ঘ) **তিব্বত চীনীয় শাখা:** পৃথিৱীৰ অন্যতম এক ভাষাগোষ্ঠী হ'ল তিব্বত চীনীয় ভাষাগোষ্ঠী, যাৰ পৰিসীমা পূব আৰু দক্ষিণ-পূব এচিয়াৰ বিশাল ভূখণ্ড আগুৰি আছে। জনসংখ্যাৰ দিশৰ পৰা এই ভাষাগোষ্ঠী ইন্দো ইউৰোপীয় ভাষাগোষ্ঠীৰ পিছতে বুলিব পাৰি। চীনদেশৰ ইয়াং চিকিয়াং আৰু হোৱাংহো নদীৰ উৎপত্তিস্থলেই তিব্বত-চীনীয় ভাষা পৰিয়ালৰ আদি বাসস্থান বুলি অনুমান কৰা হৈছে। এই ঠাইৰ পৰা ভাৰতবৰ্ষ, ব্ৰহ্মদেশ, শ্যামদেশ আদিলৈ ব্ৰহ্মপুত্ৰ, ইৰাৱতী, চালুইন, চিন্দুইন, মেকং আৰু মেৰাম আদি নদীয়েদি বিয়পি পৰে। মংগোলীয় গোষ্ঠীৰূপে পৰিচিত এই ভাষা পৰিয়ালৰ বিশেষ বৈশিষ্ট্য আছে। এই শাখাৰ ভাষাসমূহক প্ৰধানভাৱে দুটা ভাগত ভগাব পাৰি: তিব্বত-বৰ্মী আৰু শ্যাম-চীনীয়। তিব্বত-বৰ্মী শাখাটো প্ৰধানকৈ চাৰিটা শাখাত বিভক্ত: হিমালয়ী, উত্তৰ অসম, অসমবৰ্মী আৰু তিব্বতী। শ্যাম চীনীয় ভাষাগোষ্ঠীৰ ভিতৰত টাই ৰ. থাই আৰু চীনীয় শাখাই প্ৰধান।

তিব্বতবৰ্মী ভাষা সম্পৰ্কে "ভাৰতৰ ভাষা" শীৰ্ষক অধ্যায়ত আলোচনা কৰা হৈছে।

শ্যামচীনীয় ভাষাগোষ্ঠীক থাই-চীনীয় নামেৰেও জনা যায়। এচিয়া মহাদেশৰ এক

সুবিশাল অংশত এই ভাষাগোষ্ঠীৰ লোক বিয়পি আছে। ইন্দোচীনৰ বিশাল অঞ্চলত বসবাস কৰা টাই সকল অসমৰ পৰা আৰম্ভ কৰি কুৱাংছিলৈকে আৰু বেককৰ পৰা য়ুনানলৈকে পৰিব্যাপ্ত হৈ আছে। য়ুনান্, কুৱেইচাও, কুৱাংছি, কুৱাংতুঙ,—এই প্ৰদেশ কেইখনৰ সৰহ সংখ্যক লোক টাই ভাষাগোষ্ঠীৰে বুলি জনা যায়। উত্তৰীয়, দক্ষিণী আৰু মধ্যৱৰ্তী—এই তিনিটা ভাগত টাই সকলক বিভক্ত কৰা হৈছে। গ্ৰীয়াৰ্ছনে উত্তৰীয় আৰু দক্ষিণ এই দুটা ভাগৰ কথাহে উল্লেখ কৰিছে।[৪] উত্তৰীয় শাখাত আছে খামতি, চীনীয়, শ্যান, ব্ৰহ্মদেশীয় শ্যান আৰু আহোম ভাষা, দক্ষিণী শাখাত আছে ইন্দোচীনৰ লাও আৰু শ্যাম ভাষা আৰু কেইটামান জনগোষ্ঠী। ভাৰতবৰ্ষৰ ভিতৰত টাই গোষ্ঠীৰ লোক অসমত আৰু অৰুণাচলৰ কিছু অঞ্চলত আছে। অসমত থকা শ্যামচীনীয় গোষ্ঠীৰ ভাষাকেইটা হ'ল টাই-খামতি, টাই-আহোম, টাই-আইতন, টাই-খাময়াং, টাই-ফাকিয়াল (ফাকে) আৰু টাই-তুৰুং। অৱশ্যে অসমৰ এই ভাষাগোষ্ঠী কেইটাৰ সামান্য স্থানীয় প্ৰভেদৰ বাদে বিশেষ প্ৰভেদ দেখা নাযায়। পৰৱৰ্তী অধ্যায়ত এই ভাষা সমূহৰ আলোচনা দাঙি ধৰা হৈছে। ইয়াত কেৱল ভাৰতবৰ্ষৰ বাহিৰে অন্যান্য দেশসমূহত থকা শ্যামচীনীয় গোষ্ঠীৰ থূলমূল আভাস দাঙি ধৰা হ'ব।

থাইলেণ্ড, লাওচ, চীনৰ দক্ষিণ অঞ্চল আৰু ব্ৰহ্মদেশ এই ভাষাগোষ্ঠীৰ লোকসকল আছে। অৱশ্যে সকলো ভাষাৰে অস্তিত্ব সমানে সংৰক্ষিত হোৱা নাই বুলিব পাৰি। ৰাজনৈতিক উত্থান-পতন, যুদ্ধ-বিগ্ৰহ আদিৰ ফলত টাইভাষী সকলৰ ভাষাই বিভিন্ন ৰূপ পৰিগ্ৰহণ কৰা দেখা যায়।

**আদি বাসস্থান:** টাই সকলৰ প্ৰাচীন বসতিস্থল দক্ষিণ পশ্চিম চীন বুলি ড° গ্ৰীয়াৰ্ছন, ড° কুছিং, পি গগৈ আদি পণ্ডিতসকলে অনুমান কৰিছে। সংস্কৃতিবান এই গোষ্ঠীয়ে খৃ পূ ২৫০০ বছৰৰ পৰাই চীনদেশৰ দক্ষিণ পশ্চিম অঞ্চলত বসবাস কৰে আৰু এওঁলোকেই এই দেশৰ অতি প্ৰাচীন লোক বুলি অনুমান কৰা হৈছে। চীনদেশত চীনা সংমিশ্ৰিত সংস্কৃতিয়ে গঢ় লোৱাৰ খৃঃ পূঃ ২৫০০ বছৰ পূৰ্বেই টাই সংস্কৃতিয়ে জন্ম লাভ কৰে। চীনৰ সংস্কৃতি যাইকৈ দক্ষিণৰ লিয়াও, য়াও, য়েহ আৰু টাই সংস্কৃতিৰ সমন্বয়ৰ ফলশ্ৰুতি।[৫] টাই সংস্কৃতিৰ উপাদানে চীনা সংস্কৃতিলৈ বৰঙণি যোগোৱাত বিপুল সহায় কৰিছে। টাইসকল চীনদেশত বসতি স্থাপন কৰাৰ আগেয়ে ক'ৰ পৰা আহিছিল তাৰ সঠিক তথ্য দাঙি ধৰা কঠিন। কোনোৱে টাইসকল মঙ্গোলিয়াৰ পৰা অহা বুলি উল্লেখ কৰিছে। যাযাবৰ পশুপালক ৰূপে পৰিচিত এই জাতিটো ইয়াং চিকিয়াং নদীৰ তীৰত বাস কৰিবলৈ লৈ কৃষিজীৱী হৈ পৰিল। অৱশ্যে সৰহ সংখ্যক পণ্ডিতে দক্ষিণ চীনেই টাইসকলৰ আদি বসতি স্থান বুলি কব খোজে যদিও দুই একে অন্যান্য মন্তব্য দিয়াও উল্লেখনীয়। কোনোৱে উত্তৰ ভিয়েটনাম টাইসকলৰ বসতি স্থান বুলি কব খোজে। কিছুমানে ফিলিপাইন আৰু ইন্দোনেচীয়াক টাইসকলৰ আদি গৃহভূমি বুলি ধাৰ্য্য কৰে। আন এদল পণ্ডিতৰ মতে থাইলেণ্ড আৰু দক্ষিণ পূব এচিয়াহে এওঁলোকৰ আদিম বসতিস্থান। টাই সংস্কৃতিৰ উত্থানৰ পাছত চীনসকলে মধ্য এচিয়াৰ পৰা গৈ চীনদেশত

৪. বৰুৱা, ভীমকান্ত: অসমৰ ভাষা, পৃ. ১৫
৫. গগৈ, লীলা: টাই সংস্কৃতিৰ ৰূপৰেখা

বসতি কৰে আৰু টাইসকলৰ সংস্কৃতিৰে বহু উপাদান গ্ৰহণ কৰে। কিন্তু পিছলৈ চীনা সম্ৰাটৰ টাই বিৰোধী মনোভাৱ গঢ়ি উঠাৰ ফলত তেওঁলোক সেই ঠাইৰ পৰা আঁতৰি যাবলৈ আৰম্ভ কৰে। খৃষ্টাব্দ শতিকাৰ প্ৰাৰম্ভতে টাই সকল মূল বাসস্থানৰ পৰা একাধিক ক্ষুদ্ৰ ক্ষুদ্ৰ দলত বিভক্ত হৈ দক্ষিণ পাৰ্বত্য অঞ্চলত সোমাবলগীয়া হয়। তাতো চীনা আক্ৰমণৰ সন্মুখীন হৈ তেওঁলোক ক্ৰমাৎ দক্ষিণ-পূৱৰ ফালে লাওচ, থাইলেণ্ড, চালুইন উপত্যকাত বিয়পি পৰে। এটি বৃহৎ শাখা ব্ৰহ্মদেশত সোমাই পৰে আৰু দক্ষিণ-উত্তৰ অঞ্চল জুৰি বিয়পি পৰে। অৱশ্যে দক্ষিণ ব্ৰহ্মদেশত স্থানীয় শাসনৰ প্ৰভাৱত বিশেষ প্ৰতিপত্তি বিস্তাৰ কৰিব নোৱাৰিলেও দক্ষিণ ব্ৰহ্মদেশত তেওঁলোক প্ৰতিষ্ঠিত হৈ শ্যানৰূপে পৰিচিত হয়। মূল টাইৰ পৰা বহুতো থলুৱা নামৰ সৃষ্টি হৈছে। যিবোৰৰ ভিতৰত খুন, লু, লাও, খামতি, পাঙ্গি, মুই, স্থলঙ, টাইলু, টাই খে, পু টাই, পাঙ্গ-জেন, চা-জেন, ছুংছিআ, পু-মান আদি উল্লেখযোগ্য। চীনৰ টাই সকলে টাই-ন' বা টাই-নই নামেৰে নিজকে অভিহিত কৰে। ব্ৰহ্মদেশৰ টাইসকলক টাই-লং বোলে। ইয়াৰ উপৰিও ব্ৰহ্মদেশৰে টাইসকলৰ কুৰিটাতকৈও অধিক থলুৱা নাম আছে। থাইলেণ্ডত থাই বা ছিয়াম, থাওচত লাও, চালুইনত লু আৰু খুন নামে টাইসকল জনাজাত। অসমত টাই ফৈদৰ ভাষা গোষ্ঠী কেইটাৰ কথা উল্লেখ কৰা হৈছে। সংস্কৃতিৰ ক্ষেত্ৰত এই বৃহৎ টাইগোষ্ঠীৰ সংৰক্ষণশীলতা নথকাৰ ফলত তেওঁলোক অন্যান্য গোষ্ঠীৰ লগত বহুসময়ত মিলিত হৈ পৰে।

শ্যাম দেশ বা থাইলেণ্ডত প্ৰচলিত থাই বা ছিয়ামী ভাষা প্ৰধান। চীন সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতা শ্বি-হাং-টিয়ে চীনৰ দক্ষিণ অঞ্চলত ছাও নামৰ টাই গোষ্ঠীটোক ধ্বংস কৰাৰ পিছত তেওঁলোক খৃঃ পূঃ দুশমান বছৰৰ আগেয়ে মেকং-মেনাম উপত্যকাত পদাৰ্পণ কৰেহি আৰু থাইলেণ্ডৰ টাইসকলৰ পূৰ্বপুৰুষ এওঁলোকেই। দেশখনৰ নাম অনুসৰি ভাষাটোকো 'থাই' বুলি অভিহিত কৰা হৈছে। খৃষ্টীয় ত্ৰয়োদশ শতিকামানৰ পৰ থাই ভাষা সাহিত্যত ইতিহাস ৰচনা কৰিব পৰা হৈছে। থেৰবাদী বৌদ্ধ ধৰ্মৰ প্ৰভাৱে টাইভাষা পালিভাষাত প্ৰভাৱ পেলায়।

ব্ৰহ্মদেশৰ টাইগোষ্ঠীৰ লোকৰ সংখ্যা মানৰ পাছতে। খৃঃ পূঃ ৫০০ বছৰতে টাইসকল ব্ৰহ্মদেশত বিয়পি পৰে। ব্ৰহ্মদেশৰ উত্তৰ অঞ্চলত শ্যান (Shan) নামে পৰিচিত টাইসকল কেবাটাও সৰু সৰু ফৈদত বিভক্ত হৈ ভাৰতৰ পূৱ অঞ্চলত সোমাই পৰে। 'খামটাই' বুলি নিজকে অভিহিত কৰা এই টাইগোষ্ঠীৰ লোকসকলে অসমত নিজকে 'আহোম' নামেৰে প্ৰতিষ্ঠা লাভ কৰে।

থাইলেণ্ডৰ উত্তৰ-পূৱ অঞ্চলত আৰু চালুইন নদীৰ তীৰৱৰ্তী অঞ্চলত লাও, খুন, লু আদি নামেৰে টাইসকলে নিজকে প্ৰতিষ্ঠিত কৰে। খামতি, নৰা খাময়াং, ফাকিয়াল, তুৰুং আদি টাইগোষ্ঠীৰ লোকসকলে ভাৰতৰ পূৱ কোনত নিজকে প্ৰতিষ্ঠা কৰে।

শ্যামচীনীয় গোষ্ঠীৰ দ্বিতীয় শাখা চীনীয়ৰ ভিতৰত চীনা ভাষাই প্ৰধান। এই ভাষাৰ ঐতিহ্য প্ৰায় চাৰিহাজাৰবো পুৰণি। খৃঃ পূঃ ২০০০ বছৰৰ পূৰ্বৰ প্ৰত্নলেখত এই ভাষাৰ নিদৰ্শন পোৱা গৈছে। এই ভাষাগোষ্ঠীৰ সংখ্যা পৃথিৱীতে সৰ্বাধিক বুলিব পাৰি। চীনা ভাষা সাহিত্যৰ ধাৰাক প্ৰত্ন চীনীয়; প্ৰাচীন চীনীয়, মধ্য চীনীয় আৰু আধুনিক চীনীয়—এই চাৰিটা শাখাত বিভক্ত কৰিব পাৰি। প্ৰাচীনকালৰে পৰা বৰ্তমানলৈকে চীনা ভাষাত উৎকৃষ্ট সাহিত্যৰ নিদৰ্শন পোৱা যায়।

চীনা ভাষা পৃথিৱীৰ ভিতৰতে এক বিশেষত্বপূৰ্ণ ভাষা। কাৰণ এই ভাষাৰ কিছুমান আচুতীয়া বৈশিষ্ট্য আছে, যি বাবৰ লগত পৃথিৱীৰ কোনো ভাষাৰ মিল নাই। পৃথিৱীৰ সমূহ ভাষাৰে যি শৃংখলাবদ্ধ অধ্যয়ন হৈছে তাত চীনা ভাষাই আয়োগাত্মক ভাষাৰ প্ৰতিনিধিত্ব কৰে বুলি কোৱা হৈছে। ইয়াত প্ৰকৃতি, প্ৰত্যয়, বিভক্তি আদিৰ বিশেষ কোনো স্থান নাথাকে। ধাতুৰূপ, শব্দৰূপ ক্ৰিয়াৰ কাল ভাববাচ্য, বিশেষ্য, বিশেষণ আদি'ৰ বিভাজন দেখুৱাব নোৱাৰি। কাৰণ পৰম্পৰাগত ব্যাকৰণ ( Traditional grammar ) বুলিলে যি বুজায়, চীনা ভাষাত তেনে ব্যাকৰণ নাই। একেটা শব্দই একাধিক অৰ্থ সূচাব পাৰে। উদাহৰণ স্বৰূপে—'ৱো' (WŌ) শব্দটোৱে বাক্যত প্ৰয়োগ হওঁতে বিভিন্ন ক্ৰম অনুযায়ী—'মই', 'মোৰ', 'মোক,' 'মোলৈ' আদি অৰ্থ প্ৰকাশ কৰে।[৬] তেনেদৰে বৰ্তমান, অতীত কাল আদি বুজাওঁতেও বিশেষ পাৰ্থক্য নাথাকে। 'য়েন' ( yen ) শব্দই সুৰৰ প্ৰভেদ অনুসৰি 'হাত,' 'চকু', 'নিমখ', ধোঁৱা আদি কেবাপ্ৰকাৰ অৰ্থ সূচায়।[৭] ধ্বনি লিপিৰ পৰিবৰ্তে চীনা ভাষা চিত্ৰলিপিৰ ওপৰত নিৰ্ভৰশীল। উপভাষাৰ ক্ষেত্ৰত দেখা যায় চীনা ভাষাত বহু উপভাষা আছে আৰু ইটোৰ লগত সিটোৰ বহুত অমিল দেখা যায়। চীনদেশৰ সাহিত্যিক ভাষা হ'ল 'মাণ্ডাৰীণ' ( Mandarin )।

টাই আৰু চীনীয় ভাষাৰ উপৰি শ্যাম চীনীয় গোষ্ঠীৰ আৰু কেইটিমান ভাষা আছে। তাৰ ভিতৰত কাৰেণ, ছি-লো-নো প্ৰধান। ইয়াং চিকিয়াং আৰ ইৰাৱতী নদীৰ অৱবাহিকা অঞ্চলত এই ভাষাৰ প্ৰচলন আছে। অৱশ্যে এই ভাষা কেইটা টাই বা চীনীয় ভাষাৰ দৰে শক্তিশালী নহয়।

তিব্বত চীনীয় ভাষাই পৃথিৱীৰ ভাষাসমূহৰ ভিতৰতে উল্লেখযোগ্য স্থান গ্ৰহণ কৰিছে। তালিকাভুক্ত কৰি দেখুৱালে এই ভাষা সমূহ এনেধৰণৰ—




(ঙ) **দ্ৰাবিড় শাখা :** পৃথিৱীৰ সমূহ ভাষা গোষ্ঠীৰ ভিতৰত দ্ৰাবিড় ভাষাগোষ্ঠীও অন্যতম। এই ভাষাগোষ্ঠীৰ লোকসকলৰ বাসস্থান কেৱল ভাৰতবৰ্ষৰ দক্ষিণ অঞ্চলতহে। অৱশ্যে শ্ৰীলংকা, বেলুচিস্থানৰ পাৰ্বত্য অঞ্চলতো এই গোষ্ঠীৰ দুই এটা ভাষাৰ প্ৰচলনৰ প্ৰমাণ পোৱা যায়। এই ভাষাগোষ্ঠীৰ লোকসকলৰ আদিম বাসস্থান অৱশ্যে ভাৰতবৰ্ষ নহয় এওঁলোকৰ আদিম বাসস্থান পূৱ ভূমধ্য সাগৰীয় অঞ্চল বুলিহে জনা যায়। যিয়েই নহওক ভাৰতীয় ভাষা সংস্কৃতিৰ অন্তৰ্গত দ্ৰাবিড ভাষা-সংস্কৃতিয়ে সমগ্ৰ ৰাষ্ট্ৰতে এক গুৰুত্বপূৰ্ণ

৬. গোস্বামী, উপেন্দ্ৰনাথ : ভাষাবিজ্ঞান, পৃ. ৪৫
৭. ঠাকুৰ, নগেন : পৃথিৱীৰ বিভিন্ন ভাষা, পৃ. ১৭

ভূমিকা গ্ৰহণ কৰিছে। বিশদভাৱে "ভাৰতৰ ভাষা" শিতানত দ্ৰাৱিড় ভাষা" শিতানত দ্ৰাৱিড় ভাষাগোষ্ঠীৰ আলোচনা দাঙি ধৰা হ'ল।

(চ) **ইউৰাল আলটাই শাখা :** ইউৰোপৰ অধিকাংশ অঞ্চল জুৰি এটি ভাষা-গোষ্ঠীৰ লোকে বসবাস কৰে। পৃথিৱীৰ ভাষা পৰিয়ালৰ ভিতৰত এই ভাষা-গোষ্ঠীক ইউৰাল-আলটাই আখ্যা দিয়া হৈছে। ভৌগোলিক পৰিসীমাৰে এই ভাষা-গোষ্ঠী অতি বিশাল হলেও জনসংখ্যা অধিক নহয়। ফিনলেণ্ড, লেপলেণ্ড, এস্তোনিয়া, হাঙ্গেৰী, তুৰস্ক আৰু এচিয়াৰ উত্তৰ মধ্য অঞ্চল জুৰি ইউৰাইল আলটাই ভাষা পৰিয়ালৰ লোকে বসবাস কৰে। চাইবেৰিয়া, ছোভিয়েত ৰাচিয়াৰ পূব অঞ্চল, মান্দুৰিয়া, মঙ্গোলীয়া আদি এই অঞ্চল সমূহতেই ইউৰাল আলটাই ভাষাৰ প্ৰচলন আছে।

এই ভাষাটোক দুটা ভিন্ন ভাষাগোষ্ঠী (ইউৰাল আৰু আলটাই) বুলিও কোনো কোনোৱে অনুমান কৰে। এই ভাষাগোষ্ঠীৰে অন্তৰ্গত ফিন্নো উগ্ৰীয়ক পৃথক শাখা হিচাপেও দেখুৱায়। ইউৰাল আলটাই গোষ্ঠীৰ লোক সকল যাযাবৰী প্ৰকৃতিৰ লোক। সেইবাবে বিভিন্ন ভৌগোলিক আৰু সামাজিক পৃথকতাই ভাষাবোৰৰ উৎস সম্পৰ্কে সন্দিহান কৰি তোলে। অৱশ্যে ব্যাকৰণগত কিছুমান বিশেষ সাদৃশ্যই ভাষাবোৰ একে মূলৰ পৰা অহা বুলি প্ৰতিপন্ন কৰাত সহায় কৰে। সমগ্ৰ ইউৰাল—আলটাই শাখাক তলত দেখুওৱাৰ ধৰণে বিভাজন কৰিব পাৰি—



ইউৰাল আলটাই শাখাৰ দুটা প্ৰধান ভাগ ইউৰাল আৰু আলটাই। ইউৰাল শাখাক আকৌ ফিন্নোউগ্ৰীয় আৰু ছামোয়েদ এই দুটা ভাগত ভাগ কৰা হৈছে। ফিন্নোউগ্ৰীয়ৰ তিনিটা শাখা ফিন্নীয়, উগ্ৰীয় আৰু পেৰমাইন। ছামোয়েদৰ চাৰিটা শাখা—কামাছীন, য়েনেচী, ছামোয়েদ, টাভ্‌গে অৰু য়ুৰাকী। সেইদৰে আলটাই শাখাৰ তিনিটা ভাগ-তুৰ্ক, মংগোল আৰু মাঞ্চু। তুৰ্ক-মংগোল মাঞ্চুক কোনো কোনোৱে আলটাই শাখা বুলি নকৈ এই তিনিটা শাখাৰ নামেৰেই নামকৰণ কৰে। তুৰ্ক শাখাৰ পৰা তুৰ্কী, খিৰগিজ, উজবেক, বাৰাবা, ছোৱোনী, আৰাকান, বাছকিৰ ভাষা; মংগোলৰ পৰা য়াকুট, কালমুক, খাল্‌কা আৰু খাবা ভাষা; আৰু মাঞ্চুৰ পৰা মাঞ্চু আৰু টুংগুজ ভাষাৰ উদ্ভৱ হৈছে।

ফিন্নীয় উপশাখাৰ ভিতৰত ফিনলেণ্ড, লেপলেণ্ড, এস্থোনিয়া, লিভোনিয়া অঞ্চলৰ ভাষা উল্লেখযোগ্য। সকলোতকৈ উল্লেখযোগ্য ভাষা ফিন্নীয় ফিনলেণ্ডত প্ৰচলিত। এই ভাষাত ষোড়শ শতিকাতে বাইবেল অনুদিত হয় আৰু এই ভাষাৰ ইয়েই প্ৰাচীন নিদৰ্শন। ফিনলেণ্ডৰ উপকূলবৰ্তী অঞ্চল এস্থোনীয়াত প্ৰচলিত এস্থোনীয়া ভাষাতো ষোড়শ শতিকাৰ পৰাই সাহিত্যৰ চৰ্চা আৰম্ভ হয়। শ্বেতসাগৰৰ সমীপৱৰ্তী অঞ্চলত কাৰেলীয় লেপলেণ্ডৰ ভাষা লাপ্পীয়, ভল্গাৰ মধ্য অঞ্চলৰ ভাষা মোৰভীন ভাষা এই শাখাৰে উল্লেখযোগ্য ভাষা। লিভোনীয় ভাষাৰ ঠাইত লেট্ ভাষাই অধিকাৰ কৰা দেখা যায়।

উগ্ৰীয় শাখাৰ অন্তৰ্গত ভাষাবোৰৰ ভিতৰত চাইবেৰীয়াৰ ওষ্ট্যাক ভাষা, ইউৰাল পৰ্বতত প্ৰচলিত ভাষা ভোগুল আৰু হাঙ্গেৰীৰ ভাষা মেগিয়াৰ ( Megiyar ) প্ৰধান। মেগিয়াৰ ভাষাৰ সাহিত্যিক নিদৰ্শন ত্ৰয়োদশ শতিকা মানৰ পৰাই পোৱা যায়। সমগ্ৰ ফিন্নোউগ্ৰীয় শাখাৰ ভিতৰতে এই ভাষা উন্নতশীল বুলি জনা যায়।

তৃতীয় শাখা পেৰমাইনৰ দুটি ভাষা ছাইৰেণীয় আৰু ভোত্যাক।

মূল ইউৰাইল-আলটাইৰ দ্বিতীয় শাখা ছামোয়েদ। এই শাখাৰ ভাষাসমূহ শ্বেতসাগৰৰ পৰা ওবিয়েনেচীলৈকে পৰিব্যাপ্ত। কামাছীন, য়েনেছী-ছামোয়েদ, যুৰাকী, টাভ্‌গে আদি ইয়াৰ অন্তৰ্গত উল্লেখযোগ্য ভাষা।

ইউৰাল—আলটাই ভাষাৰ অন্যতম এক প্ৰধান শাখা হ'ল আলটাই শাখা যিটোক কোনো কোনোৱে তুৰ্ক-মংগোল মাঞ্চুৰ নামেৰে অভিহিত কৰিছে। তুৰ্ক শাখাৰ অন্তৰ্গত ভাষাসমূহ হ'ল তুৰ্কী, খিৰগিজ, উজবেক, আৰাকান, ছোৱোনী, বাছকিৰ আদি উল্লেখযোগ্য। তুৰ্কী ভাষাই ইউৰাল আলটাইৰ সমস্ত ভাষাৰ ভিতৰতে শ্ৰেষ্ঠ বুলি পৰিচিত। খৃষ্টীয় অষ্টম শতিকাৰ শিলালেখে এই ভাষাৰ কিছু বিক্ষিপ্ত নিদৰ্শন দাঙি ধৰে যদিও প্ৰায় একাদশ শতিকামানৰ পৰাহে এই ভাষাৰ সাহিত্যৰ ধাৰাবাহিকতা লক্ষ্য কৰা যায়। আৰবী-ফাৰ্চী ভাষাৰ শব্দৰে তুৰ্কী ভাষা পৰিপূৰ্ণ। কাস্পিয়ান-ভল্‌গাৰ পৰা আলটাই পৰ্বতলৈকে খিৰগিজ ভাষাৰ প্ৰচলন আছে। ৰুচ-তুৰ্কৰ পৰা চীন-তুৰ্কীস্থানলৈকে উজবেক ভাষা, দক্ষিণ ইউৰালত বাছকিৰ ভাষা, বৈকাল হ্ৰদৰ সমীপত আৰাকান ভাষা, ওবি আৰু ইৰ্তিছৰ মাজত বাৰাবা ভাষাৰ প্ৰচলন আছে।

মংগোল শাখাৰ ভিতৰত য়াকুট, কালমুক, খাবা, খাল্‌কা আদি ভাষা উল্লেখযোগ্য।

এই ভাষাসমূহ যথাক্রমে চাইবেৰিয়াৰ উত্তৰ-পূব অঞ্চল, চিকিয়াঙৰ ঝুংগাৰিয়াৰ পৰা গোবী মৰুভূমিৰ পৰা আলটাইলৈকে, মাঞ্চুৰিয়া আৰু মংগোলিয়া পৰ্যন্ত, আলটাইৰ দাঁতিকাষৰীয়া অঞ্চললৈকে বিয়পি আছে।

মাঞ্চু শাখাৰ ভিতৰত মাঞ্চুৰিয়াৰ মাঞ্চু আৰু চাইবেৰিয়াৰ টুংগুজ ভাষা পৰে।

কোনো কোনোৱে জাপানী আৰু কোৰিয়াৰ ভাষাক ইউৰাল-আলটাইৰ অন্তৰ্গত বুলি কব খোজে। ইয়াৰ প্ৰধান কাৰণ হ'ল জাপানী, কোৰিয়াৰ ভাষাৰ লগত এই ভাষাগোষ্ঠীৰ কিছুমান বিশেষত্বৰ সাদৃশ্য। কিন্তু অন্যান্য বৈশিষ্ট্যবাজিয়ে এই ভাষা দুটিক ইউৰাল-আলটাইৰ পৰা পৃথক কৰিছে।

(ছ) **ককেচীয় শাখা ঃ** পৃথিৱীৰ বিভিন্ন ভাষাৰ ভিতৰত ককেচীয় ভাষা অন্যতম। ছোভিয়েট ৰুচিয়াৰ বহু অংশ, কাস্পিয়ান আৰু কৃষ্ণ সাগৰৰ মাজৰ ককেচাচ পাৰ্বত্য অঞ্চলত এই ককেচীয় ভাষাৰ প্ৰচলন আছে। এই ভাষা গোষ্ঠীৰ ভিতৰত কেংবাটাও ভাষা আছে। এই ভাষা-গোষ্ঠীক প্ৰধানভাৱে দুটা ভাগত বিভক্ত কৰা হৈছে ঃ

(১) উত্তৰ ককেচীয় ( North Caucasian )

(২) দক্ষিণ ককেচীয় (South Caucasian )

উত্তৰ ককেচীয় ভাষাৰ ভিতৰত কাবাৰডীয়, কিৰকাচীয়, উৰ্বিকিচ, লেচঘীয় আদি উল্লেখযোগ্য। ইয়াৰ ভিতৰতো অন্যান্য উপভাষা আছে। স্বৰৰ কম প্ৰয়োগ আৰু ব্যঞ্জনৰ বাহুল্য এই ভাষাৰ বিশেষ বৈশিষ্ট্য। সেইবাবে এই ভাষা অতি আকৰ্ষণীয় আৰু আগ্ৰহ উদ্ৰেগক।

দক্ষিণ ককেচীয় ভাষাৰ ভিতৰত জৰ্জীয়, মিনগ্ৰেলীয়, চ-নীয় আদি প্ৰধান। ইয়াৰ ভিতৰত অৱশ্যে জৰ্জিয়াত প্ৰচলিত জৰ্জীয় ভাষাই প্ৰধান। সমগ্ৰ ককেচাচ ভাষাগোষ্ঠীৰ ভিতৰতে জৰ্জীয় ভাষা অন্যতম। খৃষ্টীয় পঞ্চম শতিকা মানৰ পৰাই এই ভাষাত সাহিত্য সৃষ্টি হয়। প্ৰাচীন সাহিত্যৰূপে বাইবেলৰ অনুবাদ উল্লেখযোগ্য।

ককেচীয় শাখাৰ অন্তৰ্গত ভাষাবোৰৰ মাজৰ পাৰস্পৰিক সম্পৰ্ক নিৰ্ণয় কৰা বৰ কঠিন। কাৰণ এই ভাষা-গোষ্ঠীৰ লোক সকল পাহাৰীয়া অঞ্চলত থকাৰ ফলত শত্ৰুৰ আক্ৰমণত তিষ্টিব নোৱাৰি এচিয়া আৰু ইউৰোপৰ বহু ঠাইলৈ বিয়পি পৰে। তথাপি এই ভাষাগোষ্ঠীক এটা শৃংখলাৰ মাজলৈ আনিবলৈ চেষ্টা কৰা হৈছে।

(জ) **এস্কিমো ভাষা ঃ** উত্তৰ মেৰুৰ সীমান্তৰ দেশসমূহত প্ৰচলিত ভাষাসমূহক একমুঠভাৱে 'এস্কিমো ভাষা-পৰিয়াল' ৰূপে জনা যায়। গ্ৰীনলেণ্ডৰ পৰা আৰম্ভ কৰি আলাস্কা, আলেউচিয়ান দ্বীপমালাত এস্কিমো ভাষা প্ৰচলিত। কোনো কোনো পণ্ডিতে এস্কিমো ভাষাক আমেৰিকাৰ আদিম অধিবাসী সকলৰ ভাষাৰ লগতে অন্তৰ্ভুক্ত কৰিব খোজে। কিন্তু ভাষাগত বিশেষত্বৰ দিশত দুয়োৰে পাৰ্থক্য যথেষ্ট। এস্কিমো ভাষাৰ দুটা

শাখা এস্কিমো আৰু আলেউটিয়ান। গ্ৰীনলেণ্ডৰ ভাষা, আলাস্কাৰ ভ.ষা প্ৰথম শাখাৰ। আলেউষ্টিয়ান দ্বীপপুঞ্জত আলেউটিয়ান ভাষা প্ৰচলিত। এই তিনিটা শাখাৰ ভিতৰত গ্ৰীনলেণ্ডৰ ভাষাই প্ৰধান। এই ভাষা প্ৰশ্লিষ্ট শাখাৰ ভিতৰত পৰে আৰু শব্দীয় বাক্য ( Sentence-word ) প্ৰস্তুত প্ৰণালী এই ভাষাৰ বিশেষ বৈশিষ্ট্য।

**(ঋ) আমেৰিকাৰ আদিম ভাষাবৰ্গ:** পৃথিৱীত এনে কিছুমান ভাষা আছে যিবোৰৰ মাজত পাৰস্পৰিক সম্পৰ্ক নিৰ্ণয় বৰ জটিল। যাযাবৰী জীৱন নিৰ্বাহ কৰা লোক সকলৰ ক্ষেত্ৰত এনেধৰণৰ সমস্যাই দেখা দিয়ে। তদুপৰি কোনো কোনো ঠাইৰ আদিম অধিবাসীসকলৰ ভাষাও নিৰ্ণয় কৰা কঠিন লুপ্তপ্ৰায় হোৱাৰ ফলস্বৰূপ। আমেৰিকাৰ আদিম অধিবাসী সকলৰ ক্ষেত্ৰত ভৌগোলিক পৰিসীমাৰ ওপৰত ভিত্তি কৰি ভাষাগোষ্ঠীৰ পৰিচয় দাঙি ধৰা হৈছে। উল্লেখযোগ্য যে আমেৰিকাৰ আদিম অধিবাসী সকলৰ ভাষা পৃথিৱীৰ অন্যান্য ভাষাৰ তুলনাত বহুত পৃথক। তদুপৰি উত্তৰ, মধ্য আৰু দক্ষিণ আমেৰিকাত থকা আদিম অধিবাসীসকলৰ ভাষাৰ মাজত অনেক পাৰ্থক্য আছে। তথাপি কিছুমান প্ৰধান বৈশিষ্ট্যৰ ওপৰত নিৰ্ণয় কৰি এই ভাষাসমূহক একে শ্ৰেণীত বিভক্ত কৰা হৈছে। আকৌ কোনো পণ্ডিতে আমেৰিকাৰ আদিম ভাষাবৰ্গৰ লগৰ পৃথিৱীৰ অন্যান্য ভাষা কিছুমানৰ লগতো সম্বন্ধ নিৰূপণৰ চেষ্টা কৰা দেখা যায়।

এইখিনিতে আৰু এটি কথা উল্লেখনীয় যে আমেৰিকাৰ আদিম অধিবাসীসকলৰ সকলো ভাষা বৰ্তমান নাই। আদিম অধিবাসী সকলৰ ধ্বংসৰ লগে লগে তেওঁলোকৰ ভাষাও ইংৰাজী, ফৰাচী, স্পেনীয় আদি ভাষাৰ দ্বাৰা দূৰীভূত হোৱা দেখা যায়। তথাপি আজিকোপতি আমেৰিকাৰ লুপ্তপ্ৰায় আদিম ভাষাবৰ্গৰ কিছু নিদৰ্শন পোৱা যায়। সেই ভাষা সমূহ হৈছে—(১) আল্‌গন্কীন্ (Algonquian), (২) আথাবাস্কান্ (Athabascan), (৩) ইৰোকোয়ীয়ান্ (Iroquoian), (৪) মুচ্‌কোজীয়ান্ (Muskogean), (৫) চিউকিয়ান্ (Sioqan), (৬) পিমান্ (Piman), (৭) শোশোনীয়ান্ (Shoshonean), (৮) নাহুয়াট্‌লান্ (Nahuatlan)।[৮] এই ভাষা সমূহৰ শ্ৰেণীকৰণ আমেৰিকাৰ ভৌগোলিক অৱস্থান অনুসৰি কৰা হৈছে। উত্তৰ আমেৰিকাত ৫৪টা ভাষা, মেক্সিকো আৰু মধ্য আমেৰিকাত ২৩টা ভাষা আৰু দক্ষিণ আমেৰিকাত ৭৫টা ভাষা আছে বুলি কোনো কোনোৱে অনুমান কৰে।[৯] কোনো কোনোৱে আমেৰিকাৰ আদিম ভাষাবৰ্গৰ বিভাজন এনেদৰে দেখুৱাইছে—(ক) উত্তৰ আমেৰিকা: আল্‌গকিন্, হোকা, ইৰোকুইড, আথাবাস্কান্, হাইডা, সিউক্স, (খ) মেক্সিকো আৰু মধ্য আমেৰিকা: মায়া, শোশোন, আজটেক্; (গ) দক্ষিণ আমেৰিকা: আৰোৱাক, চিবোচা, জে, গুৱাইকুৰু, কুইচুৱা, প্যাটাগোনীয় আৰু ফুয়েজীয়।[১০]

৮. সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, পৃ. ৮০
৯. ভট্টাচাৰ্য, পৰেশচন্দ্ৰ: ভাষাবিদ্যা পৰিচয়, পৃ. ৩৮-৩৯
১০. ভট্টাচাৰ্য, পৰেশচন্দ্ৰ: ভাষাবিদ্যা পৰিচয়, পৃ. ৩৯

(ঞ) **আফ্ৰিকাৰ আদিম ভাষাবৰ্গ :** আফ্ৰিকা মহাদেশ পৃথিৱীৰ ভিতৰতে বিশেষত্বপূৰ্ণ মহাদেশ। এই মহাদেশৰ আদিম ভাষা বৰ্গৰ শ্ৰেণীকৰণ কৰা বৰ দুৰূহ কাম। ভাষা-সমূহৰ অসামঞ্জস্যই ইয়াৰ প্ৰধান কাৰণ। অৱশ্যে কোনোৱে মাইজাৰ-কোংগো, খোইচান আদি ভাষাগোষ্ঠীত বিভক্ত কৰাৰ প্ৰয়াস কৰে যদিও বিশেষভাৱে তিনিটা প্ৰধান ভাগতহে এই ভাষাসমূহক বিভাজন কৰাটো যুক্তিযুক্ত। সেইকেইটা হ'ল—

(১) বাণ্টু ( Bantu )
(২) বুশ্‌মান ( Bushman )
(৩) চুডানীয় ( Sudanise )

(১) **বাণ্টু :** এই ভাষা দক্ষিণ আফ্ৰিকাত প্ৰচলিত। আফ্ৰিকাৰ গোটেইকেইটা ভাষাৰ ভিতৰত এই ভাষাই প্ৰধান স্থান লাভ কৰিছে। ই পূৰ্ব যোগাত্মক ( Prefixagglutinating) শাখাৰ ভাষা য'ত মূল শব্দৰ পূৰ্বত নিৰ্দেশক প্ৰত্যয়াদি সংযোগ হয়। ইয়াৰ অন্তৰ্গত ভাষাবোৰ হ'ল—স্বাহিলী (Swahili), ঝুলু (Zulu), ৰুৱাণ্ডা (Ruanda), গাণ্ডা (Ganda), টোংগা (Tonga), কাফিৰ (Kafir) আদি। ইয়াৰ ভিতৰত ঝাঞ্জিবাৰত প্ৰচলিত স্বাহিলী ভাষা প্ৰধান।

(২) **বুশ্‌মান :** আফ্ৰিকাৰ দক্ষিণ পশ্চিমত বসতি স্থাপন কৰা বুশ্‌মান জাতিৰ মাজত এই ভাষা প্ৰচলিত। ইয়াৰ দুটা শাখা—বুশ্‌মান আৰু হোটেনটোট। এই দুই ভাষাৰ কেইটিমান পৃথক পৃথক শাখা আছে।

(৩) **চুডানীয় :** এই শাখাৰ অন্তৰ্গত ভাষাবোৰ হ'ল—মান্-ফু ( Man-fu ), নগো-নকে ( N go-N ke ), কানুৰী ( Kanuri ), নিলোতীয় ( Nilotic ), বুলে ( Wule ) আদি। এই ভাষা সমূহৰে বিভিন্ন উপশাখা আছে। উল্লেখযোগ্য যে এই শাখাৰ ভাষাসমূহ বিষুৱৰ উত্তৰ-পশ্চিমৰ পৰা আৰম্ভ কৰি পূবলৈ বিয়পি আছে। ভাষা সমূহৰ মাজত বৈসাদৃশ্যৰ পৰিমাণে মূল উৎস বিচাৰ কৰাত যথেষ্ট বাধাৰ সৃষ্টি কৰে।

(ট) **অষ্ট্ৰেলিয়াৰ আদিম ভাষাবৰ্গ :** আমেৰিকা বা আফ্ৰিকাৰ দৰে অষ্ট্ৰেলিয়া মহাদেশৰে আদিম অধিবাসী সকলৰ ভাষা আছে। কিন্তু অন্যান্য ইউৰোপীয় ভাষা সমূহৰ সবল প্ৰভাৱ আৰু হেঁচাই অষ্ট্ৰেলিয়াৰ আদিম ভাষাসমূহ বিলুপ্তিৰ পথলৈ ঠেলি পঠাইছে। ভৌগোলিক পৰিসীমাৰ ওপৰত ভিত্তি কৰি অষ্ট্ৰেলিয়াৰ আদিম ভাষা সমূহক উত্তৰ অষ্ট্ৰেলিয় আৰু দক্ষিণ অষ্ট্ৰেলিয় এই দুটা ভাগত বিভক্ত কৰা হৈছে। উত্তৰ অষ্ট্ৰেলিয়াৰ নিউগিনিত প্ৰচলিত ভাষা সমূহক পাপুৱা ভাষাবৰ্গ ( Papuan Languages ) সমগ্ৰ অষ্ট্ৰেলিয়াৰে আদিম ভাষা সমূহৰ ভিতৰত উল্লেখযোগ্য ভাষা।

দক্ষিণ অষ্ট্ৰেলিয়াৰ আৰাণ্টা ( Aranta ) আৰু মোৱুং ( Mowung )। সমগ্ৰ অষ্ট্ৰেলিয়াতে প্ৰায় দুশমান বিভিন্ন ভাষা আছে আৰু প্ৰায় পঞ্চাশ হাজাৰ লোকে এই ভাষা কয়।

(ঠ) **উত্তৰ পূৱ সীমান্তীয় ভাষাসমূহ :** এচিয়াৰ উত্তৰ-পূৱ সীমান্ত অঞ্চল অৰ্থাৎ ছাইবেৰিয়াৰ পূৱ অংশত কিছু সংখ্যক লোকৰ মাজত প্ৰচলিত ভাষাসমূহক উত্তৰ পূৱ সীমান্ত ভাষা ( Palaco-Asiatic বা Hyperborean) আখ্যা দিয়া হৈছে। উল্লেখযোগ্য যে উক্ত ভাষাবোৰৰ মাজত পাৰস্পৰিক সম্পৰ্ক নিৰূপণ অতি জটিল কাম। চুকচী ( Chucchee ) হৈছে ইয়াৰ প্ৰধান ভাষা। বহুতে অনুমান কৰে যে জাপানৰ আদিম ভাষা আইনুৰ ( Ainu ) লগত ইয়াৰ সম্পৰ্ক থাকিব পাৰে। 'য়াকুট' নামৰ যাযাবৰী জাতিটোৱে কোৱা য়ুকাগিৰ ( Ykagir ) নামৰ ভাষাও উত্তৰ-পূৱ সীমান্তৰ ভাষাৰে অন্তৰ্গত বুলি অনুমান কৰা হৈছে।

**গোষ্ঠী বৰ্হিভুত ভাষা :** অধ্যয়ন, গৱেষণাৰ ফলত পৃথিৱীৰ সমস্ত ভাষাকে একো একোটা গোষ্ঠী বা পৰিয়ালত বিভক্ত কৰিবলৈ প্ৰয়াস কৰা হৈছে। কিন্তু এনে কিছুমান ভাষা আছে যি বোৰক কোনো পৰিয়ালৰে অন্তৰ্ভূক্ত কৰিব নোৱাৰি। সেই ভাষাবোৰৰ ধ্বনি, ৰূপ, শব্দ, বাক্য গঠন আদি প্ৰণালীৰ স্বকীয় বিশেষত্ব আছে। এই ভাষাবোৰকে গোষ্ঠী বৰ্হিভুত ভাষা আখ্যা দিব পাৰি। এই ভাষাবোৰৰ প্ৰায়বোৰেই বিলুপ্তিৰ পথত। কিছুমান ভাষা প্ৰাচীন স্তৰৰ আৰু কিছুমান আধুনিক স্তৰৰ।

প্ৰাচীন স্তৰৰ ভাষাৰাজিৰ ভিতৰত চুমেৰীয় ( Sumerian ), মহেঞ্জোদাৰো ( Mohen-jadaro ), মিটান্নি ( Mittanni ), এক্ৰস্কান ( Etruscan ), এলামাইট ( Elamite ), মিনোৱান ( Minoan ) আদি উল্লেখযোগ্য। আধুনিক স্তৰৰ ভাষাসমূহৰ ভিতৰত জাপানী ( Japanese ), কোৰীয় ( Korean ), আন্দামানীয় ( Andamani ), ভিয়েতনামী ( Vietnamese ), বাস্ক ( Basque ) আদি প্ৰধান।

এই ভাষাসমূহ যথাক্ৰমে প্ৰাচীন মেচোপটেমিয়াত চুমেৰীয়, সিন্ধু উপত্যকাত মহেঞ্জোদাৰো ( ধ্বংসাৱশেষত প্ৰাপ্ত শিলালিপি ), পূৱ মেচাপটেমিয়াত মিটান্নি, প্ৰাচীন ইটালীত এক্ৰস্কান, প্ৰাচীন ক্ৰীট দ্বীপত মিনোৱান প্ৰচলিত আছিল বুলি অনুমান কৰা হৈছে। প্ৰত্নলেখ বা শিলালেখ আদিৰ পৰাই এই ভাষাসমূহৰ সম্বন্ধে তথ্য আহৰণ কৰা হৈছে। এই কথা এইখিনিতে স্মৰণ কৰিব পাৰি যে এই ভাষাসমূহে সাধাৰণতে নদী তীৰৱৰ্তী অঞ্চলত বিকাশ লাভ কৰিছিল। মহেঞ্জোদাৰোৰ সভ্যতাৰ লগত পুৰণি দ্ৰাবিড় সভ্যতাৰ সাদৃশ্য পৰিলক্ষিত হোৱাৰ উপৰিও চুমেৰীয়, ক্ৰীটীয় সভ্যতাৰ লগতো সামঞ্জস্য পৰিলক্ষিত হয়।

আধুনিক স্তৰৰ ভাষাৰ ভিতৰত জাপানী ভাষা উল্লেখযোগ্য। জাপানত প্ৰচলিত এই ভাষা পৃথিৱীৰ ভিতৰতে সমৃদ্ধিশালী ভাষা আৰু প্ৰায় দহকোটি লোকে এই ভাষা কয়। ঐতিহ্যপূৰ্ণ এই ভাষাৰ লগত তিব্বত-চীনীয়, ইউৰাল-আলটাই আদি ভাষাগোষ্ঠীৰ সম্পৰ্ক নিৰূপণৰ চেষ্টা কৰা দেখা যায়। কোৰিয়াৰ ভাষা কোৰীয়, আন্দামান দ্বীপপুঞ্জৰ ভাষা আন্দামানী, ভিয়েতনামৰ ভাষা ভিয়েতনামী, পীৰেণীজ পৰ্বতৰ পশ্চিমাংশৰ ভাষা বাস্ক— এইকেইটাও কোনো শ্ৰেণীত বিভক্ত কৰিব পৰা নাযায়। এইকেইটাৰ ভিতৰত ভিয়েতনামী আৰু কোৰীয় ভাষা বিশেষভাৱে উল্লেখযোগ্য।

গোষ্ঠীবহিৰ্ভূত ভাষাৰ ভিতৰত কোনোৱে ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলৰ বুৰুশাস্কি ( Burushaski ) ভাষাৰ কথা উল্লেখ কৰিছে, যিটো ভাষা সম্পূৰ্ণভাৱে বিচ্ছিন্ন আৰু আন ভাষাৰ লগত সঙ্গতিবিহীন ভাষা। কোনো কোনোৱে অৱশ্যে অষ্ট্ৰিক ভাষা-পৰিয়ালৰ সৈতে ইয়াৰ সম্পৰ্ক থকা বুলি কব খোজে।

# ইন্দো-ইউৰোপীয় ভাষা পৰিয়াল

মানৱ সভ্যতাৰ ক্ৰমবিকাশে পৃথিৱীত জাতি-উপজাতিৰ সৃষ্টি কৰিলে, সমাজ সংগঠন হ'ল, সংস্কৃতিৰ বাতাবৰণৰ পৰিসীমা বিস্তৃত হ'ল। বিশেষ বিশেষ ভৌগোলিক পৰিবেষ্টনত একো একোটা নিৰ্দিষ্ট ভাষাৰ প্ৰচলন হ'ব ধৰিলে। পৃথিৱীৰ সকলোবিলাক ভাষা অধ্যয়ন কৰি কেইটামান বিশেষ ভাগত বিভক্ত কৰা হৈছে। ভাষাৰ বৰ্গীকৰণ বা শ্ৰেণীকৰণে কিছুমান বৰ্গীকৃত ভাষা ( Classified Language ) আৰু কিছুমান অবৰ্গীকৃত ভাষা ( Unclassified Language ) নিৰ্ণয় কৰিছে। পৃথিৱীৰ ভাষা পৰিয়ালসমূহৰ ভিতৰত —ইন্দো-ইউৰোপীয়, ছেমীয়-হেমীয়, অষ্ট্ৰিক, তিব্বত-চীনীয়, দ্ৰাবিড়, ইউৰাল-আলটাই, ককেচীয়, এস্কিমো, আমেৰিকা, আফ্ৰিকা, অষ্ট্ৰেলিয়া আদি ভাষাই প্ৰধান। এই সকলোবিলাক ভাষা পৰিয়ালৰ ভিতৰত ইন্দো-ইউৰোপীয় ভাষা-পৰিয়ালটোৱেই সৰ্ববৃহৎ ভাষা-পৰিয়াল বুলি স্বীকৃত হৈছে। পৃথিৱীৰ বিপুল জনসংখ্যাৰ মাজৰ পৰা সুকীয়া সুকীয়া ভাষাৰ বৈশিষ্ট্য আদি বাছি উলিয়াই ভাষাৰ শ্ৰেণীবিভাগ কৰা হৈছে। কিছুমান উপভাষা অথবা আঞ্চলিক কথিত ভাষাৰ ব্যাপক অৰ্থত ইয়াৰ শ্ৰেণীভুক্ত কৰা হোৱা নাই। ভাষাৰ বৰ্গীকৰণৰ মূলতে সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক কাৰণ কিছুমান সন্নিবিষ্ট হৈ থাকে। কিছুমান ভাষাৰ মাজত ধ্বনিগত, ৰূপগত, শব্দগত, বাক্যগত বৈশিষ্ট্যৰ সাদৃশ্যৰ প্ৰতি লক্ষ্য ৰাখি একে গোষ্ঠীৰ অন্তৰ্গত বুলি ধাৰ্য্য কৰা হৈছে। লেটিন, গ্ৰীক, সংস্কৃত, পাৰ্চী, জাৰ্মান, আৰ্মেনীয় আদি ভাষাসমূহৰ অধ্যয়ন কৰি সেইবোৰ একে মূলৰ পৰা অহা বুলি অনুমান কৰা হৈছে। ভাষাৰ বংশলতা নিৰ্ণয় কৰোঁতে দেখা যায়, কেতিয়াবা একে মূলৰেপৰা অহা ভাষাৰ মাজত ভৌগোলিক ব্যৱধান অনেক থাকিব পাৰে। উদাহৰণস্বৰূপে, ইংৰাজী আৰু সংস্কৃত ভাষা দূৰৱিবৰ্তী যদিও দুয়ো একে মূলৰপৰা উদ্ভৱ হোৱা। ইয়াৰ প্ৰধান কাৰণ হ'ল একে ভাষাগোষ্ঠীৰ লোক প্ৰব্ৰজনৰ ফলত বিভিন্ন ঠাইলৈ সিঁচৰতি হৈ পৰে। ভাষাইও বিস্তাৰ লাভ কৰে তেনেদৰেই। পৃথিৱীৰ বৃহৎ ভাষাগোষ্ঠী ইন্দো-ইউৰোপীয় পৃথিৱীৰ বৃহৎ ভূ-খণ্ড জুৰি ব্যাপ্ত হৈ আছে। জনসংখ্যাৰ ফালৰপৰাও এই ভাষা কোৱা লোকসংখ্যাও সৰহ। এই ভাষাৰ অধ্যয়নো বহুল পৰিমাণে ঘটিছে আৰু সাহিত্য-সংস্কৃতিৰ সকলো দিশতে এই ভাষাই অগ্ৰাধিকাৰ লাভ কৰিছে।

'ইন্দো-ইউৰোপীয়' নামকৰণৰ মূলতে হ'ল এই ভাষাগোষ্ঠী ইউৰোপৰ বিভিন্ন ঠাইৰপৰা আৰম্ভ কৰি ভাৰতবৰ্ষ পৰ্য্যন্ত বিয়পি আছে। ৰাস্ক, গ্ৰিম, বপ আদি পণ্ডিত-সকলে ইন্দো-ইউৰোপীয় ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়ন আৰম্ভ কৰে। ইয়াৰ অধ্যয়ন প্ৰথম গ্ৰীচতে আৰম্ভ হয়। 'ইন্দো-ইউৰোপীয়' শব্দটোৰ বাহিৰেও 'ইন্দো-জাৰ্মানীয়', 'আৰ্য' ( মেক্সমূলাৰৰ মতে ) আদি নামেৰেও এই ভাষাবৰ্গক বুজোৱা হৈছিল। কিন্তু

'ইন্দো-ইউৰোপীয়' নামটোৱে সৰ্বজনগ্ৰাহ্য হৈ পৰে আৰু এই নামটো উদ্ভাৱন কৰিছিল থমাছ য়ুঙ্ নামৰ ভাষাবিদ এজনে।

ইন্দো-ইউৰোপীয় ভাষাৰ কথা আলোচনা কৰোঁতে প্ৰাচীন হিট্টী ভাষাৰ কথাও উল্লেখ কৰিব লাগিব। এচিয়া মাইনৰৰ কাপ্পাদোকিয়া প্ৰদেশত বানমুখ অক্ষৰত বহু প্ৰত্নলেখ আবিষ্কৃত হয় এই শতাব্দীৰ প্ৰাৰম্ভণিতে। এই প্ৰত্নলেখবাজি খৃঃ পূঃ বিংশৰপৰা নৱম শতিকাৰ ভিতৰত বুলি অনুমান কৰা হৈছে। য'ত এই প্ৰত্নলেখসমূহ আবিষ্কৃত হৈছে তাতে প্ৰাচীন হিট্টী সাম্ৰাজ্যৰ ৰাজধানী আছিল। এই হিট্টী ভাষাৰ সৈতে ইন্দো-ইউৰোপীয় ভাষাৰ বিশেষ সাদৃশ্য দেখা যায়। এদল পণ্ডিতৰ মতে হিট্টী ভাষা ইন্দো-ইউৰোপীয় ভাষাৰ এটি শাখাস্বৰূপ। আন এদল পণ্ডিতৰ মতে হিট্টী ইন্দো-ইউৰোপীয় মূল ভাষাৰ সমগোত্ৰীয় ভাষা। কিন্তু হিট্টী ভাষাৰ আকৌ এনে কিছুমান বৈশিষ্ট্য আছে যিবোৰৰ লগত ইন্দো-ইউৰোপীয়ৰ মুঠেই মিল নাই। হিট্টী ভাষা ইন্দো-ইউৰোপীয়তকৈ অধিক প্ৰাচীন ভাষা। গতিকে ইন্দো-হিট্টীক মূল এটি ভাষাৰূপে ধৰি প্ৰত্ন হিট্টী আৰু প্ৰত্ন ইন্দো-ইউৰোপীয় নামকৰণ কৰিব পাৰি।[১] হিট্টী, লুবীয়, লীছীয় আদি ভাষাকেইটা সমগোত্ৰীয়।

হিট্টী আৰু ইন্দো-ইউৰোপীয়ৰ মূল বৈসাদৃশ্য সমূহ হ'ল : (১) হিট্টীৰ ধ্বনি সংখ্যা ইন্দো-ইউৰোপীয়তকৈ কম, (২) মহাপ্ৰাণ ধ্বনি অৰ্থাৎ বৰ্গৰ দ্বিতীয় বৰ্ণ আৰু চতুৰ্থ বৰ্ণ নাছিল, অথচ কণ্ঠনালীয় ধ্বনিৰ প্ৰয়োগ আছে, (৩) শব্দৰূপ আৰু ধাতুৰূপ ইন্দো-ইউৰোপীয়ৰ তুলনাত যথেষ্ট সবল আছিল, (৪) আক্কাদীয় আৰু চুমেৰীয় ভাষাৰ শব্দ আৰু ধ্বনি-প্ৰভাৱ হিট্টীত যথেষ্ট পৰিমাণে পোৱা যায়। আক্কাদীয় বানমুখ লিপিত ব্যৱহাৰ হোৱাত হিট্টীয় ভাষাত ধ্বনিসমূহ যথাযথভাৱে প্ৰতিফলিত হোৱা নাই।[২] যি কি নওহক, হিট্টী ভাষাক ইন্দো-ইউৰোপীয়ৰ শাখা বুলি ক'ব নোৱাৰি। ইয়াৰ ভাষাগত বৈশিষ্ট্যসমূহে ইন্দো-ইউৰোপীয়তকৈ অধিক প্ৰাচীন বুলিহে প্ৰতিপন্ন কৰিছে।

ইন্দো-ইউৰোপীয় ভাষা পৰিয়ালৰ লোক পৃথিৱীৰ অধিকাংশ অঞ্চলত বিয়পি আছে। কিন্তু তেওঁলোকৰ আদি বসতিস্থল নো ক'ত আছিল ? যি আদিম মূল ভাষাৰ পৰা এই ভাষাৰ উদ্ভৱ আৰু বিকাশ আৰম্ভ হয় তাৰ চিহ্ন নো ক'ত পোৱা যায় ? হিট্টী ভাষাকো ইন্দো-ইউৰোপীয় মূল বুলি ক'ব নোৱাৰি যদিও ইয়াৰ মাজত দুই চাৰিটা সাদৃশ্য দেখা পোৱা যায়। উপযুক্ত নিদৰ্শনৰ অভাৱত এই ভাষা ক'ৰ পৰা উদ্ভৱ হ'ল কোৱা জটিল। তদুপৰি এই ভাষা কোৱা লোকসকলে সৰ্বপ্ৰথমে কোন ঠাইত বসবাস কৰিছিল তাৰো সঠিক প্ৰমাণ পোৱা নাযায়। তথাপি খৃঃ পূঃ তিনিহাজাৰমান বছৰৰ আগেয়ে এই ভাষাটোৰ উদ্ভৱ হোৱা বুলি অনুমান কৰা হয়। জনসংখ্যা বৃদ্ধিৰ লগে লগে তেওঁলোক বিভিন্ন ঠাইলৈ বিয়পি পৰে।

ইন্দো-ইউৰোপীয় লোকসকল যাযাবৰ আৰু পশুপালক আছিল বুলি অনুমান কৰিব

১. ঠাকুৰ, নগেন : পৃথিৱীৰ বিভিন্ন ভাষা, পৃ. ২৫
২. সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত, পৃ. ৮৭-৮৮

পাখি। গৰু, ঘোঁৰা, ভেৰা আদি পশু তেওঁলোকে পুহিছিল। কৃষি-কৰ্ম আদি তেওঁলোকৰ জীৱিকা নিৰ্বাহৰ পথ নাছিল। বিভিন্ন সূত্ৰৰ পৰা তেওঁলোকৰ আদিম বাসস্থানৰ কথা নাজানিলেও অনুমানৰ ওপৰত কেইজনমান পণ্ডিতে এই বিষয়ে স্ব-মত আগবঢ়াইছে। তেওঁলোকৰ মতে এই অঞ্চল কেইটা হ'ল—

(ক) পামিৰ মালভূমি আৰু মধ্য এচিয়া—মেক্সমূলাৰৰ মতে।
(খ) হিন্দুকুশ পৰ্বতৰ নামনি অঞ্চল—পুটৰ মতে।
(গ) কৃষ্ণসাগৰৰ উত্তৰৰ ৰুচিয়াৰ দক্ষিণ অঞ্চল।
(ঘ) স্কান্দিনেভিয়া আৰু জাৰ্মানীৰ উত্তৰ অঞ্চল।
(ঙ) ডানিয়ুব উপত্যকা, বিশেষভাৱে হাঙ্গেৰীৰ সমতল অঞ্চল।

ভাষাতাত্ত্বিক আৰু প্ৰত্নতাত্ত্বিক দৃষ্টিকোণেৰে আলোচনা কৰিলে ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠীৰ আদিম বাসস্থান সম্পৰ্কে কোনো স্থিৰ সিদ্ধান্তলৈ অহা সম্ভৱপৰ নহয়। তথাপি অনুমানৰ ওপৰত নিৰ্ভৰ কৰি ক'ব পাৰি যে প্ৰাগৈতিহাসিক যুগতে খৃ:পূ: তিনি হাজাৰ বছৰমান আগতে এই ভাষাগোষ্ঠীৰ লোকসকলে ইউৰোপৰ মধ্য বা পূব অঞ্চলত বসতি স্থাপন কৰিছিল। জনসংখ্যাৰ বৃদ্ধিৰ লগে লগে একে ঠাইত বসতি কৰা অসম্ভৱ হৈ উঠাত তেওঁলোক বিভিন্ন ঠাইলৈ বিয়পি পৰে। খুব সম্ভৱ খৃ: পূ: আঢ়ৈ হাজাৰমান বছৰৰ পূৰে তেওঁলোক ইউৰোপ আৰু এচিয়াৰ বিভিন্ন ঠাইলৈ বিয়পি পৰে। এটা দল পশ্চিমৰ ফালে গৈ ইটালী, স্পেইন, ফ্ৰান্স আদিত বিয়পি পৰিল, দক্ষিণ-পূব ফালে এটা দল গ'ল; আৰ্মেনীয়, মেছোপটেমীয়া আদি ঠাইলৈ বিয়পি পৰিল; ক্ৰমান্বয়ে এটি দ'ল ইৰাণৰ ফালে আহি আফগানিস্থান অতিক্ৰমি খৃ:পূ: পঞ্চদশ শতাব্দীমানত ভাৰতবৰ্ষত প্ৰৱেশ কৰে। গ্ৰীচ, ইটালী, জাৰ্মানী, ৰুচিয়া, ফ্ৰান্স, স্পেইন, আৰ্মেনীয়, আলবেনীয়, ইৰাণ, ভাৰতবৰ্ষ আদি বিস্তৃত অঞ্চলত ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীৰ লোক ভৰি পৰে। ইন্দো-ইউৰোপীয় ভাষাসমূহৰ ভাষাতাত্ত্বিক অধ্যয়নে সিবিলাকৰ ভাষাগত বৈশিষ্ট্যৰাজিক পোহৰৰ বাটলৈ আনিছে। এই ভাষাসমূহৰ কিছুমান উমৈহতীয়া বৈশিষ্ট্য আছে, যিবোৰ মূল ভাষা ইন্দো-ইউৰোপীয় বুলি প্ৰমাণ কৰাত সহায় কৰিছে। প্ৰথমে গ্ৰীচ আৰু ৰোমত মাতৃভাষাৰ ব্যাকৰণৰ অধ্যয়নৰ আৰম্ভণি ঘটে। Dionysios Thrax ( খৃ:পূ: প্ৰথম শতাব্দী ) আৰু Apolonios Dyskolos ( দ্বিতীয় শতিকাৰ )ৰ হাতত গ্ৰীচ আৰু ৰোম ভাষাৰ অধ্যয়ন আৰম্ভ হয়। গ্ৰীকে বিদেশী ভাষাৰ অধ্যয়নৰ দিশত শৃঙ্খলাবদ্ধ ৰূপ দেখুৱাব পৰা নাছিল। ৰোমানবিলাকে মাতৃভাষাৰ লগে লগে গ্ৰীকভাষাৰ অধ্যয়ন কৰিছিল। এই দুয়ো ভাষাই আছিল প্ৰত্যয় প্ৰধান। শব্দৰূপ, লিঙ্গ, বিশেষ্য, বিশেষণ আদিৰ ক্ষেত্ৰত দুয়ো ভাষা তুলনীয়। ৰোমানসকলে গ্ৰীক সাহিত্য যে তেওঁলোকতকৈ অধিক প্ৰাচীন এই কথা প্ৰতিপন্ন কৰে। প্ৰথম ৰোমান বৈয়াকৰণিক Marcus Terentius Varroৰ 'De lingua latina' পুথিয়ে লেটিন ভাষাৰ শব্দৰ ক্ষেত্ৰত যথেষ্ট তথ্যৰ যোগান ধৰিছে। মধ্যযুগত পশ্চিম ইউৰোপত ভাষাৰ প্ৰতি বিশেষভাৱে লেটিন ভাষাৰ ক্ষেত্ৰত যথেষ্ট অধ্যয়নৰ বাট মুকলি হয়। ইয়াৰ পিছত আয়োনিক, ডোৰিক, এট্টিক, ইটালীয়, স্পেনীয় আদি

সকলো ভাষাতে অধ্যয়ন আৰম্ভ হয়। সপ্তদশ শতিকাত ইউৰোপীয় পণ্ডিতসকলে ভাৰতবৰ্ষৰ সংস্কৃত ভাষা সম্বন্ধে অনেক তথ্য আৱিষ্কাৰ কৰে। সংস্কৃতৰ লগত গ্ৰীক, লেটিন আদি প্ৰাচীন ভাষাসমূহৰ তুলনামূলক আলোচক চাৰ উইলিয়াম জোন্‌চে ইন্দো-ইউৰোপীয় ভাষাসমূহৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আদি আলোচনাৰ দিশ উন্মোচিত কৰে। এই সম্পৰ্কে তেওঁ আগবঢ়োৱা মত প্ৰনিধানযোগ্য।[৩] উইলিয়াম জোন্‌চৰ পিছত বিভিন্ন ভাষাবিদে এই ভাষাসমূহৰ তুলনামূলক আলোচনা আৰম্ভ কৰে। পৃথিৱীৰ সকলো ভাষাৰ ভিতৰত ইন্দো-ইউৰোপীয় ভাষাৰে অধ্যয়ন অধিক পৰিমাণে হৈছে বুলি ক'ব পাৰি।

## মূল ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীৰ শ্ৰেণীবিভাজন:

ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীৰ পৰা ইটালীয়, জাৰ্মানীয়, ৰুচ, ফৰাচী, লেটিন, গ্ৰীক, সংস্কৃত আদি ভাষাৰ উদ্ভৱ আৰু বিকাশ ঘটিছে। ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক আৰু শব্দতাত্ত্বিক বিশ্লেষণে এই ভাষাবোৰ মূলতে যে একে ভাষাৰে অন্তৰ্ভুক্ত আছিল সেই কথা প্ৰতিপন্ন কৰে। ইন্দো-ইউৰোপীয়ক প্ৰধানভাৱে দুটা ভাগতহে বিভক্ত কৰিব পাৰি। ইয়াৰ মূলতে আছে ইন্দো-ইউৰোপীয়ৰ তালব্য ধ্বনিৰ দুই ধৰণৰ প্ৰয়োগ। মূল ভাষাৰ তালব্য ( Palatal ) 'ক' ধ্বনি কেইটামান শাখাত উষ্ম শ-কাৰ বা স-কাৰলৈ ৰূপান্তৰিত হৈ যায়। কণ্ঠ-ধ্বনিলৈ ৰূপান্তৰিত হোৱা ভাষা কেইটাক 'কেণ্টুম্' আৰু উষ্ম ধ্বনিলৈ ৰূপান্তৰিত হোৱা ভাষাকেইটাক 'সতম্' আখ্যা দিয়া হৈছে। ইন্দো-ইউৰোপীয়ত 'শত' বুজোৱা শব্দটোৰ ৰূপত আছিল *Kmtom. সেই শব্দটো লেটিন ভাষাত 'কেণ্টুম্' আৰু আৱেষ্টাত 'সতম্' হয়। 'সতম্' আৰু 'কেণ্টুম্' শাখাৰ শ্ৰেণীবিভাজন কৰে ১৮৭০ খৃষ্টাব্দত এস্কোলী নামৰ পণ্ডিত এজনে। এস্কোলীৰ এই শ্ৰেণীবিভাজনক বৰ্তমান গ্ৰহণযোগ্য বুলি বিবেচনা নকৰে। কাৰণ, পশ্চিম অঞ্চলৰ ভাষাসমূহক কেণ্টুম্ শাখাৰ আৰু পূব অঞ্চলৰ ভাষা সমূহক 'সতম্' শাখাৰ অন্তৰ্গত কৰা হৈছিল যদিও এই বিভাজনৰ ব্যতিক্ৰমো পৰিলক্ষিত হয়। ভৌগোলিক শ্ৰেণীবিভাজন বৰ বিশুদ্ধ বুলি ক'ব নোৱাৰি। বৰ্তমান ইন্দো-ইউৰোপীয় ভাষা পৰিয়ালৰ নতুন অধ্যয়নে নতুন তথ্যাদিৰ যোগান ধৰাৰ বাবেও শ্ৰেণীবিভাজনৰো নতুনত্বৰ কথা আহি পৰিল।




৩. 'The sanskrit Language…famliy' hockwood, W. B.: Indo-European Philology পৃ. ২২

ইন্দো-ইউৰোপীয় ভাষ-পৰিয়ালৰ অন্তৰ্গত ভাষাসমূহ হ'ল—কেল্টীয়, ইটালীয়, জাৰ্মানীয়, গ্ৰীক, টোখাৰীয়, বাল্টোস্লাভীয়, আলবেনীয়, আৰ্মেনীয় আৰু ইন্দো-ইৰাণীয়। এই নটা শাখাৰ ভাষাসমূহ পৃথিৱীৰ প্ৰায় অধিকাংশ অঞ্চল প্ৰচলিত হৈ আছে।

**কেল্টীয় শাখা ঃ**

কেল্টীয় শাখাৰ ভাষাসমূহ ইন্দো-ইউৰোপীয় শাখাৰ অন্যতম। এই শাখাৰ ভাষাসমূহ মধ্য আৰু পশ্চিম ইউৰোপ, এচিয়া মাইনৰলৈকে বিয়পি আছিল। খৃঃপূঃ পঞ্চম শতিকাৰপৰা প্ৰথম এই কেল্টীয় শাখাটোৰ কথা উল্লেখ কৰা হৈছে। সংখ্যাগৰিষ্ঠ আৰু শক্তিশালীৰূপে কেল্টীয়সকল পৰিচিত যদিও তেওঁলোকৰ প্ৰাচীন কোনো সাহিত্যিক নিদৰ্শন নাছিল।




কেল্টীয় শাখাটোক দুটা ভাগত বিভক্ত কৰা হৈছে—প কেল্টীয় ( P-celtic ) আৰু ক কেল্টীয় ( Q-celtic ) এই শাখাৰ ভাষাবোৰৰ ভিতৰত অন্যতম এক ভাষা হৈছে গৌলিশ্ ( Gaulish ) যাৰ অস্তিত্ব পঞ্চম শতাব্দীলৈ আছিল। ইয়াৰ নিদৰ্শন সৰু অনুশাসন ( short inscription ) আদিতহে পোৱা যায়। এই ভাষাৰ লগত বৃটিছ ভাষাৰ বিশেষ নিবিড় সম্পৰ্ক আছিল।

কেল্টীয় শাখাৰ আন এক ভাষা হ'ল বৃটেইন শাখা। ৱেলচ্ আৰু বৃটনত প্ৰচলিত ভাষা বৃটেনীয় ( Brythonic ) বা প-কেল্টীয় শাখাৰ অন্তৰ্গত। পঞ্চম শতিকাৰপৰা সপ্তম শতিকাৰ ভিতৰত দক্ষিণ-পশ্চিম বৃটেইনৰ উপনিবেশবাসীয়ে ইয়াক সু-প্ৰতিষ্ঠিত কৰে। ইয়াৰ সাহিত্যিক নিদৰ্শন একাদশ শতিকাৰ পৰা পোৱা যায়। বৃটিছ দ্বীপপুঞ্জত প্ৰচলিত এই শাখাৰ ভাষাৰ তিনিটা প্ৰধান উপশাখা আছে— ৱেলচ , বৃটন আৰু কোৰ্নিচ্।

ৱেলচ্ ভাষা ৱেলচ্ দ্বীপত প্ৰচলিত যাৰ প্ৰাচীনতম নিদৰ্শন অষ্টম শতিকাত পোৱা গৈছে। বৃটন ভাষা ফ্ৰান্সৰ-উত্তৰ পশ্চিম অঞ্চলৰ সংখ্যালঘিষ্ঠ এমুঠি লোকৰ মাজতে সীমাবদ্ধ। এই ভাষাৰ লোকসকল এংলো চেক্সনৰ আক্ৰমণৰ সময়ত বৃটেইন এৰি ফ্ৰান্সলৈ গুছি গৈছিল। খৃষ্টীয় চতুৰ্দশ শতিকাৰ পৰা এই ভাষাৰ সাহিত্যিক নিদৰ্শন পোৱা যায়। কোৰ্নিচ্ এই শাখাৰ ( বৃটেনীয় ) অন্যতম শাখা। পঞ্চদশ শতিকাত এই ভাষাৰ সাহিত্যিক নিদৰ্শনৰ কথা জনা গলেও বৰ্তমান এই ভাষা বিলুপ্ত প্ৰায় ; কাৰণ ইংৰাজী ভাষাৰ প্ৰসাৰতাই এই ভাষাৰ বিকাশত অন্তৰায়ৰূপে দেখা দিছে।

কেল্টীয় শাখাৰ তৃতীয় ভাগটো হ'ল গেলীয়, যিটো ক-কেল্টীয়ৰ অন্তৰ্গত। এই শাখাৰ ভাষা প্ৰথম আবিষ্কৃত হয় আয়াৰলেণ্ডত ; কিন্তু তৃতীয় শতাব্দীৰ শেষৰ ফালৰ পৰা এই শাখাৰ

হ'লেও ভাষাও আবিষ্কৃত হয়। সাধাৰণভাৱে গেলীয় শাখাৰ ভাষাক দুটা প্ৰধান ভাগত ভগাব পাৰি—আইৰিচ্ আৰু স্কটিছ। স্কটিছ্ ভাষাৰ লগে লগে মানক্স ভাষাৰ কথাও উল্লেখ কৰিব পাৰি—যিটো ভাষা মানদ্বীপত প্ৰচলিত আছিল। এই তিনিও ভাষাৰ ভিতৰতে আইৰিচ্ ভাষাই প্ৰধান, যিটো আয়াৰলেণ্ডত প্ৰচলিত। ই আয়াৰলেণ্ডৰ ৰাষ্ট্ৰীয়ভাষা ৰূপে স্বীকৃত। এই ভাষাৰ প্ৰাচীনতম্ নিদৰ্শন চতুৰ্থ শতাব্দীৰপৰা অষ্টম শতাব্দীৰ অনুশাসনৰ ( cgbam ) পৰা পোৱা যায়। প্ৰাচীন চানেকি ষষ্ঠ শতিকাত ৰচিত হোৱা প্ৰত্নলেখৰপৰা পোৱা যায়। ইংৰাজী ভাষাৰ লগত আইৰিচ্ ভাষাৰ প্ৰবল প্ৰতিদ্বন্দ্বিতাৰ সম্মুখীন হ'লেও এই ভাষাই আপোন অস্তিত্ব ৰক্ষা কৰাত সফল হৈছে। সাহিত্য ৰচনাত এই ভাষা যথেষ্ট সমৃদ্ধিশালী বুলি পৰিচিত হৈছে।

স্কটিছ্ আৰু মানক্স ভাষাৰ প্ৰাচীনতম্ নিদৰ্শন পোৱা নাযায়। স্কটিছ্ ভাষা প্ৰায় একলাখমানলোকৰ মাজত প্ৰচলিত। কেল্টীয় শাখাৰ সমূহ ভাষাৰ ভিতৰতে প্ৰাচীন আইৰিচ্ ৰব শক্তিশালী। ইন্দো-ইউৰোপীয়ৰ যথেষ্ট শব্দসম্ভাৰ এই ভাষাই সংৰক্ষণ কৰিছে।

## ইটালীয় শাখা :

কেল্টীয় শাখাৰ দৰেই ইটালীয় শাখাও ইন্দো-ইউৰোপীয়ৰ অন্যতম ভাষ। প্ৰধানভাৱে ইটালীত প্ৰচলিত ভাষাই হ'ল ইটালীয় ভাষা। এই শাখাৰ ভাষাকো ক-ইটালীয় আৰু প-ইটালীয় দুটা ভাগত দেখুৱাব পাৰি। জনা যায় এই ভাষাসমষ্টিয়ে আপোন আদিম বাসস্থানৰপৰা পশ্চিমমুৱা হৈ আল্পচ্ পৰ্বত পাৰ হৈ ইটালীত প্ৰৱেশ কৰে। ইটালীয় শাখাৰ ভাষাসমূহৰ ভিতৰত লেটিন, উমব্ৰিয়ান আৰু ওচকানেই প্ৰধান। ইটালীৰ পশ্চিম-মধ্য-অঞ্চল অৰ্থাৎ, টাইবাৰ নদীৰ তীৰবৰ্তী লাটিউম প্ৰদেশত বসবাস কৰাসকলে লেটিন ভাষা কয়। দক্ষিণ পূব অঞ্চলত ওচকান ভাষাৰ প্ৰচলন আছে আৰু উত্তৰ-পূব অঞ্চলত বাস কৰা সকলে উমব্ৰিয়ান ভাষা কয়। অৱশ্যে শক্তিশালী লেটিন ভাষাই বাকী ওচকান আৰু উমব্ৰিয়ানৰ অস্তিত্ব বিলুপ্ত কৰে। কাৰণ, লেটিন ভাষা কোৱা লোকসকল ৰোমত ৰাজনৈতিকভাৱে শক্তিশালী হৈ উঠে। ওচকান আৰু উমব্ৰিয়ান এই দুয়ো ভাষাৰ বিষয়ে প্ৰত্নলেখ আদিয়ে তথ্যৰ যোগান ধৰে। দুয়ো ভাষা পৰম্পৰাগতভাৱে ইটালীয় শাখাৰ অন্তৰ্গতৰূপে পৰিচিত হয়।

লেটিন ভাষা ইটালীয় শাখাৰ সবাতোকৈ উল্লেখযোগ্য ভাষা। এই ভাষা প্ৰকৃততে ইটালীৰ লাটিউম প্ৰদেশৰ ভাষা আছিল। প্ৰথম অৱস্থাত লেটিন ভাষা কিন্তু লেখত লবলগীয়াধৰণে সমৃদ্ধ নাছিল আৰু সংখ্যাতো সৰহীয়া নাছিল। কিন্তু তেওঁলোক সংস্কৃতবান লোক আছিল। এই ভাষা ক-ইটালীয় শাখাৰ ওচকান, কেল্টীয় শাখাৰ গ'ল ( Gauls ) আৰু এত্ৰুস্কানসকল লেটিন ভাষাৰ প্ৰতিবেশী আছিল। এত্ৰুস্কান নামৰ যুঁজাৰু আৰু দুৰ্ধৰ্ষ জাতি এটাই ৰোম জয় কৰিছিল। লেটিনসকলে এই জাতিটোৰ লগত যুঁজ কৰি থাকিবলগীয়া হৈছিল; কিন্তু অৱশেষত লেটিনভাষীসকলে এত্ৰুস্কান, ওচকান আদি

সকলোকে পৰাভূত কৰি ৰোমান সাম্ৰাজ্যৰ অধিকাৰী হয়। ফলত সমগ্ৰ ইটালী তেওঁলোকে নিজৰ দখললৈ আনে। ৰাজনৈতিক আধিপত্যই লেটিন ভাষা বিস্তাৰতো সহায়কস্বৰূপ হয়। খৃঃ পূঃ প্ৰথম শতিকাৰপৰাই লেটিন ভাষা সাহিত্য-সম্পদেৰে চহকী হয়। এই ভাষাৰ প্ৰসাৰতা কেৱল ইটালীতে আবদ্ধ নাথাকি বৃটিছ দ্বীপপুঞ্জ, আফ্ৰিকাৰ আলজেৰিয়া, লিবিয়া, মৰক্কো আদি পৰ্যন্ত বিয়পি পৰে। খৃঃ পূঃ ষষ্ঠ শতাব্দীত লেটিন ভাষাৰ প্ৰাচীন নিদৰ্শন পোৱা যায়। আমাৰ দেশত সংস্কৃত ভাষাৰ দৰেই সমগ্ৰ ইউৰোপত ঊনবিংশ শতাব্দীৰ মাজভাগত পণ্ডিতসকলৰ মাজত লেখা পঢ়াৰ প্ৰধান মাধ্যমৰূপে লেটিনেই আছিল। খৃঃ পূঃ তৃতীয় শতাব্দীত ৰোমান সাম্ৰাজ্য পতনৰ লগে লগে লেটিন ভাষাৰ পূৰ্বৰ গৌৰৱ ম্লান পৰে। ভাষাৰো সংক্ষিপ্ত, আঞ্চলিক আদি ৰূপৰ সৃষ্টি হয়। জাৰ্মানৰ আক্ৰমণে লেটিন ভাষাৰ ওপৰত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰে। খৃষ্টাব্দ নৱম শতিকা-মানৰপৰা এই আঞ্চলিক ৰূপ লোৱা ভাষাসমূহে প্ৰতিষ্ঠা লাভ কৰে। ইয়াৰ ভিতৰত ইটালীয়, স্পেনীয়, পৰ্টুগীজ, ফৰাচী, ৰুমনীয়, ৰেটোৰুমানীয় আদি ভাষাই প্ৰধান। এই ভাষাসমূহক থূপতে ৰোমান্স ভাষা ( Romance Language ) আখ্যা দিয়া হৈছে।

ইটালীত প্ৰচলিত ইটালীয় ভাষাৰ ভিতৰত টুছকান, ভেনেছীয়, ৰোমান, ছিছিলীয়, নেয়পলিটান আদি প্ৰধান। আনুমানিক দশম শতিকামানৰপৰা এই ভাষাৰ সাহিত্যিক নিদৰ্শন পোৱা যায়। আনুমানিক ৬ লাখমান লোকে এই ভাষা কয়। প্ৰধানভাৱে স্পেইনত প্ৰচলিত স্পেনীয় ভাষা আমেৰিকাৰ কোনো কোনো অঞ্চল, ফিলিপাইন, মেক্সিকো, আফ্ৰিকাৰ কোনো কোনো অঞ্চলত আছে। প্ৰায় বাৰ কোটিৰ অধিকে এই ভাষা কয়। এই ভাষাৰ সাহিত্যৰ নিৰবচ্ছিন্ন ৰূপ দ্বাদশ শতিকাৰ পৰা পোৱা যায়।

পৰ্টুগালৰ পৰ্টুগীজ ভাষা দক্ষিণ আমেৰিকাৰ ব্ৰাজিল, আফ্ৰিকাৰ ঠায়ে ঠায়েও প্ৰচলিত আছে। ইয়াৰ প্ৰাচীনতম নিদৰ্শন দ্বাদশ শতিকাৰপৰা পোৱা যায়। ফৰাচী ভাষা ফ্ৰান্সৰ উপৰিও বেলজিয়াম, চুইজাৰলেণ্ড আদিত আছে। নৱম শতিকামানৰপৰা এই ভাষাৰ স্থায়ী নিদৰ্শন আছে। পৃথিৱীৰ ভিতৰত ই এটি সমৃদ্ধিশালী ভাষা। ফ্ৰান্সৰ ইতিহাসে এই দেশৰ প্ৰাচীন গৌৰৱ আৰু ঐতিহ্য সোঁৱৰণ কৰে। ইংৰাজী ভাষাৰ পিছত এই ভাষাই প্ৰধানভাৱে স্থান লাভ কৰিছে। প্ৰায় সাত কোটি লোকৰ মাজত এই ভাষা প্ৰচলিত।

ৰুমানীয়াত প্ৰচলিত ৰুমানীয় ভাষাত স্লাৱীয় ভাষাৰ প্ৰভাৱ পৰিছে বুলি অনুমান কৰা হৈছে। চুইজাৰলেণ্ডত প্ৰচলিত ৰেটোৰুমানীয় ভাষাও এই ভাষাবৰ্গৰে অন্যতম যাৰ সাহিত্যিক নিদৰ্শন চতুৰ্দশ শতিকাৰপৰা পোৱা যায়। ইয়াৰ উপৰিও কাটালান, প্ৰোভেন্সল এই শাখাৰ অন্যতম শাখা। প্ৰোভেন্সল মধ্য-যুগৰ উল্লেখযোগ্য ভাষা আৰু দশম শতিকাৰ প্ৰথমাৰ্ধত ইয়াৰ বিভিন্ন সাহিত্যৰ নিদৰ্শন আছে। কিন্তু বৰ্তমান এই প্ৰাচীন গৌৰৱ ম্লান পৰিছে। ফ্ৰান্সৰ দক্ষিণ অংশত এই ভাষাৰ প্ৰচলন আছে। কাটালান ফ্ৰান্স আৰু স্পেইনৰ কিছু কিছু অঞ্চলত প্ৰচলিত। চাৰ্‌ডিনিয়াম ( Sardiniam ), ডাল্‌মেটিয়ান ( Dalmatian ) আদি ভাষাও আঞ্চলিকৰূপে প্ৰচলিত। ডাল্‌মেটিয়ান আড্ৰিয়াটিক

সাগৰৰ তীৰবৰ্তী লোকৰ মাজত প্ৰচলিত। ইটালীয় শাখাৰ ভাষাবিলাক ( তলত ) দিয়াৰ দ.ৰ দেখুৱাব পাৰি—




**জাৰ্মানীয় ঃ—**

ইন্দো-ইউৰোপীয় ভাষাৰ ভিতৰত জাৰ্মানীয় শাখাটো অন্যতম। জাৰ্মানী লোকসকল প্ৰাচীন কালৰে পৰা পৰিচিত আছিল। কিন্তু তেওঁলোকৰ ভাষাৰ লিখিত নিদৰ্শন মধ্যযুগ পৰ্যন্ত পোৱা নগৈছিল। প্ৰত্নজাৰ্মান ভাষাৰ ইতিহাস জনাৰ সুবিধা নহ'লেও খৃষ্টীয় তৃতীয় শতিকামানৰ কিছুমান অৱশিষ্টস্বৰূপ প্ৰত্নলেখৰ মাজত পোৱা যায়, যিবোৰ ডেনমাৰ্ক আৰু নৰৱেত আবিষ্কৃত হয়। কিন্তু এইবোৰৰ ওপৰত ভিত্তি কৰিয়ে জাৰ্মান ভাষাৰ উপযুক্ত নিদৰ্শন বুলিব নোৱাৰি। গথিক ভাষাত ৰচিত বাইবেলৰ অনুবাদেই ( খৃষ্টাব্দ চতুৰ্থ শতাব্দীৰ ) এই শাখাৰ ভাষাৰ প্ৰাচীনতম নিদৰ্শন বুলিব পাৰি। ইয়াৰ পিছত সপ্তম-অষ্টম শতিকা মানৰপৰা জাৰ্মানীয় শাখাৰ বিভিন্ন ভাষাৰ ক্ৰমবিকাশ আৰম্ভ হয়।

প্ৰথম অৱস্থাত এই ভাষাগোষ্ঠীৰ লোকসকল ইউৰোপৰ উত্তৰ অংশত আছিল বুলি অনুমান কৰা হৈছে। মূল ইন্দো-ইউৰোপীয়ৰপৰা ওলাই আহি এই শাখাৰ ভাষাগোষ্ঠীয়ে স্কাণ্ডিনেভিয়াৰ দক্ষিণ আৰু জাৰ্মানীৰ উত্তৰ অঞ্চলত বসবাস কৰে। জনসংখ্যা বৃদ্ধিৰ ফলত তেওঁলোক ইউৰোপৰ বিভিন্ন ঠাইত বিয়পি পৰে। ফ্ৰান্স, ইটালী, স্পেইন, বৃটিছ দ্বীপপুঞ্জ আদি ঠাইলৈ এই গোষ্ঠীৰ লোকসকল বিয়পি পৰে। এই শাখাক প্ৰধানভাৱে তিনিটা ভাগত বিভক্ত কৰা হৈছে—পশ্চিম জাৰ্মানীয়, পূব জাৰ্মানীয় আৰু উত্তৰ জাৰ্মানীয়।

পশ্চিম জাৰ্মানীয় শাখাৰ ভিতৰত কেবাটাও শাখা আছে। ইয়াৰ শাখা কেইটাক এনেদৰে সজাব পাৰি—



জাৰ্মানীৰ দক্ষিণ পাৰ্বত্য অঞ্চলৰ ভাষা উচ্চ জাৰ্মান শাখা। প্ৰাচীন উচ্চ-জাৰ্মানত বিভিন্ন ধৰণৰ লৌকিক গীত-পদ্য আদি ৰচিত হৈছিল। এই শাখাৰপৰাই আধুনিক জাৰ্মান ভাষাৰ সৃষ্টি হৈছে। মাৰ্টিন লুথাৰে ১৪৮৩ খৃঃত জাৰ্মান ভাষালৈ বাইবেল অনূদিত কৰা কাৰ্যই জাৰ্মান ভাষাক অধিক সুদৃঢ়শালী কৰি তুলিলে। হিব্ৰুলিপিত লেখা 'য়িড্ডিচ' ( yiddish ) ভাষা জাৰ্মানীৰ ইহুদীসকলৰ মাজত প্ৰচলিত, এই ভাষাৰ বিষয়ে আধুনিক যুগৰ আৰম্ভণিত পোৱা যায়। ইও জাৰ্মান ভাষাৰে অন্তৰ্গত। জাৰ্মান ভাষা কেৱল জাৰ্মানীতে আবদ্ধ নহয়। ই অষ্ট্ৰিয়া, হাঙ্গেৰী, পোলেণ্ড, চুইজাৰলেণ্ড, চেকোশ্লোভাকিয়া আদিতো প্ৰচলিত। নিম্ন জাৰ্মানীয় শাখাৰ ভাষাবোৰ জাৰ্মানীৰ উত্তৰ সমতলীয় অঞ্চলত প্ৰচলিত। চেক্সনসকলৰ মাজত এই ভাষা প্ৰচলিত আৰু শতিকাত পুৰণি চেক্সন ভাষাত হেলিয়েণ্ড' ( Heliand ) নামৰ উৎকৃষ্ট সাহিত্য সৃষ্টি হয়।

প্ৰাচীন নিম্ন শাখাৰ ভিতৰত ফ্ৰেঙ্কোনীয় শাখাৰ ভিতৰত ফ্ৰেঙ্ক ভাষা অন্যতম আৰু ই নেদাৰলেণ্ডত প্ৰচলিত। এই শাখাৰ পৰাই আধুনিক ভাষা (Dutch) বা ওলন্দাজ ভাষাৰ সৃষ্টি হয় হলেণ্ডৰ ভাষা হ'ল ওলন্দাজ। ফ্ৰেঙ্কোনীয় শাখাৰ অন্য এক ভাষা হ'ল বেলজিয়ামত প্ৰচলিত ফ্লেমিশ ভাষা। ওলন্দাজ আৰু ফ্লেমিশ ভাষাৰ মাজত নিবিড় সম্পৰ্ক আছে।

পশ্চিম জাৰ্মানীৰ আন এটা শাখা হল 'এংলোফ্ৰিচীয়', 'এংলো' আৰু 'ফ্ৰিচীয়' এই দুটা ভাষাক একেলগে এংলোফ্ৰিচীয় বোলা হয়। এই শাখাৰপৰা প্ৰাচীন ইংৰাজী আৰু প্ৰাচীন ফ্ৰিচীয় ভাষাৰ সৃষ্টি হৈছে। ফ্ৰিচীয় ভাষা হলেণ্ডৰ উত্তৰ অঞ্চল আৰু ডেনমাৰ্কৰ মধ্যৱৰ্তী অঞ্চললৈ পৰিব্যাপ্ত আছিল যদিও এতিয়া উত্তৰ সাগৰৰ উপকূলৱৰ্তী অঞ্চলহে কিছু সংখ্যক লোকৰ মাজত প্ৰচলিত। ইংৰাজী ভাষাৰ প্ৰাচীন ৰূপটোৰ লগত প্ৰাচীন ফ্ৰিচীয় ভাষাৰ মিল দেখা যায়। এংগোলসকল বৃটেইনলৈ খৃষ্টীয় পঞ্চম শতিকা মানৰপৰা আহিবলৈ ধৰে। ইয়াৰ আগতে খৃষ্টীয় তৃতীয় শতাব্দী মানৰপৰা চেক্সন সকলে বৃটেইনৰ প্ৰাচীন লোক কেণ্টৰ লগত যুঁজ বাগৰ কৰি আছিল। এংগোল চেক্সন আৰু জুট নামৰ গোষ্ঠী এটি লগ লাগি কেণ্টসকলক পৰাভূত কৰি বৃটেইনত সম্মিলিতভাৱে ইংৰাজ জাতি ( English ) ৰূপে পৰিগণিত হ'ল। লগে লগে 'এংলো-চেক্সন' ( Anglo-Saxon ) বা প্ৰাচীন ইংৰাজী ( Old English ) ভাষাৰ প্ৰতিষ্ঠা হয়। এই ভাষাৰ প্ৰাচীনতম নিদৰ্শন সপ্তম শতিকাৰপৰা পোৱা যায়। ষোড়শ শতিকা মানৰপৰা এই ভাষা পৃথিবীৰ বিভিন্ন ঠাইলৈ বিয়পি পৰে। ইয়াৰ পিছত ইংৰাজী জাতিয়ে ব্যৱসায়-বাণিজ্য আদিৰ দুৰন্ত চেপাহেৰে প্ৰায় সমগ্ৰ বিশ্বতে উপনিবেশ স্থাপন কৰিবলৈ সক্ষম হয়। আমেৰিকা, দক্ষিণ আফ্ৰিকা, নিউজিলেণ্ড, অষ্ট্ৰেলিয়া আদিত ইংৰাজী ভাষাই মাতৃভাষাৰূপে স্বীকৃতি লাভ কৰে। তদুপৰি চীন, জাপান, ভাৰতবৰ্ষ আদিত এই ভাষাৰ প্ৰচলন হয়। সমগ্ৰ পৃথিবীতে এক উন্নত ভাষাৰূপে স্বীকৃত, ইংৰাজী ভাষাই বৰ্তমানে আন্তজাতিক ভাষাৰূপে ( International Language ) স্বীকৃতি লাভ কৰে। আধুনিক সভ্যতা আৰু সংস্কৃতিৰ ক্ষেত্ৰত উৎকৃষ্ট স্থান লাভ কৰা ইংৰাজী ভাষা প্ৰায় ২৫ কোটিমান লোকৰ মাজত প্ৰচলিত।

জাৰ্মানী ভাষাৰ দ্বিতীয় শাখাটো হ'ল—উত্তৰ জাৰ্মানীয়। এই শাখাৰ ভাষাসমূহক স্কাণ্ডিনেভীয় আখ্যা দিয়া হৈছে। ইয়াৰ ভাষাসমূহ হ'ল—নোৰৱেজীয়, চুইডিচ, ডেনিচ,

আইচলেণ্ডীয় আৰু গুনটিচ্। উত্তৰ জাৰ্মানীয় শাখাৰ প্ৰাচীনতম নিৰ্দৰ্শন খৃষ্টীয় তৃতীয় শতাব্দীৰ প্ৰত্নলেখৰ মাজত পোৱা যায়। খৃষ্টীয় অষ্টম শতিকামানৰপৰা মূল ভাষাৰপৰা ইয়াৰ বিভিন্ন শাখাবোৰৰ সৃষ্টি হয়। পশ্চিম স্কান্দিনেভীয় আৰু পূব স্কান্দিনেভীয় দুটা শাখাত স্কান্দিনেভীয় ভাষাবৰ্গক বিভক্ত কৰা হৈছে। আইচলেণ্ডীয়, নোৰবেজীয় আৰু ফাৰোইজ ( Faroese ) ভাষা পশ্চিম শাখাৰ অন্তৰ্গত আৰু ডেনিচ্, চুইডিচ্ আৰু গুনটিচ্ শাখা পূব শাখাৰ অন্তৰ্গত। আইচলেণ্ডৰ ভাষা আইচলেণ্ডীয় কোৱা লোকৰ সংখ্যা দুই লাখমান হ'ব। ডেনিচ্ আৰু নোৰবেজৰ মাজত ঘনিষ্ঠ সম্পৰ্ক বিদ্যমান। চুইডিচ্ ভাষা নিজা বৈশিষ্ট্যৰে বিকশিত হৈছে। এই ভাষা সমূহৰ অধ্যয়নৰ বহুতো দিশ এতিয়াও উন্মোচিত হৈ আছে।

পূব জাৰ্মানীয় শাখাৰ ভাষা সমূহৰ কিছু সংখ্যক জনজাতিলোকৰ মাজত প্ৰচলিত যিসকলে বাল্টিক সাগৰৰ পূব উপকূলত বাস কৰে। গোথিক, ভাণ্ডাল আৰু বুৰগুণ্ডীয় ভাষা ইয়াৰ অন্তৰ্গত। গোথক সকলৰ গোথিক ভাষাত জাৰ্মানীয় সকলো শাখাৰ ভাষাৰ ভিতৰত আটাইতকৈ প্ৰাচীন নিদৰ্শন পোৱা যায়। তেওঁলোকে কৃষ্ণসাগৰৰ সমতল অঞ্চলেৰে গৈ অষ্ট্ৰোগোথ্ ( Ostrogoth ) আৰু ভিচিগোথ্ ( Visigoth ) দুটা ভাগত বিভক্ত হয়। ভিচিগোথত খৃষ্টীয় চতুৰ্থ শতিকাৰ মধ্যভাগত বিশপ্ উইফিলিচে বাইবেলৰ কিছু অংশৰ অনুবাদ কৰে। হুন সকলৰ আক্ৰমণৰ বাবে এই গোথসকলৰ ভাষা লুপ্তপ্ৰায় হয়। অৱশেষে সপ্তদশ শতিকালৈ এই ভাষা বৰ্তি আছিল। পূব জাৰ্মানীয় শাখাৰে ভাণ্ডাল আৰু বুৰগুণ্ডীয় শাখা বৰ্তমান লুপ্ত।

সামগ্ৰিকভাৱে জাৰ্মানীয় বৃহৎ শাখাৰ ভাষাৰ বিকাশৰ স্তৰবিভাজন এনেদৰে দেখুৱাব পাৰি :



## গ্ৰীক :

গ্ৰীক ভাষা ইন্দো-ইউৰোপীয় ভাষাৰ ভিতৰতে উল্লেখযোগ্য ভাষ। গ্ৰীচ্, এচিয়া মাইনৰ, ইজিপ্তৰ কিছু অংশ সহ স্পেইনৰ পৰা আৰম্ভ কৰি কৃষ্ণসাগৰৰ উপকূলৱৰ্তী অঞ্চলত গ্ৰীক ভাষাৰ প্ৰচলন আছে। লেটিন, জাৰ্মানীয় আদি ভাষাৰ তুলনাত গ্ৰীক ভাষা অধিক পুৰাতন। কাৰণ দৰ্শন, সাহিত্য আদিৰে পল্লবিত হৈ গ্ৰীক ভাষা খৃঃ পূঃ তৃতীয়, চতুৰ্থ শতিকামানৰেপৰা সমগ্ৰ ইউৰোপতে প্ৰথম আৰু প্ৰধান স্থান অধিকাৰ কৰিবলৈ সক্ষম হয়। গ্ৰীক ভাষাৰ দ্বাৰাই ৰোমান ভাষাও অনুপ্ৰাণিত হৈছিল। সমগ্ৰ ইউৰোপতে গ্ৰীক ভাষাই বিশেষ স্থান লাভ কৰিছিল। গ্ৰীচ্, চাইপ্ৰাচ, ক্ৰীট, আলবেনীয়, এচীয় দ্বীপপুঞ্জ, তুৰস্কৰ কিছু অংশ, বুলগেৰীয়াৰ দক্ষিণ-পশ্চিম অংশ, যুগোশ্লাভিয়াৰ দক্ষিণ অংশ আদিত গ্ৰীক ভাষাৰ প্ৰচলন আছে।

গ্ৰীক ভাষাৰ ভিতৰত এট্টিক ( Attic ), আয়োনিক ( Ionic ), ডোৰিক ( Doric ), আৰ্কেডীয় ( Arcadian ), এওলীক ( Aeolic ), পোম্ফেলিয়া ( Pomphylian ) আদি প্ৰধান ভাষা। এই সকলোৰে ভিতৰত এট্টিক ভাষাই প্ৰধান। এইবিলাক ভাষাৰ উপৰিও গ্ৰীক শাখাৰ আৰু কিছুমান উপভাষা আছিল। এট্টিকৰ পৰাই আধুনিক গ্ৰীক ভাষাৰ বিকাশ হয়। গ্ৰীক শাখাৰ ভাষাবোৰৰ মাজত বিভিন্ন পাৰ্থক্য আছে। ইয়াৰ মূল কাৰণ হ'ল—ভৌগোলিক দিশৰপৰা গ্ৰীচ পৰ্বতৰদ্বাৰা বিভক্ত হোৱাৰ বাবে ৰাজনৈতিকভাৱে সৰু সৰু দেশত বিভক্ত হৈ স্বকীয় বৈশিষ্ট্যৰে বিকশিত হয়। গ্ৰীক শাখাক হেলেনিক ( Hellenic ) নামেৰেও জনা যায়। গ্ৰীকৰ প্ৰাচীনতম নিদৰ্শনৰূপ হোমাৰৰ 'ইলিয়াড' আৰু 'ওডিচী' মহাকাব্যৰ নাম উল্লেখ কৰিব পাৰি যাৰ ৰচনা সময় খৃঃ পূঃ নৱম-দশম শতাব্দীৰ মানত ধৰিব পাৰি। ইওনীয় নামৰ উপভাষাত এই মহাকাব্য দুখনি লেখা হৈছিল যদিও এওলীয়ৰ উপাদানো তাত নিহিত হৈ আছে। গ্ৰীক ভাষাৰ প্ৰাচীন স্বৰূপটোক 'হোমাৰীয় স্তৰ' আখ্যা দিয়া হৈছে। প্ৰাচীন গ্ৰীক ভাষাৰ স্তৰটো হোমাৰীয় গ্ৰীক ভাষাৰ স্তৰ ৰূপেই নিৰ্ণিত কৰা হৈছে।

গ্ৰীক ভাষাৰ ভিতৰত এট্টিক শাখাটো প্ৰধান ভাষা। এই ভাষাৰ পৰা খৃঃ পূঃ চতুৰ্থ শতিকাত হেলেনীয় যুগত যি এক মান্য সাধাৰণ ( Common ) ৰূপৰ সৃষ্টি হৈছিল তাক 'কোইনে' ( Koine ) বুলি অভিহিত কৰা হৈছিল। এই ভাষাতে নিউ টেষ্টামেণ্ট ৰচিত হৈছিল আৰু পূৰ্ব প্ৰান্তত গ্ৰীক যেতিয়া সংযোগী ভাষা ( lingua-franka ) আছিল তেতিয়া এট্টিক ভাষাই মান্যভাষাৰূপে আছিল। 'কোইনে'ত বিভিন্ন সাহিত্য ৰচিত হৈছিল। সকলোৰে গ্ৰহণযোগ্য এই 'কোইনে'ৰ পৰা পিছলৈ আধুনিক গ্ৰীক ভাষাৰ সৃষ্টি হয়। আধুনিক গ্ৰীকভাষা দশম শতাব্দীৰ পৰা আৰম্ভ হয়। প্ৰথম অৱস্থাত গ্ৰীক ভাষা চিচিলি আৰু দক্ষিণ ইটালীত প্ৰসাৰিত হয়। সমগ্ৰ ইউৰোপতে গ্ৰীক ভাষা সাহিত্যই এক আলোড়নৰ সৃষ্টি কৰি সমগ্ৰ সংস্কৃতিলৈ অৱদান আগবঢ়াই গৈছে। গ্ৰীকভাষাৰ ভিতৰত এই এট্টিক গ্ৰীক শাখাৰে অৱদান সৰ্বাধিক।

ইন্দো-ইউৰোপীয় ভাষাতত্ত্বৰ ইতিহাসত গ্ৰীক ভাষাৰে স্থান প্ৰথম। কাৰণ গ্ৰীক

ভাষাই তুলনামূলক ভাষাতত্ত্বৰ প্ৰথম বাট মুকলি কৰোঁতা। গ্ৰীকৰ আন এক শাখা ডোৰিক, ক্ৰীট, ইজিয়ান প্ৰথমে প্ৰচলিত আছিল। লাকোনীয়, ক্ৰেটান, মেছাপীয়, ৰোডীয় আদি এই ডোৰীয় ভাষাৰে আঞ্চলিক বিভিন্ন ৰূপ মাথোন। লাকোনীয় শাখা ইয়াৰ ভিতৰত অন্যতম।

আয়োনিক, আৰ্কেডীয়, এওলীক আদি শাখাৰ ভাষাকেইটাও গ্ৰীক শাখাৰে অন্তৰ্গত। পৃথিৱীৰ বুৰঞ্জীত ভাষা-সাহিত্য-সংস্কৃতি সকলো দিশৰপৰাই গ্ৰীচৰ স্থান প্ৰথম আৰু প্ৰধান। আধুনিক ইউৰোপত ইংৰাজী, ফৰাচী, জাৰ্মান আদি ভাষাই যদিও প্ৰসাৰ লাভ কৰিছে, প্ৰাচীনতাৰ ফালৰপৰা কেৱল গ্ৰীক ভাষাইহে প্ৰধান মৰ্যাদা লাভ কৰিব পাৰিছে। সমগ্ৰ ইউৰোপৰে গৌৰৱৰ থলী আছিল গ্ৰীচ আৰু এই দেশৰ ভাষা সংস্কৃতিৰ পোহৰতহে ইউৰোপ আলোকিত হৈ পৰিছিল। প্লেটো, এৰিষ্টটল, চক্ৰিচ, হোমাৰ, চক্ৰেটিছ, এচ্ কাইলাছ আদি গ্ৰীক দাৰ্শনিক, পণ্ডিতৰ কৰ্মৰাজি কেৱল ইউৰোপৰে নহয়, সমগ্ৰ বিশ্বৰে গৌৰৱৰ স্থল। এথেন্সৰ স্বৰ্ণময় যুগৰ অৱসান ঘটাৰ লগে লগেই গ্ৰীক ভাষা-সাহিত্য ম্লান পৰে। তুৰ্কী আদিৰ আক্ৰমণৰ ফলত গ্ৰীচৰ প্ৰাচীন গৌৰৱ স্তিমিত হ'বলৈ ধৰিলে। বৰ্তমান গ্ৰীচৰ আধুনিক ভাষাৰ ৰূপটো 'Romaic' ৰূপে পৰিচিত। ইয়াতো দুটি সমান্তৰাল ৰূপ আছে। প্ৰথমটো সাহিত্যিক ৰূপ যিটোৱে প্ৰাচীন গ্ৰীকৰ ঐতিহ্য কিছু বাহাল ৰাখিছে আৰু আনটো কথ্য ৰূপৰ কাষ চপা যিটোত তুৰ্কী আৰু অন্যান্য বিদেশী ভাষাৰ মিশ্ৰণ ঘটিছে। আধুনিক গ্ৰীক ভাষা প্ৰায় ১০ কোটি লোকে কয়। আধুনিক গ্ৰীক ভাষাৰ উদ্ভৱৰ ক্ষেত্ৰত মূল গ্ৰীক ভাষাৰ বিকাশৰ স্তৰটো এনেদৰে নিৰ্ণয় কৰিব পাৰি—




### তোখাৰীয়ঃ

এই শাখাৰ ভাষাৰ আৱিষ্কাৰ এই শতিকাৰে ঘটনা। মধ্য এচিয়াৰ অন্তৰ্গত চীনীয়-তুৰ্কীস্থানত কিছুমান প্ৰত্নলেখ আৱিষ্কৃত হৈছে যিবোৰ ব্ৰাহ্মী আৰু খৰোষ্ঠী লিপিত লিখিত। কিছুমান আৱিষ্কৃত গ্ৰন্থ চিকিৎসা আৰু বৌদ্ধ শাস্ত্ৰৰ। এই আৱিষ্কৃত প্ৰত্নলেখাদিৰ ভাষা ইন্দো-ইউৰোপীয় ভাষাৰ অন্তৰ্গত কেন্টুম্ শাখাৰ বুলি ধাৰ্য্য কৰা হৈছে। এই ভাষা তুখাৰ নামৰ জাতিৰ আছিল বাবেই 'তোখাৰীয়' নামে চিহ্নিত কৰা

হৈছে। তুখাৰ জাতিৰ লোকসকল মধ্য-এচিয়াৰ বাসিন্দা আছিল আৰু তেওঁলোকে খৃঃ পূঃ দ্বিতীয় শতাব্দীৰ পৰা খৃষ্টীয় সপ্তম শতাব্দী পৰ্যন্ত ৰাজত্ব কৰা বুলি অনুমান কৰা হয়। পূব তোখাৰীয় আৰু পশ্চিম তোখাৰীয় দুটা উপভাষাৰ কথা অনুমান কৰা হৈছে। সপ্তম শতিকাৰ পিছত এই ভাষাৰ চিহ্ন পোৱা নাযায়। অৱশ্যে এই ভাষাৰ বিশ্বাস সম্পূৰ্ণ তথ্যৰ অভাৱত পোৱা নাযায়। কেৱল কুচা অঞ্চলৰ 'কোচীয়' ভাষাৰ কথা উল্লেখ কৰিব পাৰি।

তোখাৰীয় শাখাই বহুতো স্বতন্ত্ৰ উপাদান সংৰক্ষণ কৰিছে[৪] আৰু ই ইন্দো-ইউৰোপীয় অপ্ৰচলিত বৈশিষ্ট্যও সংৰক্ষণ কৰিছে যি তুলনামূলক অধ্যয়নৰ দিশত বৰ প্ৰয়োজনীয়। এই ভাষা বৰ্তমান লুপ্ত প্ৰায় আৰু তাৰ ঠাইত উইগুৰ তুৰ্কীয়ে ( Uigur Turkish ) স্থান লাভ কৰিছে।

## আলবেনীয় :

ইন্দো-ইউৰোপীয় শাখাৰ সতম্ শাখাৰ ভিতৰত আলবেনীয় শাখা অন্যতম। এই শাখাৰ ভাষা উত্তৰ-গ্ৰীচৰ আদ্ৰিয়াটিক সাগৰৰ পূব উপকূলৰ আলবেনীয়াত প্ৰচলিত। তদুপৰি যুগোশ্লাভিয়াতো এই ভাষাৰ প্ৰচলন আছে। এই শাখাক ইল্লিৰিয়ান ( Illyrians ) আখ্যাও দিয়া হয়। প্ৰথমে এই শাখাৰ ভাষাক গ্ৰীক ভাষাৰে অন্তৰ্গত বুলি ভবা হৈছিল যদিও বৰ্তমান এই ভুল আঁতৰিছে। কাৰণ, ইয়াৰ ধ্বনিতাত্ত্বিক আৰু ব্যাকৰণ আদিৰ দিশত ই গ্ৰীক ভাষাৰ অন্তৰ্গত নহয় বুলি প্ৰতিপন্ন কৰাত সহায় কৰিছে। আলাবেনীয়সকল স্লাভসকলৰ পৰাক্ৰমৰ বাবেহে আদ্ৰিয়াটিক উপকূলবৰ্তী হৈ বসবাস কৰে। এই ভাষাত লিখিত নিদৰ্শন ১৪৬২ খৃষ্টাব্দৰপৰা পোৱা যায় যদিও সুস্পষ্ট নিদৰ্শন তাৰো কেবা শতাব্দীৰো পিছতহে ( প্ৰায় সপ্তদশ ) পোৱা যায়।

এই ভাষাৰ বিশেষ বৈশিষ্ট্য হ'ল ইয়াৰ শব্দ সম্ভাৰত গ্ৰীক, লেটিন, তুৰ্কী আদি শব্দৰ বিপুল পয়োভৰ। এই ভাষা ইন্দো-ইউৰোপীয় ভাষাসমূহৰে ভিতৰত আটাইতকৈ বিকৃতিপ্ৰাপ্ত ভাষা। এই শাখাৰ ভাষাসমূহৰ তালিকা এনেদৰে দেখুৱাব পাৰি—




৪. Lockwood, W. B.: Indo-European Philology, পৃ. ৩৮

### আৰ্মেনীয় :

এই শাখাৰ ভাষা এচিয়া মাইনৰৰ আৰ্মেনীয় অঞ্চলত প্ৰচলিত। এই শাখাৰ ভাষা খৃঃ পূঃ সপ্তম / অষ্টম শতিকামানৰ পৰাই প্ৰচলিত আছিল। অৱশ্যে এই ভাষা ঐতিহ্য আৰু প্ৰাচীনত্বৰ ফালৰপৰা উল্লেখযোগ্য নহয়। ইন্দো-হিট্টী ভাষাৰ কিছুমান অৱশিষ্ট এই আৰ্মেনীয় ভাষাত পোৱা যায়। পাৰ্চী, ইৰাণীয় শাখাৰ শব্দাৱলী এই ভাষাত সোমাই পৰিছে।

খৃষ্টীয় পঞ্চম শতিকাত এই ভাষাৰে কৰা বাইবেলৰ অনুবাদ পোৱা যায় আৰু আৰ্মেনীয় ভাষাৰ ইয়ে প্ৰাচীন নিদৰ্শন বুলি জনা গৈছে। গ্ৰীক ভাষাৰ ধৰ্ম, দৰ্শন সম্বন্ধীয় গ্ৰন্থৰ অনুবাদ আৰ্মেনীয় ভাষাত পোৱা যায়। এতিয়াও প্ৰাচীন আৰ্মেনীয়ৰ প্ৰয়োগ এক শ্ৰেণী লোকৰ মাজত প্ৰচলিত আছে। আধুনিক আৰ্মেনীয় পূব আৰু পশ্চিম দুটা শাখা আছে। পূব শাখা ইৰাণ আৰু আৰ্মেনীয়াত প্ৰচলিত আৰু পশ্চিম শাখা তুৰস্কত প্ৰচলিত। পশ্চিম আৰ্মেনীয়াৰ অন্তৰ্গত 'স্তামুল' কন্সটান্টিনোপল আৰু কৃষ্ণ সাগৰৰ উপকূল অঞ্চলত প্ৰচলিত।

সভ্যতাৰ ক্ষেত্ৰত এই আৰ্মেনীয়সকল অতি উন্নত আছিল বুলি জনা যায়। গ্ৰীক, লেটিন্ আদি ভাষাৰ গ্ৰন্থই এই ভাষা সম্পৰ্কে নানা তথ্যৰ সন্ধান দিছে। অৱশ্যে এই ভাষা কোৱা লোকো সংখ্যালঘিষ্ঠ আৰু প্ৰাচীন সাহিত্যিক নিদৰ্শনৰ ফালৰ পৰাও ই অধিক আগবঢ়া নহয়। ইৰাণীয় শাখাৰ ব্যাকৰণৰ কোনো কোনো দিশত আৰ্মেনীয় শাখাৰ সাদৃশ্যৰ প্ৰতি লক্ষ্য ৰাখি ইয়াক ইৰাণীয় শাখাৰে অন্তৰ্গত বুলি ভৱা হৈছিল যদিও প্ৰকৃততে ই ইন্দো-ইউৰোপীয়ৰ অন্য এক ভাষা বুলিহে প্ৰমাণিত হৈছে।

### বাল্টোস্লাৱীয় :

বাল্টোস্লাৱীয় শাখাৰ ভাষা পূব ইউৰোপৰ বৃহৎ অঞ্চল জুৰি আছে। ই দুটা শাখাত বিভক্ত—বাল্টীয় আৰু স্লাৱীয়। বাল্টীয় শাখাৰ ভাষাসমূহ প্ৰাচীন প্ৰুচীয় ( Prussian ), লেত্তীয় (Lettic) আৰু লিথুনীয় ( Lithayian )—এই তিনিটা ভাগত বিভক্ত। প্ৰুচীয় শাখাৰ ভাষা সপ্তদশ শতিকাৰপৰা জাৰ্মানী ভাষাই আৱৰি লোৱাৰ ফলত ই লুপ্ত হয়। লেত্তীয় শাখাৰ ভাষা লাটভিয়াৰ প্ৰায় বিশ লাখ মানুহে কয়। লিথুনীয় ভাষা লিথুনীয়াৰ প্ৰায় ত্ৰিশ লাখ মানুহৰ মাজত প্ৰচলিত। বাল্টীয় শাখাৰ ভাষাসমূহ এসময়ত সুদূৰ প্ৰাচ্যৰ মস্কো পৰ্যন্ত পৰিব্যাপ্ত আছিল। লিথুনীয় ভাষা ইন্দো ইউৰোপীয় ভাষাবোৰৰ ভিতৰত সকলোতকৈ প্ৰাচীন বুলি অনুমান কৰা হৈছে আৰু ইয়াত প্ৰাচীন ৰূপ বহু পৰিমাণে সংৰক্ষিত হোৱা দেখা গৈছে। খৃষ্টাব্দ ষোড়শ শতিকাৰ মাজভাগত ইয়াৰ নিদৰ্শন পোৱা যায়। ভৌগোলিক ক্ষেত্ৰত এই ভাষা কোৱা লোকসকল ডাঠ হাবি-জঙ্গলত বসবাস কৰিব লগা হৈছিল বাবে এই ভাষাৰ গতি একেবাৰেই মন্থৰ। লেট বা লেত্তীয় ভাষাৰ প্ৰথম নিদৰ্শন ষোড়শ শতাব্দীত পোৱা যায়। লিথুনীয় শাখাৰ ভাষাই অনেক প্ৰাচীন

বৈশিষ্ট্য ৰক্ষণ কৰাৰ বাবে ইন্দো-ইউৰোপীয় ভাষা-তত্ত্ব দিশত এই ভাষাৰ অধ্যয়নে সহায় কৰিব। বাণ্টীয় শাখাৰ ভাষাসমূহৰ বিভাজন এনেদৰে নিৰ্ণয় কৰিব পাৰি :




স্লাবীয় শাখাৰ ভাষাসমূহক পূব, পশ্চিম আৰু দক্ষিণ এই তিনিটা শাখাত বিভক্ত কৰা হৈছে। এই তিনিটা শাখাৰ ভাষাসমূহৰ তালিকা এনেদৰে দেখুৱাব পাৰি—




পূব স্লাবীয় শাখাৰ ভিতৰত পৰা ভাষা কেইটা হৈছে বৃহৎ ৰুচীয় ( Great Russian ), শ্বেত বা বুলগেৰীয় ( White or belo-Russian ) আৰু ক্ষুদ্ৰ ৰুচীয় ( Little Russian )।

বৃহৎ ৰুচীয় শখাৰ ভিতৰত ছোভিয়েত ৰুচিয়াৰ ভাষা অন্যতম। ৰুচিয়াৰ উত্তৰ, পূব আৰু মধ্য অঞ্চলৰ প্ৰায় ৯৫ নিযুত লোকৰ মাজত এই ভাষা প্ৰচলিত। ৰুচিয়াৰ এই মাতৃভাষাৰ অন্তৰ্গত ১২০ টা মান ভাষাৰ প্ৰচলন আছে। ৩ কোটিমান ৰুচীয় ভাষীৰ উপৰিও আন ২ কোটি লোকেও এই ভাষাক মাতৃভাষাৰূপে গ্ৰহণ কৰিছে। সমগ্ৰ স্লাবীয় শাখাৰ ভিতৰত আটাইতকৈ অধিক লোকে এইভাষা কয়। এই ভাষাৰ সাহিত্যিক নিদৰ্শন একাদশ শতিকাৰপৰা পোৱা যায়। এই ভাষাত অনেক মহৎ, কালজয়ী সাহিত্যৰ সৃষ্টি হৈছে। ৰুচীয় ভাষাৰ বৰ্ণমালাক চাইৰিলিক ( cyrillic ) আখ্যা দিয়া হয়। স্লাভ সকলৰ মাজত ধৰ্ম প্ৰচাৰৰ হেতু চাইৰিল নামৰ ধৰ্ম-গুৰু এগৰাকীয়ে প্ৰয়োগ কৰা বুলগেৰীয় লিপিয়েই ৰুচভাষাৰো লিপি। ইউক্ৰেনীয়, শ্বেতৰুচীয় আদিত এই লিপিৰ ব্যৱহাৰ আছে। ৰুচীয় ভাষাত ৩২ টা বৰ্ণ। গ্ৰীক, লেটিন, জাৰ্মান, ফৰাচী, ইংৰাজী আদি ভাষাৰ অসংখ্য শব্দেৰে এই ভাষা সমৃদ্ধ হৈছে।

শ্বেত বা বুলগেৰীয় শাখাৰ ভাষা পশ্চিম ৰুচিয়াত প্ৰচলিত। প্ৰায় সাত নিযুত লোকৰ মাজত এই ভাষা প্ৰচলিত। পোলেণ্ডৰ কিছু অংশতো এই ভাষা প্ৰচলিত। ক্ষুদ্ৰ ৰুচীয় শাখাক ইউক্ৰেমীয় নামেৰেও অভিহিত কৰিব পাৰি। দক্ষিণ ৰুচিয়াৰ প্ৰায় ৩৮ নিযুত লোকে এই ভাষা কয়। জাতীয়তাবাদৰ দ্বাৰা উদ্বুদ্ধ হৈ ইউক্ৰেমীয় সকলে বৃহৎ ৰুচীয়ৰ লগত পাৰ্থক্যৰ সীমাৰেখা প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিছিল। পিছে পৰম্পৰে পৰম্পৰৰ সামঞ্জস্যই পিছলৈ এই দুয়োৰে মাজৰ বৈষম্য দূৰ কৰে। ক্ষুদ্ৰ, বৃহৎ আৰু শ্বেত—এই তিনিও শাখাৰ ভাষাই ৰুচীয় ভাষাৰ বিকাশৰ ইন্ধন যোগাইছে।

পশ্চিম স্লাৱীয় ভাষাৰ ভিতৰত তিনিটা ভাষা পৰে—পোলিচ্, চেক্ আৰু স্লোৱাক। এই গোটেই কেইটাৰ ভিতৰত পোলেণ্ডত পোলিচ্ ভাষাগোষ্ঠীৰ সংখ্যাই বেছি আৰু প্ৰায় ৩০ নিযুত লোকে এই ভাষা কয়। এই ভাষা পোনতে জাৰ্মান, অষ্ট্ৰীয়া আৰু ৰুচীয়া চৰকাৰৰ হস্তগত আছিল; কিন্তু ১৯১৮ খৃষ্টাব্দৰপৰা ই স্বাধীন নতুন পোলেণ্ডৰ জন্ম হয়। এই ভাষাৰ প্ৰাচীনতম নিদৰ্শন ত্ৰয়োদশ শতিকাৰপৰা পোৱা বুলি অনুমান কৰা হৈছে। পোলসকল সদায় জাতীয়তাবাদৰ প্ৰতি অধিক আগ্ৰহী আৰু এই ভাষাৰ ক্ৰমবিকাশৰ ধাৰাত পোলবাসীৰ স্বাধীনতাপ্ৰেমী মনৰ সন্ধান দিয়ে।

চেক্ ভাষা হ'ল চেকোশ্লোভাকিয়াৰ ভাষা। প্ৰায় ১২ নিযুত লোকৰ মাজত এই ভাষা প্ৰচলিত। এই ভাষাৰ সাহিত্যিক নিদৰ্শনৰ ধাৰাবাহিকতা ত্ৰয়োদশ শতিকাৰপৰাহে পোৱা যায়।

স্লোৱাক ভাষাৰ লগত চেক্ ভাষাৰ অন্যতম সাদৃশ্য দেখা যায়। স্লাৱসকলৰ মাজত প্ৰচলিত এই ভাষাৰ লগত দক্ষিণ আৰু পূব স্লাৱীয়ৰ (ইউক্ৰেনীয়) সাদৃশ্য বিদ্যমান।

ৱেণ্ডিচ নামৰ আৰু এক ভাষাৰ পশ্চিম স্লাৱীয়ৰ অন্তৰ্গত বুলি ধৰা হৈছে। অৱশ্যে ই মৃতপ্ৰায় ভাষা।

দক্ষিণ স্লাৱীয় শাখাৰ ভাষাবোৰৰ ভিতৰত চেৰ্বোক্ৰোয়েটীয় (Serbo-croation), স্লোৱেনীয় (Slovenian) আৰু বুলগেৰীয় (Bulgarian) ভাষা অন্যতম।

বলকান্ উপত্যকাত প্ৰচলিত ভাষা বুলগেৰীয় ভাষাৰ বিশেষ ভাষাগত বৈশিষ্ট্যৰে সমৃদ্ধ ভাষা। আন স্লাৱীয় ভাষাৰ লগত এই ভাষাৰ অনেক বৈসাদৃশ্য দেখা যায়। বুলগেৰীয় শাখাত স্লাৱীয় শাখাৰ সকলোতকৈ প্ৰাচীন নিদৰ্শন পোৱা যায়। আধুনিক বুলগেৰীয় ভাষাত তুৰ্কী ভাষাৰ পৰা ধাৰ কৰা উপাদান নিহিত হৈ আছে, য'ত ৰুচিয়া ভাষাৰ সাহিত্যিক ৰূপ নিহিত হৈ আছে। এই ভাষা প্ৰায় ৮ নিযুত লোকৰ মাজত প্ৰচলিত। লেটিন ভাষাই যিদৰে ইউৰোপৰ পশ্চিমাংশত এক বিশেষ স্থান লাভ কৰিছিল ঠিক তেনেদৰে বুলগেৰীয় ভাষাইও ইউৰোপৰ পূৰ্বাংশত বিশেষ স্থান লাভ কৰে। নৱম শতিকাৰ মধ্য ভাগত দুজন গ্ৰীক ধৰ্মযাজকে কনষ্টান্টিনোপৰ পৰা গৈ স্লাৱসকলৰ মাজত ধৰ্মপ্ৰচাৰ কৰোঁতে ৰোমান বৰ্ণমালা আহিৰ লিপিৰ সৃষ্টি কৰি বুলগেৰীয় ভাষাত বাইবেল অনুবাদ কৰে। বুলগেৰীয় ভাষাৰ বিকাশৰ ধাৰা অন্যান্য স্লাৱীয় ভাষাতকৈ কিছু পৃথক।

চেৰ্বোক্ৰোৱেটীয় ভাষা চাবিয়া আৰু ক্ৰোৱেটৰ ভাষা আছিল। এই দুই ভাষাৰ

মাজত যৎসামান্য পাৰ্থক্য থকা হেতুকে দুয়োকে একে শাখাৰে বুলি গণ্য কৰা হৈছে। যুগোশ্লাভিয়াত প্ৰচলিত এই ভাষাৰ প্ৰাচীন নিদৰ্শন দ্বাদশ শতিকাৰপৰা পোৱা গৈছে। ইন্দো-ইউৰোপীয় ভাষাৰ মূল ভাষাগত বৈশিষ্ট্য বহু পৰিমাণে ৰক্ষিত হৈছে।

যুগোশ্লাভিয়াৰ দক্ষিণ আছিয়াট্ৰিক উপকূলত প্ৰচলিত ভাষাক শ্লোৱেনীয় ভাষা আখ্যা দিয়া হয়। প্ৰায় ২ নিযুতৰ ওচৰাওচৰি লোকে এই ভাষা কয়। ইয়াৰ প্ৰাচীনতম নিদৰ্শন দশম শতিকাত পোৱা যায়।

বাল্টীয় আৰু স্লাবীয় শাখাৰ মাজত ব্যাকৰণ আৰু শব্দাৱলীৰ যথেষ্ট পাৰ্থক্য পৰিলক্ষিত হয়। সেইবাবেই এই দুয়ো ভাষাক একে শাখাৰে অন্তৰ্গত কৰা হৈছে। এই শাখাৰ ভাষাত ইন্দো-ইউৰোপীয়ৰ অনেক প্ৰাচীন বৈশিষ্ট্যৰ সংৰক্ষণ মন কৰিবলগীয়া।

**ইন্দো-ইৰাণীয় ( Indo-Iranian ) :** বৃহৎ ইন্দো-ইউৰোপীয় ভাষাৰ সতম্ শাখাৰ অন্যতম এক ভাষা হ'ল ইন্দো-ইৰাণীয়। এই ভাষাই কিছুমান অতি প্ৰাচীন ভাষাগত নিদৰ্শন সংৰক্ষণ কৰিছে। এই শাখাৰ ভাষাসমূহ প্ৰধানভাৱে ভাৰতবৰ্ষ, ইৰাণ, আফগানিস্থান, পাকিস্থান, বাংলাদেশ, শ্ৰীলংকা আদিত প্ৰচলিত। এই শাখাটোক 'আৰ্য্য' নামেৰেও বুজোৱা হয়। কিন্তু দৰাচলতে 'ইন্দো-ইৰাণীয়' ভাষাৰ এটা শাখাকহে 'আৰ্য্য' নামেৰে জনা যায়। মূল ইন্দো-ইউৰোপীয়ৰ এই বিশেষ শাখাটোৱে কেতিয়াৰ পৰা বিকাশৰ পথত অগ্ৰসৰ হয় সঠিককৈ ক'ব নোৱাৰি। অৱশ্যে হিট্টী ( Hittite ) প্ৰত্নলেখৰ মাজত উদ্ধাৰ হোৱা দেৱতাৰ নাম আদিৰ দ্বাৰা খৃঃ পূঃ দুহেজাৰ বছৰ মানৰ পৰা মূলভাষাৰ পৰা ইন্দো-ইৰাণীয়ৰ পৃথকীকৰণ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ উমান পোৱা যায়।

'ইন্দো-ইৰাণীয়' নামকৰণ মূলতে হ'ল এই ভাষা প্ৰধানতঃ ভাৰত আৰু ইৰাণত প্ৰচলিত। ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীৰ এটি দল খৃঃ পূঃ দুহেজাৰ মানতে মেছোপটেমিয়াত উপস্থিত হয়হি—ৰুচিয়া, কাজাকস্তান, ককেচাচ্ পৰ্বতমালা অতিক্ৰম কৰি। মেছোপটেমিয়াৰ উত্তৰ অঞ্চলৈ অহা দলটো আচ্ছিৰীয় সভ্যতাৰ সংস্পৰ্শলৈ আহে আৰু পূব মেছোপটেমিয়াৰ দলটো আহি ইৰাণ পায়হি। ইয়াৰ পৰাই এটি দল ক্ৰমান্বয়ে বেলুচিস্থান, আফগানিস্থান আদি পাৰহৈ খৃঃ পূঃ পঞ্চদশ শতিকামানত ভাৰতবৰ্ষত উপস্থিত হয়হি। ইৰাণত প্ৰচলিত ভাষাটোৱে 'ইৰাণীয়' শাখা নাম পালে আৰু ভাৰতবৰ্ষত প্ৰচলিত শাখাটো 'ভাৰতীয় আৰ্য্য' নামেৰে চিহ্নিত হ'ল। গতিকে ভাৰতীয় আৰ্য্যৰ লগত ইৰাণীয় ভাষাৰ একেটাৰ নিকট সম্পৰ্ক বিৰাজমান। ভাষাগত সাদৃশ্যৰ উপৰিও ধৰ্ম-সংস্কৃতি আদি দিশতো এই দুইটি দলৰ মাজত মিল নোহোৱা নহয়। দুইটি ভাষাদলৰ মাজৰ পাৰস্পৰিক সম্পৰ্কৰ ওপৰত নিৰ্ভৰ কৰি ইন্দো-ইৰাণীয় নামটো গ্ৰহণ কৰা হৈছে।

**ইন্দো-ইৰাণীয়ৰ বিভাজন :** ইন্দো-ইৰাণীয়ৰ প্ৰধানভাৱে দুটা শাখা—ইৰাণীয় আৰু ভাৰতীয় আৰ্য্য। কোনো কোনোৱে ইয়াৰ তিনিটা বিভাজনৰ কথা উল্লেখ কৰিছে। সেই কেইটা হ'ল—ইৰাণীয়, দৰদীয় আৰু ভাৰতীয় আৰ্য্য। দৰদীয় শাখাটোক ইৰাণীয় আৰু ভাৰতীয় আৰ্য্যৰ মধ্যৱৰ্তী শাখা ৰূপেহে গণ্য কৰা হয়।

**ইৰাণীয় শাখা ( Iranian ) :** ইৰাণীয় শাখাৰ ভাষা প্ৰধানভাৱে ইৰাণত প্ৰচলিত। এই ভাষাক আকৌ প্ৰধানভাৱে দুটা ভাগত বিভক্ত কৰিব পাৰি। সেই দুটা হৈছে— আৱেস্তীয় আৰু প্ৰাচীন পাৰ্ছীয়। জৰথুশ্‌ত্ৰীয় মতাৱলম্বী সকলৰ বেদস্বৰূপ প্ৰাচীন শাস্ত্ৰ আৱেস্তাৰ ভাষা হ'ল আৱেস্তীয়। ইৰাণৰ উত্তৰ পূব অঞ্চলৰ কথিত ভাষাই আৱেস্তীয় ভাষাৰ মূল ৰূপে চিহ্নিত কৰা হৈছে। জৰথুশ্‌ত্ৰৰ সময় সম্পৰ্কে মতানৈক্য আছে যদিও খৃঃ পূঃ সপ্তম/অষ্টম শতিকাৰ ভিতৰতে আৱেস্তাৰ প্ৰাচীনতম গাথা ৰচিত হয় বুলি অনুমান কৰা হয়। বেদৰ ভাষাৰ লগত গাথাবোৰৰ ভাষাৰ প্ৰভূত সম্পৰ্ক আছে। অৰ্বাচীন আৱেস্তাৰ বহুভাষা খৃঃ পূঃ চতুৰ্থ-তৃতীয় শতিকাৰ আগত ৰচিত বুলি অনুমান কৰা হৈছে। আৱেস্তাৰ কিছু ৰচনা নষ্ট হোৱাৰ ফলত পুনৰ্লিখিত হোৱাৰ বাবেহে প্ৰাচীন আৰু অৰ্বাচীন এই দুটা ৰূপ দেখিবলৈ পোৱা যায়। জৰথুশ্‌ত্ৰৰ দ্বাৰা প্ৰৱৰ্তিত নীতিমূলক ধৰ্ম অৱলম্বন কৰাৰ আগতে ইৰাণীয় আৰ্য্যসকল ভাৰতীয় আৰ্য্যসকলৰ দৰেই যাগযজ্ঞ আৰু দেৱতাৰ উপাসনাত ব্ৰতী আছিল। ভাৰতীয় আৰ্য্যৰ অন্তৰ্গত বৈদিক সংস্কৃত ভাষাৰ লগত আৱেস্তাৰ বহু সম্পৰ্ক ৰক্ষিত হোৱা দেখা যায়।

ইৰাণীয় ভাষাৰ দ্বিতীয় শাখাটো হ'ল প্ৰাচীন পাৰ্ছী ভাষা। পাৰস্য প্ৰদেশ তথা ইৰাণৰ দক্ষিণ-পশ্চিম অঞ্চলৰ ভাষা হল প্ৰাচীন পাৰ্ছী। এই প্ৰদেশৰ অধিবাসী হখামনীয়ীয় ( Achaemenlan )[৫] বংশৰ সাম্ৰাজ্য বিস্তাৰৰ লগে লগে তেওঁলোকৰ মাতৃভাষা প্ৰাচীন পাৰ্ছী সমগ্ৰ ইৰাণৰ ৰাজ্য ভাষা ৰূপে পৰিচিত হয়। এই বংশৰ সম্ৰাটসকল খৃঃ পূঃ ষষ্ঠ শতিকাৰ পৰা খৃঃ পূঃ চতুৰ্থ শতিকাৰ মাজত প্ৰতিপত্তিশালী হৈ উঠে। এই সকলৰ শিলালিপি আৰু ধাতুত খোদিত লিপিত প্ৰাচীন পাৰ্ছীৰ প্ৰয়োজনীয় নিদৰ্শন পোৱা যায়। প্ৰাচীনকালত মেচোপটেমীয়া আৰু এচিয়া মাইনৰ অঞ্চলত যি বানমুখ লিপিৰ প্ৰচলন আছিল, তাৰ এক সৰলৰূপত প্ৰাচীন পাৰ্ছীৰ অনুশাসন সমূহ লিখা হৈছিল। প্ৰাচীন পাৰ্ছীৰ পৰবৰ্তী স্তৰত বিশেষ বিকাশ সাধিত হয়। খৃঃ পূঃ চতুৰ্থ শতিকামানৰপৰা প্ৰাচীন পাৰ্ছী সৰলীকৰণৰ পথত আগবাঢ়ে। বিকাশৰ এই স্তৰটোক মধ্য পাৰ্ছী বুলি অভিহিত কৰিব পাৰি। প্ৰাচীন ভাৰতীয় আৰ্য্য বৈদিক সংস্কৃতৰ বিকাশৰ পৰৱৰ্তী স্তৰটো প্ৰকৃতৰূপে পৰিচিত হোৱাৰ দৰে প্ৰাচীন পাৰ্ছীৰ পৰৱৰ্তী স্তৰটোক মধ্যপাৰ্ছী বা পহ্‌লবী ৰূপে চিহ্নিত কৰা হৈছে। মধ্যযুগীয় ইৰাণত পহলবী ভাষা কথিত আৰু লিখিত দুয়োটা ৰূপতে পোৱা যায়। পহলবী ভাষাৰ লগত ছেমীয় ভাষাৰ প্ৰভূত সাদৃশ্য আছে। কাৰণ ছেমীয় ভাষাৰ লগত পহলবীৰ ব্যাকৰণগত সাদৃশ্যৰ মূলতে আছে খৃষ্টাব্দ সপ্তম শতিকাৰ ইৰাণী সকল আৰবৰ মুছলমান সকলৰ কৱলত পৰে। পহ্‌লবীৰ বাহিৰেও আৰু দুই এটি ভাষা মধ্য ইৰাণী বা মধ্যপাৰ্ছীৰ অন্তৰ্গত হয়। ইয়াৰ ভিতৰত শক ভাষা উল্লেখযোগ্য। এই ভাষাত অনেক বৌদ্ধ গ্ৰন্থ অনূদিত হৈছিল।

পহ্‌লবী বা মধ্য পাৰ্ছীৰ পৰবৰ্তী স্তৰটো হ'ল নব্য পাৰ্ছী বা আধুনিক পাৰ্ছী। খৃষ্টীয় অষ্টম শতিকাৰ পৰা আধুনিক পাৰ্ছীৰ উৎপত্তি হোৱা বুলি অনুমান কৰিব পাৰি। আধুনিক

৫. সেন, সুকুমাৰ : ভাষার ইতিবৃত্ত, পৃ. ৯৭

পাৰ্চীক 'ফাৰ্চী' বুলিও কোৱা হয়। প্ৰাচীন পাৰ্চী আৰু আধুনিক পাৰ্চীৰ মাজত সম্পৰ্ক কম। ইংৰাজীৰ দৰে ফাৰ্চীৰ ব্যাকৰণৰ নিয়মাৱলীবো পৰিবৰ্তন ঘটিছে। আৰবী ভাষাৰ প্ৰভাৱে ফাৰ্চী ভাষাক অলপ পৃথকৰূপে দান কৰিছে। আৰবী লিপিৰেই ফাৰ্চী ভাষা লিখা হয়। এই ভাষাত উচ্চমান বিশিষ্ট সাহিত্য ৰচিত হৈছে। ইৰাণৰ বাহিৰেও অন্যান্য ঠাইতো ইয়াৰ প্ৰচলন বাঢ়িছে। আফগানিস্থানৰ পশ্‌তো বা পস্‌তো ভাষা বেলুচিস্থানৰ বেলুচী ভাষা ইয়াৰ অন্তৰ্গত। কাস্পিয়ান সাগৰৰ তীৰতো ইৰাণীয় উপশাখাৰ দুই এটি ভাষাৰ প্ৰচলন আছে। পস্‌তে ভাষাত বিভিন্ন সাহিত্যৰ, বেলুচি ভাষাত বিভিন্ন গীতপদ আদি বহুপৰিমাণে পোৱা যায়।

**দৰ্‌দীয় শাখা ( Dardic ) ঃ** প্ৰাচীন ভাষাতত্ত্ববিদৰ মতে ইন্দো ইৰাণীয় ভাষাৰ ইৰাণীয় আৰু ভাৰতীয় আৰ্য্যশাখাৰ মধ্যৱৰ্তী ভাষা এটিৰ নাম হ'ল দৰ্‌দীয় ভাষা। এই ভাষাৰ মাজত ইৰাণীয় আৰু ভাৰতীয় আৰ্য্য দুয়োৰে কিছু বিশেষত্ব বিৰাজমান। এই ভাষাসমূহ ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম সীমান্তৰ হিন্দুকুশ, পামিৰ উপত্যকা, কাশ্মীৰ আদিত প্ৰচলিত। সংস্কৃত সাহিত্যত এই ভাষা কোৱা লোকসকলক দৰদ্ বুলি অভিহিত কৰা হৈছে। এই দৰ্‌দীয় শাখাৰ ভাষাবোৰ হ'ল—কাশ্মীৰী, কাফিৰ, কোহিস্তানী, চিত্ৰালী আদি। দৰ্‌দীয় শাখাৰ ভাষাবোৰৰ যথোপযুক্ত অধ্যয়ন বা আলোচনা হ'লেহে বিতৰ্কমূলক অনেক কথা স্পষ্ট হৈ পৰিব।

কাশ্মীৰী ভাষাই এই শাখাৰ ভাষাবোৰৰ ভিতৰত অন্যতম। প্ৰাচীন ঐশ্বৰ্য্যশালী ভাষাৰূপে এই ভাষাই স্বীকৃতি লাভ কৰিছে। ভাৰতীয়-আৰ্য্যভাষাৰ মূল সুঁতিৰ লগত এই ভাষাই অতি পুৰণি কালৰে পৰা সংযোগ ৰক্ষা কৰি আহিছে। সাহিত্য-সম্পদৰ ফালৰ পৰা ই অতি সমৃদ্ধ ভাষা। খৃষ্টীয় ষষ্ঠ শতিকাৰ গুণাঢ্য নামৰ পণ্ডিতে পৈশাচী প্ৰাকৃতত ৰচনা কৰা 'বৃহৎকথা' ( বড্ডকহা ) নামৰ গ্ৰন্থখন প্ৰাচীন কাশ্মীৰী ভাষাত ৰচিত বুলি অনুমান কৰা হয়। প্ৰাচীন ব্ৰাহ্মী লিপিৰ পৰা উদ্ভৱ হোৱা 'শাৰদা' লিপি কাশ্মীৰী ভাষাই গ্ৰহণ কৰিছিল। কিন্তু ক্ৰমান্বয়ে ইয়াৰ অধিকাংশ লোকে ইচলাম ধৰ্ম গ্ৰহণ কৰা বাবে ফাৰ্চী হৰফতে ইয়াৰ লিখন ৰীতি প্ৰচলিত হয়।

দৰ্‌দীয় শাখাৰ ভাষাসমূহত ইৰাণীয় আৰু ভাৰতীয় আৰ্য্য—কোন ভাষাৰ প্ৰভাৱ বেছি এই সম্পৰ্কে আলোচনাৰ স্থল আছে। সংস্কৃত ভাষাৰ প্ৰভাৱ কাশ্মীৰীৰ বাহিৰে আনত তেনেকৈ পৰা দেখা নাযায়। বাকী ভাষা সমূহত ইৰানীয় ভাষাৰে প্ৰভাৱ অধিক বুলি অনুমানৰ স্থল আছে।

**ভাৰতীয় আৰ্য্যভাষা (Indo-Aryan) ঃ** ইন্দো-ইৰাণীয় বা ভাৰত-ইৰাণীয় ভাষাৰ অন্যতম এক শাখা হ'ল ভাৰতীয় আৰ্য্যভাষা। মূল ইন্দো-ইৰাণীয়ৰ এটা দল আনুমানিক খৃঃ পূঃ পঞ্চদশ শতিকামানতে ইৰাণ, ইৰাক আদি অতিক্ৰমি আফগানিস্থান, বেলুচিস্থান, পাকিস্থানৰ মাজেৰে আহি ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম কোণত অৱতীৰ্ণ হয়হি। ক্ৰমান্বয়ে পঞ্জাব, মধ্যপ্ৰদেশ, উত্তৰপ্ৰদেশ, বিহাৰ, উৰিষ্যা, পশ্চিমবঙ্গ, অসম আদি ৰাজ্যত ই প্ৰসাৰতালাভ কৰে। ভাৰতীয় আৰ্য্যভাষাৰ এক বিশেষত্ব হ'ল—সমগ্ৰ ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীৰ ভিতৰতে ই প্ৰাচীনতম ভাষা চৰ্চাত সৰ্বপ্ৰথমৰূপে স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হয়।

ভাৰতীয়-আৰ্য্যভাষাগোষ্ঠী কোৱা লোকসকল ভাৰতবৰ্ষলৈ আহোঁতে অষ্ট্ৰিক, দ্ৰাবিড় আদি ভাষাগোষ্ঠীৰ লোকসকলক আঁতৰাই আৰ্য্য সভ্যতা আৰু সংস্কৃতিৰ পোহাৰ মেলিবলৈ সমৰ্থবান হয়। ভাষা, সাহিত্য, ধৰ্ম আদিত এই ভাষাগোষ্ঠীয়ে অদ্বিতীয় স্থান লাভ কৰে আৰু সমগ্ৰ ভাৰতৰ ভিতৰতে আপোন প্ৰভুত্ব বিস্তাৰ কৰিবলৈ সমৰ্থ হয়। এই ভাষাৰ এক সুবিশাল ইতিহাস আছে। ভাষাৰ ক্ৰমবিকাশৰ ধাৰাৰ ওপৰত ভিত্তি কৰি প্ৰধানভাৱে ইয়াক তিনিটা স্তৰত বিভাজন কৰা হৈছে।

১। প্ৰাচীন ভাৰতীয় আৰ্য্যভাষা: সময়সূচী খৃঃ পূঃ পঞ্চদশৰ পৰা খৃঃ পূঃ ষষ্ঠ শতাব্দী পৰ্যন্ত। ইয়াৰ অন্তৰ্গত হ'ল বৈদিক সংস্কৃত ভাষা।

২। মধ্যভাৰতীয় আৰ্য্যভাষা: সময়সূচী খৃঃ পূঃ ষষ্ঠ শতাব্দীৰ পৰা খৃষ্টীয় দশম শতিকা পৰ্য্যন্ত। এই স্তৰৰ ভাষাৰ অন্তৰ্গত হ'ল পালি, প্ৰাকৃত আৰু অপভ্ৰংশ।

৩। আধুনিক ভাৰতীয় আৰ্য্যভাষা: খৃষ্টাব্দ দশমৰ পৰা বৰ্তমানলৈকে। ইয়াৰ অন্তৰ্গত ভাষাসমূহ হ'ল—পঞ্জাবী, সিন্ধী, গুজৰাটী, মাৰাঠী, বাংলা, অসমীয়া, উড়িয়া আদি।

ভাৰতীয় আৰ্য্যভাষাৰ এই তিনিওটি স্তৰতে বিভিন্ন সাহিত্য কৰ্মৰাজি উল্লেখনীয়। সমগ্ৰ ভাৰতীয় সভ্যতাৰ ক্ষেত্ৰত এই আৰ্য্যগোষ্ঠীৰ লোকসকলৰ অৱদান সৰ্বাধিক। ইয়াৰ প্ৰাচীন ভাৰতীয় আৰ্য্যৰ স্তৰত বৈদিক সংস্কৃত ভাষাৰ নিদৰ্শন, মধ্যভাৰতীয় আৰ্য্যৰ স্তৰত বিভিন্ন পালি সাহিত্যৰাজি, অশোকৰ অনুশাসন, বিভিন্ন সাহিত্যিক প্ৰাকৃত সাহিত্য-সমূহ, অপভ্ৰংশ সাহিত্য উল্লেখযোগ্য। তৃতীয় স্তৰত অৰ্থাৎ নব্য ভাৰতীয় আৰ্য্য ভাষাৰ স্তৰত উত্তৰ-পূব ভাৰতৰ বিভিন্ন প্ৰাদেশিক ভাষাসমূহৰ সাহিত্যৰাজিয়ে ভাৰতীয় আৰ্য্য-ভাষাৰ ক্ৰমবিকাশৰ ধাৰাত প্ৰভূত বৰঙণি আগবঢ়াইছে।

**প্ৰাচীন ভাৰতীয় আৰ্য্যভাষা (Old Indo-Aryan):** আৰ্য্য গোষ্ঠীৰ লোক-সকল সৰু সৰু দলত বিভক্ত হৈ ভাৰতবৰ্ষত পদাৰ্পণ কৰিছিল। ভাষা-সাহিত্যৰ ক্ষেত্ৰত তেওঁলোক বৰ উন্নত আছিল। পশুপালক এই যাযাবৰী জাতিটো কৃষিজীৱী হৈ পৰিল। এই স্তৰটো খৃঃ পূঃ পঞ্চদশৰ পৰা খৃঃ পূঃ ষষ্ঠ শতাব্দীলৈকে পৰিব্যাপ্ত। এই যুগৰ সাহিত্যিক কৰ্মৰাজি হ'ল বৈদিক আৰু সংস্কৃত ভাষাত ৰচিত। প্ৰাচীনতম সাহিত্যিক ৰূপ বৈদিক ভাষাতে পৰিস্ফুট হয়। বৈদিক সাহিত্যৰাজিৰ ভিতৰত বেদ বা সংহিতা, উপনিষদ, ব্ৰাহ্মণ উল্লেখযোগ্য। চাৰিবেদৰ ভিতৰত ঋৃগ্বেদেই বৈদিক সাহিত্যৰ ভিতৰত পুৰাতন। বাকী সাম, যজুঃ, অথৰ্ব বেদ ইয়াৰ পৰবৰ্তী ৰচনা। ব্ৰাহ্মণ গ্ৰন্থৰাজিত আছে বিভিন্ন যাগ-যজ্ঞ কাৰ্য্যৰ বিৱৰণী আৰু ব্যাখ্যা। উপনিষদ হ'ল ভাৰতীয় মণিষীৰ আধ্যাত্মিক চিন্তা-অনুভূতিৰ অপূৰ্ব কবিত্বময় ৰূপ। এই ৰচনাৰাজিৰ সাহিত্যিক সৌন্দৰ্য্য আৰু প্ৰমূল্যৰ উপৰিও আৰ্য্যভাষাৰ ইতিহাসত ইয়াৰ মূল্য অতুলনীয়। এই যুগৰ প্ৰাৰম্ভিক স্তৰৰ ৰচনাৰাজিক বৈদিক আৰু পৰবৰ্তীস্তৰৰ ৰচনাৰাজিক সংস্কৃত আখ্যা দিয়া হৈছে। বৈদিক ৰচনাৰাজিৰ সময়ছোৱাতে যি অবৈদিক বা লৌকিক ভাষা প্ৰচলিত আছিল পৰবৰ্তী স্তৰত সিয়েই পণ্ডিত, বৈয়াকৰণিক পানিনিৰ হাতত শৃংখলিত ৰূপত 'সংস্কৃত' নামেৰে পৰিচিত হ'ল। বৈদিক আৰু সংস্কৃত ভাষাৰ মাজত ভাষাগত কিছু পাৰ্থক্য পৰিলক্ষিত হ'লেও দুয়োৰে মাজত কিন্তু পাৰম্পৰিক সম্পৰ্ক অধিক। বৈদিক যুগৰ ৰচনাৰ লগত সংস্কৃতৰ ধ্বনিগত ঐক্য কিছু থাকিলেও ব্যাকৰণগত ব্যৱধান অধিক। বৈদিকত প্ৰয়োগ-

হোৱা স্বৰ ( accent ) প্ৰয়োগ সংস্কৃতত নাই। শব্দৰূপৰ ক্ষেত্ৰত বৈদিকৰ যি বিচিত্ৰতা আৰু জটিলতা আছে, সংস্কৃতত সেই পৰিমাণে নাই। ঠিক তেনেদৰে ধাতুৰূপৰ ক্ষেত্ৰতো বৈদিক ভাষা অধিক জটিল আৰু বৈচিত্ৰময়। কিন্তু সংস্কৃতত ধাতুৰূপ সুসংহত আৰু বহু সৰল। সমাস, প্ৰত্যয়ৰ প্ৰয়োগ আদিতো দুয়োৰে মাজত পাৰ্থক্য আছে। কিন্তু দুয়োৰে মাজত থকা সাধাৰণ বৈশিষ্ট্যবাজিয়ে উমৈহতীয়া ৰূপে প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাৰ স্তৰ নিৰ্দেশ কৰিছে। বৈদিক সাহিত্যৰ যিদৰে সাহিত্যিক মূল্য অপৰিসীম, ঠিক সেইদৰে সংস্কৃত সাহিত্যবাজিও কম নহয়। আনুমানিক খৃঃ পূঃ পঞ্চম শতিকাত জন্ম লাভ কৰা পনিনিয়ে 'অষ্টাধ্যায়ী' নামৰ ব্যাকৰণ ৰচনাৰ জৰিয়তে সংস্কৃত সাহিত্যৰ ভেটি প্ৰতিষ্ঠা কৰিলে। সংস্কৃত ভাষাত কাব্য, নাট, ব্যাকৰণ সাহিত্য জ্যোতিষশাস্ত্ৰ আদি বিপুল সংখ্যক সাৰ্বজনীন আবেদনশীল মহান ৰচনাই এই যুগৰ ভাষাক মহামণ্ডিত কৰি ৰাখিলে। পৃথিৱীৰ প্ৰাচীন ভাষা-সাহিত্যৰূপে এই যুগৰ ৰচনাবাজিৰ এক ঐতিহাসিক মূল্যও আছে।

**মধ্যভাৰতীয় আৰ্য্যভাষা ( Middle Indo-Aryan ) :** ভাৰতীয় আৰ্য্যভাষাই বৈদিক সংস্কৃতৰ স্তৰ অতিক্ৰম কৰি ক্ৰমাৎ খৃ.পূঃ ষষ্ঠ শতাব্দী মানৰ পৰা এক সৰলীকৰণৰ পথত অগ্ৰসৰ হয়। সভ্যতা সংস্কৃতিৰ অগ্ৰগতিয়ে ভাষাৰীতিৰো পৰিবৰ্তন সূচালে। ভাষাৰ বৈশিষ্ট্যৰ ফালে লক্ষ্য ৰাখি এই স্তৰৰ ভাষাক মধ্যভাৰতীয় আৰ্য্য নামেৰে অভিহিত কৰা হৈছে। এই স্তৰটোক সামগ্ৰিক ভাবে প্ৰাকৃত ভাষাৰ যুগ বুলিও কোৱা হয়। খৃঃপূঃ ষষ্ঠ শতাব্দীৰ পৰা খৃষ্টীয় দশম শতাব্দীৰ ভিতৰত আৰ্য্যভাষাত অনেক সাহিত্যৰ সৃষ্টি হয় আৰু ভাষাৰীতিৰো বহু পৰিবৰ্তন ঘটে। পৰিবৰ্তনৰ ধাৰালৈ লক্ষ্য ৰাখি এই স্তৰৰ ভাষাক আকৌ তিনিটা ভাষাস্তৰত বিভক্ত কৰা হৈছে।

(ক) পালি বা আদি প্ৰাকৃত ( খৃ.পূঃ ষষ্ঠ শতাব্দীৰ পৰা খৃষ্টীয় প্ৰথম শতাব্দী )।

(খ) প্ৰাকৃত বা মধ্য প্ৰাকৃত ( খৃষ্টীয় প্ৰথম শতাব্দীৰ পৰা খৃষ্টীয় ষষ্ঠ শতাব্দী )।

(গ) অপভ্ৰংশ বা অন্ত্যপ্ৰাকৃত ( খৃষ্টীয় ষষ্ঠ শতাব্দীৰ পৰা দশম শতাব্দী পৰ্য্যন্ত )।

বৈদিক সংস্কৃত ভাষাত বিভিন্ন সাহিত্যবাজি ৰচিত হোৱাৰ কালছোৱাৰ পৰাই এক লৌকিক কথিত ভাষাৰ প্ৰচলন হ'ব ধৰিছিল। জনসাধাৰণৰ মাজত প্ৰচলিত কথ্যভাষাই ক্ৰমাৎ সৰলীকৃত হৈ 'প্ৰাকৃত' নামেৰে পৰিচিত হ'ল। আদি প্ৰাকৃত বা পালি ভাষাৰ কালছোৱাত ৰচিত সাহিত্য ৰাজিৰ ভিতৰত পালি সাহিত্যবাজি ( বৌদ্ধ ধৰ্ম-সাহিত্য ), অশোকৰ অনুশাসন, খাৰবেলৰ অনুশাসন আৰু অন্যান্য প্ৰত্নলেখ উল্লেখযোগ্য। মধ্য প্ৰাকৃত বা প্ৰাকৃতৰ স্তৰত ৰচিত সাহিত্যবাজিৰ ভিতৰত বিভিন্ন সাহিত্যিক প্ৰাকৃত ৰাজি অন্যতম। ইয়াৰ উপৰিও বিভিন্ন গীতিকাব্য, নাটক আদিও এই সময়ৰ উল্লেখযোগ্য ৰচনা। অন্ত্যপ্ৰাকৃত বা অপভ্ৰংশ স্তৰৰ ৰচিত সাহিত্যৰ ভিতৰত নেমিনাহ চৰিউ, কীৰ্তিলতা, কীৰ্তি-পতাকা আদি অপভ্ৰংশ সাহিত্য অন্যতম। এই যুগৰ ভাষাৰ দুটা ৰূপ পোৱা যায়। সেইয়া হ'ল প্ৰাচীন আৰু অৰ্বাচীন ( অবহট্‌ঠ ) সমগ্ৰ মধ্যভাৰতীয় আৰ্য্যভাষাৰ মাজত কিছুমান সাধাৰণ ভাষাগত বৈশিষ্ট্য বিৰাজমান। সেই বিলাকৰ ভিতৰত প্ৰধান এটি দিশ হ'ল সৰলীকৰণৰ প্ৰচেষ্টা। পালি ভাষাৰ পৰা অপভ্ৰংশ স্তৰলৈকে ভাষাৰ পৰ্য্যালোচনা

কৰিলে দেখা যায় ক্ৰমান্বয়ে বৈদিক সংস্কৃতৰ জটিল ৰূপ সৰলৰ পৰা সৰলতৰ পথলৈ গতি কৰিছে। ধাতুৰূপ, শব্দৰূপ, বিভক্তি প্ৰয়োগ, ধ্বনিৰূপ, কাল, প্ৰত্যয় আদি সকলোৱে প্ৰয়োগত বৈদিক সংস্কৃতৰ বিচিত্ৰতা আৰু জটিলতা হ্ৰাস পাই নতুন ৰূপত অৱতীৰ্ণ হয়গৈ। আৰ্য্যভাষাৰ আধুনিক ৰূপ পৰিগ্ৰহণৰ বাটত মধ্যভাৰতীয় আৰ্য্যভাষাই মুখ্য ভূমিকা গ্ৰহণ কৰিছে।

**নব্য বা আধুনিক ভাৰতীয় আৰ্য্য ভাষা** (New or Modern Indo-Aryan): মধ্যভাৰতীয় আৰ্য্যভাষাৰ ক্ৰম বিৱৰ্তনৰ ফলত খৃষ্টীয় দশম শতিকাৰ পিছৰ পৰা ভাষাটোৱে যি ৰূপ লাভ কৰে, তাৰ ফলতে আধুনিক ভাৰতীয় আৰ্য্য ভাষা সমূহৰ জন্ম হয়। মধ্যভাৰতীয় আৰ্য্যৰ স্তৰৰ বিভিন্ন সাহিত্যিক প্ৰাকৃত সমূহে ক্ৰমে প্ৰাদেশিক ৰূপ লাভ কৰি বিভিন্ন আধুনিক ভাৰতীয় আৰ্য্যভাষা সমূহৰ জন্ম দিয়ে। ভাষাসমূহৰ পাৰস্পৰিক সম্পৰ্কৰ ওপৰত নিৰ্ভৰ কৰি কেইবাটাও ভাগত বিভক্ত কৰা হৈছে। সেই কেইটা হ'ল—

১। উত্তৰ পশ্চিমা শাখা (North-Western Group): ইয়াৰ পৰা পশ্চিম-পঞ্জাৱী বা লহন্দা, পূৱ-পঞ্জাৱী বা হিন্দ্‌কী, আৰু সিন্ধী ভাষাৰ সৃষ্টি।

২। দক্ষিণ শাখা (Southern Group): মাৰাঠী আৰু কোংকনী ভাষাৰ জন্ম।

৩। মধ্য শাখা (Central Group): কথ্য-হিন্দুস্থানী, বংগাৰু, ব্ৰজভাখা, কনৌজী বুন্দেলী আদি ভাষা।

৪। মধ্য পূবী শাখা (East Central Group): অৱধী, বঘেলী, ছত্ৰিশগড়ী ভাষা।

৫। পূবী শাখা (Eastern Group): অসমীয়া, বাংলা, উড়িয়া, মৈথিলী, মগহী, ভোজপুৰী ভাষা।

৬। পাহাৰী বা হিমালয়ী শাখা (Himalayan Group): নেপালী, গাড়োৱালী. চমেয়ালী, মণ্ডেয়ালী, কুমায়ুনী আদি ভাষা।

৭। বিদেশী শাখা (Foreign Group): সিংহলী (শ্ৰীলংকা) আৰু পশ্চিম এচিয়াৰ যাযাবৰী ভাষা।

আধুনিক ভাৰতীয় আৰ্য্যভাষা সমূহৰ কিছুমান সাধাৰণ লক্ষণ থাকিলেও প্ৰদেশভেদে স্বকীয় ভাষাগত বৈশিষ্ট্যৰে ই দশম শতিকা মানৰ পৰাই ক্ৰমবিকাশ লাভ কৰিবলৈ সমৰ্থবান হয়। ধ্বনি, ৰূপ আৰু শব্দগত অনেক পৰিবৰ্তন এই যুগৰ ভাষাৰীতিৰ প্ৰধান বিশেষত্ব। প্ৰাচীন ভাৰতীয় আৰ্য্যৰ যুগ্মব্যঞ্জন, নাসিক্যধ্বনিৰ পৰিবৰ্তন, লিঙ্গ, বচন, পদান্ত স্বৰ ধ্বনিৰ পৰিবৰ্তন, কাৰক বিভক্তিৰ পৰিবৰ্তন, কালৰ পৰিবৰ্তন আদি এই যুগৰ ভাষাৰ প্ৰধান বৈশিষ্ট্য। প্ৰাদেশিক ৰূপ লওঁতে অৱশ্যে আধুনিক ভাৰতীয় ভাষাবৰ্গৰ সময়সূচীৰ তাৰতম্যও ঘটা দেখা যায়।

সমগ্ৰ ভাৰতীয় আৰ্য্যভাষাই পৃথিৱীৰ সমস্ত ভাষাবৰ্গৰ মাজতে এক বিশিষ্ট স্থান লাভ কৰিবলৈ সমৰ্থ হৈছে। ভাৰতীয় আৰ্য্যভাষাৰ ইতিহাস আৰু ভাষা ৰীতিৰ সম্পৰ্কে পৃথক অধ্যায়ত বিশদভাৱে আলোচনা আগবঢ়োৱা হ'ব।

# ভাৰতৰ বিভিন্ন ভাষা

পৃথিৱীৰ বিভিন্ন ভাষা সমূহৰ বিষয়ে আলোচনা কৰিলে দেখা যায়, কিছুমান ভাষা পৰিয়াল একো একোটা বিশেষ ভৌগোলিক পৰিসীমাতে আবদ্ধ আৰু কিছুমান প্ৰায় পৃথিৱীৰ অধিকাংশ ঠাইত পৰিব্যাপ্ত। এচিয়া মহাদেশৰ ভিতৰত ভাৰতবৰ্ষ এক বিশাল জনসমুদ্ৰৰ দ্বাৰা পৰিশোভিত দেশ যাৰ প্ৰাচীন ঐতিহ্যও মহিমামণ্ডিত। সংস্কৃতিৰ দিশত ভাৰতবৰ্ষ সংমিশ্ৰণ আৰু সমন্বয়ৰ সমাহাৰ বুলিব পাৰি। ভাষাৰ ক্ষেত্ৰতো ভাৰতবৰ্ষ বৰ বৈচিত্ৰপূৰ্ণ দেশ। বিভিন্ন সময়ত বিভিন্ন গোষ্ঠীৰ লোকে ইয়াত থিতাপি লৈ এক বৃহৎ ভাৰতৰ সূচনা কৰিছে। ভাৰতত প্ৰচলিত বিভিন্ন ভাষাগোষ্ঠীৰ ভিতৰত প্ৰধান ভাবে চাৰিটা ভাষা পৰিয়ালৰ নাম উল্লেখযোগ্য। সেই ভাষা পৰিয়াল কেইটা হ'ল—

(১) অষ্ট্ৰিক ভাষা পৰিয়াল ( **Austric language family** )

(২) দ্ৰাবিড় ভাষা পৰিয়াল ( **Dravidian language family** )

(৩) তিব্বত চীনীয় ভাষা পৰিয়াল ( **Sino-Tibetan language family** )

(৪) ভাৰতীয় আৰ্য্য-ভাষা পৰিয়াল ( **Indo-Aryan language family** )

এই চাৰিটা ভাষা পৰিয়ালৰ শাখা-প্ৰশাখা বৰ্তমান সমগ্ৰ ভাৰত জুৰি আছে। অৱশ্যে ভাৰতৰ আদিমতম অধিবাসী নেগ্ৰিটো বা নেগ্ৰিবতু বুলি অনুমান কৰা জাতিটোৰ ভাষা এতিয়া লুপ্তপ্ৰায়। প্ৰাগ্-ঐতিহাসিক যুগতে এই আদিম অধিবাসী সকল আফ্ৰিকা মহাদেশৰ পৰা আহি ইৰান-বেলুচিস্থানৰ মাজেদি ভাৰতত প্ৰৱেশ কৰিছিল বুলি অনুমান কৰা হয়। কোনো কোনোৰ মতে এই ভাষাগোষ্ঠী পিছত অহা অষ্ট্ৰিক ভাষা গোষ্ঠীৰ লগত সংমিশ্ৰিত হৈ যায়। ভাৰতত এতিয়া ভাষাৰ পৰিচয় পাবলৈ হলে ওপৰত উল্লেখিত ভাষাগোষ্ঠী কেইটাৰ বিষয়ে আলোচনা কৰিলেই হয়।

### (১) অষ্ট্ৰিক ভাষা পৰিয়াল :

ভাৰতত প্ৰচলিত ভাষা পৰিয়ালৰ ভিতৰত অষ্ট্ৰিক ভাষা পৰিয়ালটোৱেই সৰ্বপ্ৰাচীন। এই ভাষা পৰিয়াল জনসংখ্যাত বৰ বেছি নহলেও পশ্চিমবঙ্গ, মধ্যপ্ৰদেশ, বিহাৰ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, অসম আদিত বিয়পি আছে। এই ভাষা পৰিয়ালৰ প্ৰধান দুটা শাখা হ'ল—

(ক) অষ্ট্ৰ এচীয় ( **Austra-asiatic** )

(খ) অষ্ট্ৰনেচীয় ( **Austranasian** )

এই দুয়োটা শাখাৰ ভিতৰত কেৱল প্ৰথম শাখাৰ অৰ্থাৎ অষ্ট্ৰ এচীয় শাখাৰ লোকহে ভাৰতত আছে। বাকী অষ্ট্ৰনেচীয় শাখাৰ লোকসকল মালয়, ফিলিপাইন, ফিজি, নিউ-আয়াৰলেণ্ড হাৱাই আদিত প্ৰচলিত। এই শাখাৰ সম্পৰ্কে পূৰ্ববৰ্তী অধ্যায়ত ( পৃথিৱীৰ ভাষা-পৰিয়াল ) আলোচনা কৰা হৈছে।

**আদি বাসস্থান :** অষ্ট্ৰিক গোষ্ঠীৰ লোকসকল ভাৰতলৈ অহাৰ আগতে কত বসবাস কৰিছিল সেই সম্পৰ্কে ভিন্নজনে ভিন্নমত প্ৰকাশ কৰে। কিছু পণ্ডিতৰ মতে এচিয়া মাইনৰত এওঁলোকে বসবাস কৰিছিল। তাৰ পৰা ভাৰতলৈ আগমন ঘটে আৰু পিছত

ব্ৰহ্মদেশ, ফিজি আদিলৈ বিয়পি পৰে। আন কিছুমানৰ মতে উত্তৰ-ইন্দোচীনত বসবাস কৰা এই গোষ্ঠীৰ লোক সকল উত্তৰ পূব কোনেদি ভাৰতত প্ৰৱেশ কৰে। প্ৰথমে এই ভাষাগোষ্ঠীৰ লোক অসমত সোমায় আৰু পিছত ভাৰতৰ অন্যান্য প্ৰদেশত বিয়পি পৰে। তাৰ পিছতহে মালয়, ব্ৰহ্মদেশ আদিলৈ প্ৰসাৰিত হয়। অষ্ট্ৰিকগোষ্ঠী লোকসকল প্ৰকৃততে পশ্চিম দিশেৰে ভাৰতত প্ৰৱেশ কৰিছিল নে পূব দিশেৰে কৰিছিল, তাৰ সঠিক নিৰ্দ্ধাৰণ এতিয়াও হোৱা নাই। ই বিতৰ্ক মূলক বিষয় হৈয়ে আছে। অনুমানিক খৃঃ পূঃ আঢৈ হাজাৰ মান বছৰৰ আগেয়েই এওঁলোকে ভাৰতত প্ৰৱেশ কৰেহি। ইয়াৰ আগতে ভাৰতৰ যি সকল আদিম অধিবাসী আছিল, তেওঁলোকক নেগ্ৰিতু' বা 'নেগ্ৰিবতু' আখ্যা দিয়া হৈছিল। সেই অধিবাসী সকলৰ লগত অষ্ট্ৰিক ভাষী সকল মিশ্ৰিত হৈ পৰে বুলি অনুমান কৰা হয়। কাৰণ 'নেগ্ৰিতু' জাতিৰ কোনো অৱশিষ্ট থকাৰ প্ৰমাণ নাই। ড° বিৰজা শংকৰ গুহই মন্তব্য দিয়ে যে—দক্ষিণ ভাৰতৰ পৰাই অষ্ট্ৰিক সকল অষ্ট্ৰেলিয়া, প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জত উপস্থিত হয়। মিথাইল নেস্তৰ্খৰ মতে এচিয়া মহাদেশৰ দক্ষিণ পূব কোনেই এওঁলোকৰ আদি বাসস্থান আছিল। ড° সুনীতি কুমাৰ চেটাৰ্জীৰ মতে এওঁলোকে মধ্য এচিয়াৰ সম্ভৱতঃ পেলেস্তাইনৰ পৰা প্ৰাচীন ভাৰতত প্ৰৱেশ কৰেহি। সংস্কৃত সাহিত্যত নিষাদ, শবৰ, ভীল্ল, কোল্ল আদি নামে এই অষ্ট্ৰিক গোষ্ঠীৰ লোককে বুজোৱা হৈছিল। এওঁলোকৰ জীৱিকা নিৰ্বাহৰ প্ৰণালী হ'ল হাবি বননিত ফলমূল খাই জীৱজন্তু চিকাৰ আদি কৰা। অষ্ট্ৰিক সকলেই ভাৰতত পদাৰ্পণ কৰা উল্লেখযোগ্য প্ৰথম ভাষা পৰিয়াল।

অষ্ট্ৰিক সকলেই ভাৰতত প্ৰথম সভ্যতা সংস্কৃতি সূচনা কৰে বুলি কব পাৰি। কাৰণ বিভিন্ন সাংস্কৃতিক দিশত অষ্ট্ৰিক সকলৰ অৱদান সিঁচৰতি হৈ আছে। ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে 'নেগ্ৰিতু' জাতিৰ লগত অষ্ট্ৰিক গোষ্ঠীৰ লোক সংমিশ্ৰিত হোৱাৰ কথা উল্লেখ কৰে। ভিল্হেল্ম হেভেচি নামৰ এজন হাঙ্গেৰিৰ পণ্ডিতে অষ্ট্ৰিকৰ অন্তৰ্গত কোল-মুণ্ডা শাখাক ইউৰাল-আলটাই ভাষাগোষ্ঠীৰ ভিতৰুৱা বুলি ক'ব খোজে। তেওঁ মত প্ৰদান কৰিছে যে—ইউৰাল আলটাইৰ ফিন্নো-উগ্ৰীয়ৰ এটি শাখা চাইবেৰীয়াৰ পৰা ভাৰতলৈ প্ৰাক্-ঐতিহাসিক কালতেই আহি ইয়াৰ অন্যান্য ভাষাগোষ্ঠীৰ দ্বাৰা প্ৰভাৱান্বিত হৈ কোল-মুণ্ডা ভাষাৰ জন্ম দিলে। কিন্তু এইজন পণ্ডিতৰ মতামত যথেষ্ট বিতৰ্কিত। ড° চেটাৰ্জীৰ মতে আকৌ অষ্ট্ৰিক আৰু নেগ্ৰিতু জাতিৰ সংমিশ্ৰণৰ ফলতহে কোল-মুণ্ডাৰ সৃষ্টি হৈছে। উত্তৰ ভাৰতত এসময়ত অষ্ট্ৰিক সকলে প্ৰচুৰ প্ৰতিপত্তি লাভ কৰিছিল বুলি অনুমান কৰিব পাৰি। হিন্দু সভ্যতাৰ পতনত অষ্ট্ৰিকসকলৰ ভূমিকা উল্লেখযোগ্য। কিন্তু ইয়াৰ পিছত অহা দ্ৰাবিড়গোষ্ঠীৰ লোকসকল আৰু আৰ্য্য গোষ্ঠীৰ লোকসকলৰ প্ৰবল হেঁচাত এওঁলোক উত্তৰ ভাৰতৰ পৰা আঁতৰি বেলেগ ঠাইলৈ গমন কৰিব লগা হয়।

অষ্ট্ৰিক সকল ভাৰতবৰ্ষৰ যদিও প্ৰাচীন অধিবাসী, তেওঁলোকৰ ভাষাৰ নিদৰ্শন কিন্তু তেনেদৰে পাবলৈ নাই। ঊনবিংশ শতাব্দীত খৃষ্টান মিছনেৰী সকলৰ যত্নতহে এই গোষ্ঠীৰ অন্তৰ্গত খাচী, চাওতালী, মুণ্ডাৰী আদি ভাষাত সাহিত্য ৰচিত হয়। অৱশ্যে এই বিলাকৰ

প্ৰধান উদ্দেশ্যই হৈছে খৃষ্ট ধৰ্ম প্ৰচাৰ কৰা। এওঁলোকৰ মৌখিক সাহিত্য আদিও অলেখ আছে। ক্ৰমান্বয়ে এই ভাষাবোৰৰো অধ্যয়নৰ পথ মুকলি হোৱাত কিছু নিদৰ্শন পোহৰৰ পথলৈ আহিছে।

ভাৰতবৰ্ষত কেৱল অষ্ট্ৰিক ভাষাৰ অষ্ট্ৰ-এচীয় শাখাৰ লোকহে আছে। সেই ভাষী লোকসকলৰ চিনাকি তলত দিয়াৰ দৰে দিব পাৰি—




অষ্ট্ৰ-এচীয় শাখাৰ তিনিটা প্ৰধান শাখা: কোল-মুণ্ডা, খাচী নিকোবৰী আৰু মোন্‌খমেৰ। কোল-মুণ্ডাৰে আকৌ দুটা উপশাখা—এটা পূৰ্ব আনটো পশ্চিম। পূৰ্ব শাখাৰ অন্তৰ্গত ভাষা কেইটা হ'ল—চাওতালী, মুণ্ডাৰী, হো, ভূমিজ, কোডা, কোৰোয়া আদি। পশ্চিম শাখাৰ ভিতৰত পৰে শবৰ, খৰীয়া, কুৰ্কু, জুয়াং আদি। খাচী-নিকোবৰী শাখাৰ ভিতৰত পৰে খাচী আৰু নিকোবৰী ভাষা। মোন্‌খমেৰ শাখাৰ ভিতৰত মোন্ আৰু খমেৰ ভাষা প্ৰধান। কোনো কোনোৱে খাচী-নিকোবৰী শাখাক মোন্-খমেৰ শাখাৰে অন্তৰ্গত বুলি কৈছে। অৱশ্যে মোন্-খমেৰ ভাষাৰ লগত খাচী আৰু নিকোবৰী ভাষাৰ নিবিড় সম্পৰ্ক আছে। কিন্তু মোন্‌খমেৰ শাখাৰ সকলো ভাষাৰ প্ৰচলন ভাৰতত নাই। এই শাখাৰ ভাষা মালয়, ব্ৰহ্মদেশ আদিত প্ৰচলিত।

কোল-মুণ্ডা শাখাৰ ভাষা কোৱা লোক মধ্যপ্ৰদেশ, অন্ধ্ৰপ্ৰদেশ, পশ্চিমবঙ্গ, বিহাৰ, উৰিষ্যা, অসমত আছে। অসমলৈ অৱশ্যে বৃটিছৰ শাসনৰ কালছোৱাতহে চাহ-উদ্যোগৰ বাবে শ্ৰমিক হিচাপে এই পৰিয়ালৰ লোকক লৈ অহা হৈছিল। অসমৰ চাহ শ্ৰমিকৰ

মাজত কোল-মুণ্ডা শাখাৰ ভাষাৰ প্ৰচলন থাকিলেও শিক্ষাদিৰ ক্ষেত্ৰত তেওঁলোকে অসমীয়া ভাষাকে গ্ৰহণ কৰিছে।

খাচী-নিকোবৰী শাখাৰ ভিতৰত খাচী ভাষা মেঘালয়ৰ খাচীয়া-জয়ন্তীয়া পাহাৰত প্ৰচলিত। খাচীয়া সকল আৰু জয়ন্তীয়া সকল এই অষ্ট্ৰিক শাখাৰে অন্তৰ্গত। খাচী ভাষাই ৰোমানৰ বৰ্ণলিপিকে গ্ৰহণ কৰিছে। বৰ্তমান খাচী ভাষাত বিভিন্ন গ্ৰন্থাদি ৰচিত হৈছে আৰু স্বীকৃতিপ্ৰাপ্ত ভাষাৰূপে পৰিচিত হৈছে। নিকোবৰী ভাষা নিকোবৰ দ্বীপপুঞ্জত প্ৰচলিত।

মোন্-খমেৰ জাতিয়ে ইন্দোচীন জয় কৰি তাত শাসন কৰে। বৰ্তমান ব্ৰহ্মদেশৰ মাৰ্ত্তাবান উপসাগৰৰ চৌপাশে মোন্ ভাষা প্ৰচলিত। একাদশ শতিকাৰ মোন্ ভাষাৰ প্ৰত্নলিপি আবিষ্কৃত হৈছে। খমেৰ ভাষাসমূহ শ্যাম, ব্ৰহ্মদেশৰ প্ৰান্তীয় অঞ্চলত প্ৰচলিত। খৃষ্টীয় সপ্তম শতিকাৰ প্ৰথমাৰ্ধৰ খমেৰ প্ৰত্নলিপি আবিস্কাৰ হৈছে।

'অষ্ট্ৰিক' শব্দটো লেটিন ভাষাৰ 'Auster' শব্দৰ পৰা আহিছে, যাৰ অৰ্থ হ'ল—'দক্ষিণ দেশীয় মানুহ'।[১] অষ্ট্ৰিক শাখাৰ কোল-মুণ্ডা ভাষাৰ মুণ্ডা ভাষা অশ্লিষ্ট যোগাত্মকৰ ভিতৰত পৰে। শব্দৰ আদিত, মধ্যত বা শেষত প্ৰত্যয় সংযুক্ত হয়। ভাৰতীয় আৰ্য্য ভাষাৰ দৰে এই ভাষাতো অঘোষ, ঘোষ, অল্পপ্ৰাণ, মহাপ্ৰাণ ধ্বনিৰ অস্তিত্ব আছে। অৰ্ধস্বৰ বা স্বৰ বা ব্যঞ্জনৰ অতিৰিক্ত এক প্ৰকাৰ অৰ্দ্ধ ব্যঞ্জনধ্বনিও এই ভাষাত শ্ৰুত হয়। শব্দবোৰ প্ৰায়ে দুই অক্ষৰ বিশিষ্ট। তিনি লিঙ্গ আৰু দুই বচনৰ প্ৰয়োগো আছে। শব্দৰ গুৰুত্ব আৰোপৰ কাৰণে দ্বিত্ব শব্দৰ প্ৰয়োগো মন কৰিব লগীয়া।

**আৰ্য্যভাষাত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ:** অষ্ট্ৰিক ভাষা অতি প্ৰাচীন আৰু বহু ঠাইত বিস্তৃত হলেও ইয়াৰ সাহিত্যিক নিদৰ্শন পাবলৈ নাই। এইখিনিতে এটা কথা মন কৰিবলগীয়া যে প্ৰাচীন নিদৰ্শন নোপোৱাৰ বাবে এই ভাষাৰ বিশেষত্ব অথবা আন ভাষাৰ লগত ইয়াৰ সম্পৰ্ক তথা প্ৰভাৱ নিৰ্ণয় কৰা সহজ নহয়। দ্ৰাবিড় আৰু ভাৰতীয় আৰ্য্য ভাষাৰ প্ৰবল প্ৰভাৱ অষ্ট্ৰিক ভাষাৰ ওপৰত বিশেষভাবে পৰিলক্ষিত হয়। কোনো কোনো ক্ষেত্ৰত ভাৰতীয় আযাভাষাৰ ওপৰতো অষ্ট্ৰিকৰ প্ৰভাৱ লুই কৰিব নোৱাৰি। কেৱল ভাষাৰ ক্ষেত্ৰতেই নহয়, ভাৰতীয় জীৱনধাৰাৰ বিভিন্ন দিশত অষ্ট্ৰিকৰ প্ৰভাৱ পৰিলক্ষিত হয়।

ভাৰতীয় আৰ্য্যভাষাৰ অন্তৰ্গত সংস্কৃত সাহিত্যত কোল্ল, ভীল্ল, নিষাদ, শবৰ আদি নামেৰে অষ্ট্ৰিক সকলক বুজোৱা হৈছিল বুলি ইতিমধ্যে উল্লেখ কৰা হৈছে। সংস্কৃত ভাষাত 'তাম্বূল', 'ফল', 'কদলী', 'লাঙ্গল' (নাঙল), 'কাপাস' (কপাহ), অলাবু, মৰিচ, নীৰ শিম্মলী আদি শব্দ অষ্ট্ৰিক ভাষাৰ মুণ্ডা শাখাৰ পৰা আহিছে বুলি অনুমান কৰা হয়। কিছুমান শব্দ তৎসম আৰু তৎভৱ দুয়ো ৰূপেই পৰিগণিত হৈছে। দেশী শব্দৰূপে গণ্য কৰা অনেক শব্দই অষ্ট্ৰিকৰ মুণ্ডা ভাষাৰ অন্তৰ্গত। গঙ্গা, গোদাৱৰী আদি নদীৰ নামৰ ক্ষেত্ৰত অষ্ট্ৰিকৰ প্ৰভাৱ অনুভূত হয়। নদীৰ উপৰিও আৰ্য্যভাষাৰ অন্তৰ্গত বিভিন্ন প্ৰাদেশিক

১. সেন, মুৰাৰি মোহন: ভাষাৰ ইতিহাস, পৃ. ৩৫

ভাষাত ঠাই, পাহাৰ আদিৰ নামকৰণতো অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ স্বীকাৰ কৰা হৈছে। সংখ্যাবাচক 'কুৰি' শব্দ এই ভাষাৰ পৰাই অহা বুলি প্ৰতিপন্ন কৰা হৈছে। বিহাৰী ভাষাৰ ক্ৰিয়াৰূপৰ ক্ষেত্ৰত মুণ্ডা ভাষাৰ প্ৰভাৱ আছে বুলি অনুমান কৰা হয়। তদুপৰি মধ্য ভাৰতৰ কোনো কোনো ভাষাত পুৰুষ, বচন আদিৰ ক্ষেত্ৰত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ লক্ষ্যণীয়। বাংলা ভাষাৰ ক্ৰিয়াপদৰ সৈতে মুণ্ডা ভাষাৰ সাদৃশ্য থকাৰ কথা অনুমান কৰা হৈছে। তেনেদৰে অসমীয়া ভাষাৰ ক্ষেত্ৰতো নদী, ঠাই আদি নামৰ ক্ষেত্ৰত অষ্ট্ৰিক প্ৰভাৱ পৰা দেখা যায়। ব্যক্তিগত নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ প্ৰয়োগ, বহুবচনাত্মক প্ৰত্যয়ৰ প্ৰযোগ আদিৰ ক্ষেত্ৰত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাত পৰিছে বুলিও অনুমান কৰা হৈছে। এনেদৰে ভাৰতীয় আৰ্য্যভাষাৰ অন্তৰ্গত অনেক ভাষাৰ ক্ষেত্ৰত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ পৰিলক্ষিত হয়।

(২) **দ্ৰাবিড় ভাষা পৰিয়াল :** পৃথিৱীৰ বিভিন্ন ভাষা পৰিয়ালৰ ভিতৰত দ্ৰাবিড় ভাষাগোষ্ঠীও উল্লেখযোগ্য। ভাৰতত প্ৰচলিত অন্যান্য ভাষাসমূহৰ ভিতৰতো এই দ্ৰাবিড় ভাষাৰ অন্যতম স্থান আছে। প্ৰাক্ ঐতিহাসিক যুগতে ভাৰতৰ বুকুলৈ এই ভাষা পৰিয়ালৰ আগমন ঘটে বুলি অনুমান কৰা হৈছে। এওঁলোক হয়তো অষ্ট্ৰিকসকলৰ পিছতেই ভাৰতলৈ আহিছিল। এই ভাষা পৰিয়ালৰ পৰিচয়ৰ ক্ষেত্ৰত যথেষ্ট বিভ্ৰান্তিৰ সৃষ্টি হৈছে। পণ্ডিতসকলে নানা মন্তব্য আগবঢাইছে। কল্ডৱেলে (coldwell) দ্ৰাবিড় ভাষাৰ লগত ইউৰাল-আলটাই ভাষা পৰিয়ালৰ সম্পৰ্কৰ কথা উল্লেখ কৰে। ও, স্ৰাডেৰ ( O. Schrader ) নামৰ আন এজনে ফিন্নো উগ্ৰীয়ৰ সৈতে সম্পৰ্ক থকা বুলি কব খোজে। পাটেৰ স্মিডেটে ( Pater W. Schmidt ) অষ্ট্ৰেলিয়াৰ আদিম ভাষা বৰ্গৰ লগত দ্ৰাবিড় ভাষাৰ সম্বন্ধ স্থাপন কৰিব খোজে। তেওঁ আকৌ দ্ৰাবিডী সকল অষ্ট্ৰেলিয়াৰ পৰা অহা বুলিয়ে ক'ব খোজে। কোনো কোনোৱে দ্ৰাবিড় জাতি চুমেৰীয় সকলৰ শাখা বুলি ক'ব খোজে। আন এটি যুক্তিমতে দ্ৰাবিড জাতি ইজিয়ান আৰু আৰ্মেনয়েড্ জাতিৰ সংমিশ্ৰণত উৎপন্ন হৈছে।

দ্ৰাবিড সকলৰ উৎপত্তি আৰু ভাৰতলৈ আগমন যেনেদৰে যেতিয়াই নওহক, এটা কথা স্পষ্ট যে আৰ্য্য সকলৰ আগমনৰ বহু আগতেই এই জাতিয়ে ভাৰতত পদাৰ্পণ কৰে। আৰু এই দ্ৰাবিড সকলেই ভাৰতত নাগৰিক সভ্যতাৰ সৃষ্টি কৰিলে, যাৰ ধ্বংসাৱশেষ মহেঞ্জোদাৰো হৰপ্পাত পোৱা গৈছে। বৈদিক সাহিত্য বা পুৰাণ মহাকাব্যত দ্ৰাবিড় সকলকেই দাস-দস্যু-অসুৰ-দৈত্য আখ্যা দিয়া হৈছিল বুলি কোৱা হয়।[২] এটা কথাত সকলো একমত হ'ব যে আৰ্য্যসকলৰ লগত দ্ৰাবিড় সকলৰ দীৰ্ঘদিন ধৰি সংঘৰ্ষ হ'লেও পৰৱৰ্তী কালত উভয়ৰে মাজত সমন্বয় সাধিত হয় যাৰ প্ৰমাণ হিন্দু সভ্যতা সংস্কৃতিত পৰিস্ফুত হৈছে। ভাষাৰ ক্ষেত্ৰত এই দুই ভাষা পৰিয়াল পৰস্পৰে পৰস্পৰৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। অৱশ্যে প্ৰথম অৱস্থাত উত্তৰ ভাৰতত প্ৰভাৱ বিস্তাৰ কৰা দ্ৰাবিড় সকলে পিছত অহা আৰ্য্য সকলৰ দ্বাৰা বিতাড়িত হৈ দক্ষিণ ভাৰতত থিতাপি লয়গৈ। ভাৰতীয় বিশাল সংস্কৃতিক ক্ষেত্ৰত এই দ্ৰাবিড় সকলৰ স্থান একক আৰু অনন্য।

---

২. ভট্টাচাৰ্য্য, পৰেশচন্দ্ৰ : ভাষাবিদ্যা পৰিচয়, পৃ. ৯৪

**আদি বাসস্থান :** দ্ৰাবিড় সকল অতি সুসভ্য জাতি, এই কথা প্ৰাচীন ধ্বংসাৱশেষ আদিয়েই প্ৰমাণ কৰে। ভাৰতবৰ্ষলৈ তেওঁলোক কেতিয়া আৰু ক'ৰ পৰা আহিছিল এই সম্পৰ্কেও বিভিন্ন বাদানুবাদ আছে। ভাষাতত্ত্ববিদ সুনীতি কুমাৰ চেটাৰ্জীয়ে দ্ৰাবিড় সকলৰ আদিম বাসস্থান ভূমধ্যসাগৰীয় অঞ্চল বুলি উল্লেখ কৰিছে। তেওঁৰ মতে— পূব-ভূমধ্যসাগৰীয় অঞ্চলৰ লোকসকলে নিজক 'তৃম্মিলি' ( Trimmili ) বুলি চিনাকি দিয়ে। খৃঃ পূঃ পঞ্চম শতিকাৰ গ্ৰীচ ঐতিহাসিক হিৰোড'টাচৰ লেখনিত 'তেৰ্মিলাই' ( Termilai ) শব্দটো পোৱা যায়। ভাৰতলৈ অহা দ্ৰাবিড় সকলে এই নামৰ পৰম্পৰা কঢ়িয়াই অনাৰ বাবেই হয়তো তেওঁলোকক পিছলৈ 'দ্ৰাবিড়' নামেৰে নামকৰণ কৰা হয়। ভাষাবিদ স্মিড্‌টে দ্ৰাবিড় সকলক অষ্ট্ৰেলিয়াৰ আদিম অধিবাসী বুলিহে অভিহিত কৰা বুলি ইতিমধ্যে উল্লেখ কৰা হৈছে। কিন্তু খৃঃ পূঃ তিনি হাজাৰমান বছৰৰ পূৰ্বে পূব-ভূমধ্যসাগৰীয় অঞ্চলৰ পৰা দ্ৰাবিড় সকল ইৰাণ ইৰাক বেলুচিস্থান পাৰহৈ সিন্ধু নদীৰ উপত্যকাত প্ৰথমে অৱতীৰ্ণ হয়হি বুলিহে অধিকাংশ পণ্ডিতে মত প্ৰদান কৰে। তাৰ পিছত আৰ্য্যসকলৰ আগমনৰ ফলতহে এওঁলোক ভাৰতৰ দক্ষিণ অংশলৈ গুচি যাব লগা হয়।

দ্ৰাবিড় সভ্যতা অতি প্ৰাচীন বুলি প্ৰমাণিত হৈছে। এই দ্ৰাবিড় সভ্যতাৰ লগত প্ৰাচীন মিচৰীয়, পূব ভূমধ্যসাগৰীয় সভ্যতাৰ ( ক্ৰীট, ধীচীয় আদি ) মিল আছে বুলি নৃতত্ত্ববিদ আৰু ঐতিহাসিক সকলে মত প্ৰদান কৰিছে। দ্ৰাবিড়সকল পূৰ্বতে অহা অষ্ট্ৰিক সকলতকৈ বহু উন্নত আছিল। কৃষি, পশুপালন, ধাতুৰ প্ৰয়োগ, ধনু কাঁড় আদিৰ প্ৰয়োগ লগতে সুন্দৰ দুৰ্গ আৰু নগৰ নিৰ্মাণ আদি দ্ৰাবিড় সকলৰ সভ্যতাৰ সুস্পষ্ট চানেকি, সিন্ধু উপত্যকাৰ সভ্যতা খৃঃ পূঃ তিনিহাজাৰৰ পৰা চাৰে তিনিহাজাৰ বছৰৰ ভিতৰত বুলি অনুমান কৰা হৈছে। আৰ্য্যসকলৰ দেৱতাৰ মূৰ্তি ( শিৱ আদি ) আদিও দ্ৰাবিড় সভ্যতাৰ ছাপ সুস্পষ্ট। সিন্ধু উপত্যকাৰ সভ্যতাৰ দ্ৰাবিড় সকলৰ অৱদানেই অধিক, এই কথা উলাই কৰিব নোৱাৰি। ইয়াত উদ্ধাৰ হোৱা লিপিয়ে ভূমধ্যসাগৰীয় লিপিৰ সৈতে ইয়াৰ সাদৃশ্য পৰিস্ফুত কৰে। বৰ্তমান দ্ৰাবিড় ভাষা-সংস্কৃতিৰ অগ্ৰগতিয়ে সমগ্ৰ ভাৰতীয় সংস্কৃতিলৈ অমূল্য বৰঙণি আগবঢ়াইছে

ভাৰতত বসবাস কৰা দ্ৰাবিড়সকলক প্ৰথম অৱস্থাত দ্ৰমিল ( Drmil ) বা দ্ৰমিঝ ( Drmmizh ) নামেৰে নামাকৰণ কৰা গৈছিল বুলি অনুমান কৰা হয়। পিছলৈ তেওঁলোকক 'দ্ৰমিল' বা 'দ্ৰাবিড়' নামেৰে অভিহিত কৰা হয়। সংস্কৃত সাহিত্যত উল্লেখ থকা দ্ৰাবিড় বা দ্ৰাবিড় শব্দই তামিল ভাষা আৰু এই ভাষা কোৱা লোকক বুজাইছিল। গতিকে দ্ৰাবিড় শব্দ 'তামিল' শব্দৰ উৎস বুলি ভবাবো অৱকাশ নথকা নহয়। দ্ৰাবিড় শাখাৰ ভাষাৰ প্ৰধানভাৱে চাৰিটা ভাষা আছে ; তামিল, তেলেগু, মালয়ালম আৰু কানাড়ী। প্ৰচলিত দ্ৰাবিড় ভাষাক অৱশ্যে এনেদৰে বিভাজন কৰিব পাৰি—

(১) দ্ৰাবিড় শাখা

(২) অন্ধ্ৰ শাখা আৰু

(৩) উত্তৰ-পশ্চিম শাখা বা ব্ৰাহুই।

তৃতীয় শাখাটোৰ বাহিৰে বাকী দুটা শাখাৰ ভাষাহে ভাৰতত প্ৰচলিত। মূল দ্ৰাবিড় ভাষাৰ বিভাজন তলৰ তালিকাত দেখুওৱা হ'ল—




উত্তৰ ভাৰতৰ পৰা বিতাড়িত হৈ দ্ৰাবিড় ভাষাগোষ্ঠীৰ লোকসকলে বিন্ধ্য পৰ্বতৰ দক্ষিণে অৰ্থাৎ দক্ষিণ ভাৰতত আশ্ৰয় লয়। বৰ্তমান সমগ্ৰ দাক্ষিণাত্যত দ্ৰাবিড় ভাষাই প্ৰধান। অৱশ্যে এই ভাষাগোষ্ঠীৰ গৌণ বা অনুন্নত কিছু ভাষা পূব আৰু মধ্য ভাৰতত প্ৰচলিত।[৩] দ্ৰাবিড় শাখাৰ পৰা উত্তৰ হোৱা ভাষাকেইটা প্ৰধানভাৱে তামিল, মালয়ালম আৰু কানাড়ী। ইয়াৰ উপৰিও টুলু, টোডা, বংগ, কুৰগু, গোণ্ড, কুই, মালতো, কুৰুখ, কোটা আদি এই শাখাৰ পৰাই সৃষ্টি হোৱা ভাষা। অন্ধ্ৰৰ পৰা কোলামী আৰু তেলুগু ভাষাৰ উদ্ভৱ হৈছে। উত্তৰ পশ্চিম শাখাৰ পৰা কেৱল বেলুচিস্থানৰ ব্ৰাহুই ভাষাৰ সৃষ্টি হৈছে।

## (১) দ্ৰাবিড় শাখা :

**তামিল (Tamil) :** দ্ৰাবিড় শাখাৰ ভিতৰত তামিল ভাষাই প্ৰধানকৈ উল্লেখযোগ্য ভাষা। দক্ষিণ ভাৰতৰ সমগ্ৰ দ্ৰাবিড় ভাষাৰ ভিতৰত এই ভাষাই শ্ৰেষ্ঠতা দাবী কৰিব পাৰে। সাহিত্য ৰচনাৰ দিশত এই ভাষা ঐশ্বৰ্য্যশালী। খৃঃ পূঃ তৃতীয় শতিকামানত এই ভাষাৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায়। প্ৰাচীন তামিলৰ নিজৰ বৰ্ণমালা আছিল। গতিকে এই ভাষাৰ প্ৰাচীন ঐতিহ্য আছে। অৱশ্যে ভাষাৰ দৃষ্টিকোণেৰে ইয়াৰ সাহিত্যিক নিদৰ্শন খৃষ্টাব্দ পঞ্চম শতিকাৰ বুলি অনুমান কৰা হৈছে। ভাৰতৰ দক্ষিণ অঞ্চল আৰু শ্ৰীলংকাৰ উত্তৰ অংশত এই তামিল ভাষাৰ প্ৰচলন আছে। প্ৰাচীন, মধ্য আৰু আধুনিক—এই তিনিটা যুগত তামিল ভাষা-সাহিত্যৰ বুৰঞ্জী নিৰ্ণয় কৰা হৈছে। প্ৰাচীন যুগ খৃষ্টীয় পঞ্চমৰ পৰা চতুৰ্দশ শতিকালৈ, মধ্য তামিলৰ যুগ—

৩. ভট্টাচাৰ্য্য, পৰেশচন্দ্ৰ : ভাষাবিদ্যা পৰিচয়, পৃ. ৯৪

খৃষ্টীয় চতুৰ্দশ শতিকাৰ পৰ উনবিংশৰ প্ৰথমাৰ্ধলৈ আৰু আধুনিক তামিলৰ যুগটো উনবিংশৰ মধ্য স্তৰৰ পৰা বৰ্তমানলৈকে। তা মিল ভাষাত সংস্কৃত ভাষাৰ প্ৰভাৱ তুলনামূলকভাৱে কম।

**মালয়ালম** ( Malayalam ) : দ্ৰাবিড শাখাৰ তামিল ভাষাৰ পিছতে মালয়ালম ভাষাৰ নাম উল্লেখ কৰিব পাৰি। এই ভাষা কেৰল প্ৰদেশত প্ৰচলিত। এই ভাষাক তামিলৰ বৰ জীয়ৰী ( The eldest daughter of Tamil ) আখ্যা দিয়া হয়। প্ৰাচীন তামিল ভাষা এক বিশাল অঞ্চল জুৰি বিয়পি আছে। কালক্ৰমত আধুনিক তামিল আৰু কেৰল প্ৰদেশত মালয়ালম ভাষাৰ সৃষ্টি হ'ল। অৱশ্যে কেৰল প্ৰদেশৰ উপৰিও লাক্ষাদ্বীপতো মালয়ালম ভাষাৰ প্ৰচলন আছে। প্ৰাচীন তামিলৰ পৰা পৃথক হৈ স্বাধীনভাৱে আত্মপ্ৰকাশ কৰা এই ভাষাই নৱম শতিকাৰ পৰাই স্বকীয় ৰূপ পৰিগ্ৰহণ কৰিবলৈ চেষ্টা কৰে আৰু ত্ৰয়োদশ শতিকামানৰ পৰা আপোন বৈশিষ্ট্যৰে বিকশিত হোৱাৰ সুযোগ লাভ কৰে। সংস্কৃত ভাষাৰ প্ৰভাৱ এই ভাষাত যথেষ্ট পৰিমাণে থকা দেখা যায়। মালয়ালম সাহিত্যৰ ধাৰাবাহিকতা চতুৰ্দশ শতিকাৰ পৰা উনবিংশ আৰু উনবিংশৰ পৰা বৰ্তমানলৈকে প্ৰৱাহিত হৈ আছে। কেৰলত সংস্কৃত ভাষাৰ চৰ্চা প্ৰাচীন কালৰে পৰা ব্ৰাহ্মণসকল আৰু ৰজাঘৰৰ পৃষ্ঠপোষকতাত হোৱাৰ বাবেই হয়তো এই ভাষাত সংস্কৃতৰ প্ৰভাৱ সৰ্বাধিক। অৱশ্যে সংস্কৃতৰ প্ৰভাৱহীন এক শ্ৰেণীৰ মালয়ান সাহিত্যৰো সৃষ্টি হৈছিল আৰু ইছলাম ধৰ্ম সম্প্ৰদায়ৰ লোকেও ( মোপলাসকলে ) সংস্কৃত প্ৰভাৱ নোহোৱাকৈ মালয়ালম সাহিত্য ৰচনা কৰে। মালয়ালমৰ প্ৰাচীন লিপি হ'ল 'ৱাট্টেঝুত্তু' আৰু আধুনিক লিপি হ'ল— 'আৰ্য্যএৰুটু'।

**কানাড়ী** (Kannara) : দ্ৰাবিড় শাখাৰ তৃতীয় প্ৰধান ভাষা হ'ল কন্নড় বা কানাড়ী ভাষা। এই ভাষা মহীশূৰত প্ৰচলিত। প্ৰাচীন কন্নড শব্দই সংস্কৃতত 'কৰ্ণাটক' শব্দৰ উৎপত্তিৰ মূল, যাৰ অৰ্থ 'ক'লা মাটিৰ দেশ'। মহীশূৰৰ উপৰিও দক্ষিণ ভাৰতৰ দক্ষিণ পশ্চিম অঞ্চলতো ইয়াৰ প্ৰচলন আছে। প্ৰাচীন সাহিত্যৰ ক্ষেত্ৰত এই ভাষা অতিশয় কৃত্ৰিম আৰু আলংকাৰিক। প্ৰাচীনতম দ্ৰাবিড় শিলালিপি কন্নড ভাষাতেই ৪৫০ খৃঃত ৰচিত হৈছিল। ভাষাৰ ক্ষেত্ৰত কানাড়ী তামিলৰ ওচৰ চপা আৰু লিপিৰ ক্ষেত্ৰত ই তেলুগু লিপিৰ কাষচপা। এই ভাষাৰ প্ৰাচীনতম সাহিত্য আনুমানিক ৮৫০ খৃঃত ৰচিত। অৱশ্যে তাৰ আগতেও সাহিত্য ৰচনা কৰা হৈছিল বুলি অনুমান কৰা হয়। খৃষ্টীয় পঞ্চম শতিকাৰ কিছুমান শিলালেখেও কানাড়ী ভাষাৰ নিদৰ্শন দাঙি ধৰে। ইজিপ্তত উদ্ধাৰ হোৱা ( খৃষ্টীয় দ্বিতীয় শতাব্দীত ) গ্ৰীক নাটক এখনত দেখুওৱা দৃশ্যত ভাৰতীয় ভাষাৰ নিদৰ্শন পোৱা গৈছে। যি ভাষা কানাড়ীৰ প্ৰাচীন ৰূপ বুলি অনুমান কৰা হৈছে। নৱম শতিকাত ৰচিত 'কবিৰাজ মাৰ্গ' কানাড়ীৰ উল্লেখযোগ্য পুথি। ইয়াৰ পিছৰ পৰা এই ভাষাৰ সাহিত্যৰ নিদৰ্শন ধাৰাবাহিকভাৱে পোৱা যায়। এই ভাষাৰো প্ৰাচীন, মধ্য আৰু আধুনিক—এই তিনিটা যুগ নিৰ্দ্ধাৰণ কৰা হৈছে। প্ৰাচীন যুগ নৱম শতিকাৰ পৰা

দ্বাদশলৈ, মধ্যযুগ দ্বাদশৰ পৰা অষ্টাদশলৈ আৰু আধুনিক যুগ উনবিংশ শতিকাৰ পৰা বৰ্তমানলৈ। বৰ্তমান ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰত এই কানাড়ী ভাষাও অন্যতম।

দ্ৰাবিড় শাখাৰ অন্যান্য ভাষা কেইটা হ'ল টুলু, টোডা, বগা, কুৰগু, গোণ্ডী, কুই, মাল্‌তো, কুৰুখ, কোটা আদি। টুলু, কন্নড় ভাষাৰ এটি উপভাষা, পিছলৈ অৱশ্যে স্বকীয় বৈশিষ্ট্যৰে গা কৰি উঠে। দ্ৰাবিড় ভাষা সমূহৰ মাজত এই ভাষা উন্নত বুলি দাবী কৰিব পাৰিলেও এই ভাষাৰ সাহিত্যিক নিদৰ্শন তেনেদৰে পোৱা নাযায়। 'কুৰগু' ভাষা কুৰ্গ অঞ্চলত প্ৰচলিত। নীলগিৰি পাৰ্বত্য অঞ্চলত 'টোডা', 'কোটা' আৰু বড়গা অতি কম সংখ্যক লোকৰ মাজত প্ৰচলিত। এই কেইটাক নীলগিৰিৰ উপভাষা আখ্যা দিব পাৰি। অৱশ্যে এই ভাষাবোৰৰ বিশেষ অগ্ৰগতিৰ অবিহনে অপমৃত্যুৰ আশংকা কৰা যায় (বিশেষকৈ টোডা ভাষাৰ)।

মধ্য প্ৰদেশ, বিহাৰ, উৰিষ্যা কোনো কোনো অঞ্চলত দ্ৰাবিড় শাখাৰ ভাষাৰ প্ৰচলন আছে। ইয়াৰ ভাষাৰ ভিতৰত মধ্যপ্ৰদেশ আৰু অন্ধ্ৰপ্ৰদেশৰ অঞ্চল বিশেষত থকা 'গোণ্ডী' ভাষা অন্যতম। তামিল ভাষাৰ সৈতে ইয়াৰ সাদৃশ্য আছে। 'কুৰুখ' ভাষা বিহাৰ আৰু উৰিষ্যাত প্ৰচলিত। ৰাজমহল পাহাৰত "মাল্‌তো" ভাষাৰ প্ৰচলন আছে। উৰিষ্যাৰ অৰণ্য অঞ্চলত 'কুই' ভাষাৰ প্ৰচলন আছে।

(২) **অন্ধ্ৰ শাখা**—এই শাখাৰ ভাষা হ'ল তেলুগু আৰু কোলামী।

**তেলুগু (Telugu):** অন্ধ্ৰ শাখাৰ তেলুগুৱেই হ'ল প্ৰধান ভাষা। দ্ৰাবড়ি ভাষা-ৰাজিৰ মাজত এই ভাষাই আটাইতকৈ শুৱলা আৰু শ্ৰুতি মধুৰ। প্ৰধানভাবে ই অন্ধ্ৰপ্ৰদেশৰ ভাষা। কিন্তু মহাৰাষ্ট্ৰ আৰু মধ্যপ্ৰদেশতো ইয়াৰ প্ৰচলন আছে। সংখ্যা-গৰিষ্ঠ লোকে এই ভাষা কয় আৰু তামিল ভাষাৰ লগতহে ইয়াৰ স্থান নিৰূপণ কৰিব পাৰি। তেলুগু ভাষাৰ চৰ্চা আৰম্ভ হয় খৃষ্টীয় একাদশ শতিকাৰ পৰা। এই ভাষাই সংস্কৃত ভাষাৰ পৰা বহু শব্দ গ্ৰহণ কৰিছে। ইয়াৰ প্ৰতিটো ভাষাই স্বৰান্ত বাবে অতি সুন্দৰ আৰু শ্ৰুতিমধুৰ। মধ্যপ্ৰদেশ আৰু বোম্বাই অঞ্চলত এই ভাষাৰ বহুত উপভাষা প্ৰচলিত হলেও মূল ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰ অন্ধ্ৰপ্ৰদেশ তথা হায়দৰাবাদ অঞ্চলতহে আছে। এই তেলেগু ভাষা কোৱা লোকক সংস্কৃত সাহিত্যত 'অন্ধ্ৰ' নামেৰে পোৱা যায়। একাদশ শতিকাৰ পৰা তেলুগু ভাষাৰ নিদৰ্শন পোৱা গলেও ইয়াৰ প্ৰাচীনতম নিদৰ্শন কিন্তু সপ্তম শতিকাৰ শিলা লেখতে পোৱা যায়। একাদশ শতিকাৰ আদ ছোৱাতে কবি নন্নয় ভট্টই মহাভাৰতত কেইটামান পৰ্বৰ অংশবিশেষ, অনুবাদ কৰে আৰু ইয়েই তেলুগু সাহিত্যৰ প্ৰাচীনতম পুথি। এই ভাষাৰ ব্যাকৰণ এখন সংস্কৃত ভাষাত নন্নয় ভট্টই ৰচনা কৰে। প্ৰাচীন তেলেগু ভাষা সাহিত্যত সংস্কৃত ভাষাই বিশেষভাবে প্ৰভাৱ বিস্তাৰ কৰিছে বুলিব পাৰি। লিপিৰ ক্ষেত্ৰত এই ভাষাই ব্ৰাহ্মী লিপিৰ পৰা উদ্ভৱ হোৱা 'পহ্লৱ'ৰ পৰাই দশম শতিকা মানৰ পাছত বিকাশ লাভ কৰে।

**কোলামী (Kolami):** অন্ধ্ৰ শাখাৰ দ্বিতীয় ভাষাটি হ'ল কোলামী ভাষা। এই

ভাষা বেৰাৰ অঞ্চলত প্ৰচলিত। ভীলী উপভাষাৰ প্ৰভাৱত এই ভাষা ক্ৰমান্বয়ে অপমৃত্যুৰ মুখত পতিত হোৱাৰ উপক্ৰম কৰিছে।

(৩) **উত্তৰ পশ্চিম বা ব্ৰাহুই ( Brahui ) শাখা :** দ্ৰাবিড় ভাষাগোষ্ঠীৰ তৃতীয় শাখাটো হ'ল ব্ৰাহুই শাখা। পাকিস্থানৰ অন্তৰ্গত ইৰাণী ভাষা পৰিবেষ্টিত বেলুচিস্থানৰ এক সীমাবদ্ধ অঞ্চলত দ্ৰাবিড় শাখাৰ ব্ৰাহুই ভাষাৰ প্ৰচলন আছে। বৰ্তমান এই ভাষাৰ ওপৰত ইৰাণী পস্তু আৰু বেলুচি ভাষাৰ প্ৰভাৱ বিদ্যমান। অৱশ্যে ইয়াৰ কাৰণ হয়তো সিন্ধু উপত্যকাৰ পৰা আৰ্য্যসকলৰ দ্বাৰা বিতাড়িত হৈ দ্ৰাবিড়সকল যেতিয়া দক্ষিণ ভাৰতৰ দিশে ধাবিত হয়, তেতিয়া তাৰে এটি ক্ষুদ্ৰ শাখা মূল শাখাৰ পৰা বিচ্ছিন্ন হৈ পশ্চিমৰ ফালে আশ্ৰয় লাভ কৰিছিল। ইয়াৰ বাদে ব্ৰাহুই ভাষাৰ অস্তিত্ব সম্পৰ্কে আৰু কোনো ব্যাখ্যা পোৱা নাযায়। এই ভাষা কোৱা লোকৰ সংখ্যা বেছি নহয়; প্ৰায় তিনি লাখ মান হ'ব।

**দ্ৰাবিড় ভাষাৰ বৈশিষ্ট্য :** দ্ৰাবিড় ভাষাৰ বৈশিষ্ট্যবাজি অন্যান্য ভাৰতীয় ভাষা সমূহৰ তুলনাত বহুতো পৃথক। ইয়াৰ মূল বিশেষত্ববাজি চমুকৈ এনেধৰণৰ—

(ক) এই ভাষা অশ্লিষ্ট অন্ত্য-যোগাত্মক শ্ৰেণীৰ অন্তৰ্গত।

(খ) প্ৰত্যয় বিভক্তি অঙ্গাঙ্গী ভেদে যুক্ত হৈ নাথাকে।

(গ)- অন্ত্যব্যঞ্জন ধ্বনিৰ পিছত কোনো কোনো ভাষাত স্বৰ সংযুক্ত হৈ উচ্চাৰণ হয়।

(ঘ) স্বৰ-সঙ্গতি দ্ৰাবিড় ভাষাৰ অন্যতম বৈশিষ্ট্য।

(ঙ) কিছুমান ভাষাত, বিশেষভাবে তামিলত শব্দৰ আদিত ঘোষ ব্যঞ্জন ব্যৱহৃত নহয়।

(চ) মূৰ্ধণ্য ধ্বনি অৰ্থাৎ ট-বৰ্গৰ প্ৰধান্য মন কৰিবলগীয়া।

(ছ) একবচন আৰু বহুবচন দুয়োৰে প্ৰয়োগ আছে। একবচনত প্ৰত্যয়ৰ সংযোগ কৰি বহুবচন কৰা হয়।

(জ) দ্ৰাবিড় ভাষাত কৰ্মবাচ্যৰ প্ৰয়োগ নাই, অৱশ্যে আত্মনেপদৰ চিন কোনো কোনো ক্ষেত্ৰত দেখা যায়।

(ঝ) অপ্ৰাণীবাচক ক্লীবলিঙ্গ কেৱল একবচনত প্ৰয়োগ হয়।

(ঞ) বিশেষ্য আৰু সৰ্বনাম শব্দ অব্যয়ৰ সহযোগত যুক্ত হ'লেও সমাপিকা ক্ৰিয়া কেতিয়াও যুক্ত নহয়। সমগ্ৰ বাক্যত এটি মাত্ৰ সমাপিকা ক্ৰিয়াৰ প্ৰয়োগ হয়। সেয়াও শব্দৰ শেষত আৰু এই ক্ৰিয়াই সমগ্ৰ বাক্যটি নিয়ন্ত্ৰণ কৰে। ফলত বাক্যটিৰ শেষ নোহোৱা পৰ্য্যন্ত অৰ্থ প্ৰকাশ নঘটে।

**আৰ্য্যভাষাত দ্ৰাবিড় ভাষাৰ প্ৰভাৱ :** দ্ৰাবিড় ভাষাই ভাৰতীয় আৰ্য্যভাষাৰ পিছতে ভাৰতবৰ্ষত প্ৰতিষ্ঠা লাভ কৰিছে। কোনো কোনো ক্ষেত্ৰত আৰ্য্যভাষালৈ দ্ৰাবিড় ভাষাই বহুতো উপাদান আগবঢ়াইছে। বৈদিক যুগৰ পৰাই দ্ৰাবিড় সকলৰ লগত ভাৰতীয় আৰ্য্যসকলৰ সংমিশ্ৰণ আৰম্ভ হৈছিল। ভাষাতাত্ত্বিক বহুতো দিশত এই দুয়ো ভাষাৰে পাৰস্পৰিক প্ৰভাৱ বহু সময়ত পৰিলক্ষিত হোৱা দেখা যায়।

(ক) বৈদিক সংস্কৃত সাহিত্যত প্ৰচুৰ দ্ৰাবিড় শব্দৰ প্ৰয়োগ হোৱা দেখা যায়। আনকি ঋক্ বেদতে ময়ূৰ, খল, বিল, কুণ্ড, দণ্ড আদি শব্দ ব্ৰাহ্মণ গ্ৰন্থাৱলীত অলস, অৰ্ক, পণ্ডিত, শব্দ আদি শব্দ, সংস্কৃতত অণু, অৰুণ, কপি, কল, পূজা, পুষ্প, নীল, ফল, বীজ, ৰাত্ৰি আদি শব্দ আৰু তাৰ পৰবৰ্তী স্তৰত অটবী, আড়ম্বৰ, খড়্গ, তণ্ডুল আদি দ্ৰাবিড় শব্দৰ পয়োভৱ পণ্ডিতসকলে উল্লেখ কৰে। ইয়াৰ ভালেসংখ্যক শব্দ তৎসম ৰূপে পৰিচিত হৈছে। পালি প্ৰাকৃত আৰু পৰবৰ্তী আধুনিক ভাৰতীয় ভাষা কিছুমানত দ্ৰাবিড় শব্দৰ স্পষ্ট প্ৰৱেশ ঘটিছে।

(খ) বৈদিক সংস্কৃত ধন্যাত্মক শব্দৰ প্ৰয়োগ বিশেষভাৱে দেখা নাযায়। আধুনিক ভাৰতীয় আৰ্য্য ভাষা কিছুমান ধ্বন্যাত্মক শব্দ প্ৰয়োগত দ্ৰাবিড় প্ৰভাৱ উল্লেখনীয়। বাংলা আদি ভাষাত বহুবচনৰ গঠন প্ৰক্ৰিয়াত দ্ৰাবিড় শব্দ গঠনৰ প্ৰক্ৰিয়া অনুভূত হয়।

(গ) স্বৰাঘাতৰ (accent) পৰিবৰ্তে আৰ্য্যভাষাত শ্বাসাঘাতে (Stress) প্ৰাধান্য লাভ কৰা পদ্ধতিত দ্ৰাবিড় ভাষাৰ প্ৰভাৱ অনুমান কৰা হয়। বৈদিক যুগৰে পৰা স্বৰাঘাতৰ ঠাইত শ্বাসাঘাতৰ প্ৰয়োগৰ ফলত স্বৰ লুপ্ত হোৱাৰ উদাহৰণ সংস্কৃতৰ স্তৰতো পৰিলক্ষিত হয়।

(ঘ) স্বৰভক্তি, স্বৰসঙ্গতি আৰু স্বৰাগমৰ ক্ষেত্ৰত আৰ্য্যভাষাত দ্ৰাবিড় প্ৰভাৱ পৰিছে বুলি বহু পণ্ডিতে মত প্ৰকাশ কৰে।

(ঙ) বিশেষণৰ তাৰতম্য বুজাবৰ বাবে তৰ, তম আদি ব্যৱহাৰ নকৰি 'সকলোতকৈ ভাল', 'সবাতোকৈ ভাল' আদি প্ৰয়োগৰ মূলতে বিভিন্ন ভাষাত ( বাংলা আদি ) দ্ৰাবিড় প্ৰভাৱ পৰিব পাৰে বুলি অনুমান কৰা হৈছে।

(চ) ভাৰতীয় আৰ্য্যভাষাত মূৰ্দ্ধন্য ধ্বনিৰ প্ৰবৰ্তনৰ মূলতে দ্ৰাবিড় প্ৰভাৱ বুলি ভাষাবিদ সকলে মন্তব্য প্ৰকাশ কৰে। কাৰণ এই মূৰ্দ্ধন্য ধ্বনিৰ প্ৰয়োগ দ্ৰাবিড় ভাষাৰহে প্ৰধান বিশেষত্ব আৰু ইন্দো-ইউৰোপীয় ভাষাবৰ্গৰ মাজত ভাৰতীয় আৰ্য্য ভাষাতহে ইয়াৰ ব্যৱহাৰ আছে। অৱশ্যে 'চুইডিশ' ভাষাত এই ধ্বনিৰ প্ৰয়োগ আছে বুলি উল্লেখ কৰা হৈছে।

(ছ) সংস্কৃত আৰু পৰবৰ্তী স্তৰত (আধুনিক স্তৰত) যৌগিক ক্ৰিয়াপদৰ (Compound Verb) প্ৰয়োগতো দ্ৰাবিড় প্ৰভাৱ অনুভূত হয়। ক্ৰিয়ামূল ধাতুৰ (Verb-root) ক্ষেত্ৰতো ভাৰতীয় আৰ্য্য ভাষাত দ্ৰাবিড় প্ৰভাৱ ঠায়ে ঠায়ে পৰিলক্ষিত হয়।

(জ) অঘোষ স্পৰ্শধ্বনি ঘোষধ্বনি লৈ ৰূপান্তৰিত হোৱা, তালব্য 'চ', 'জ' ক্ৰমে অঘোষ স্পৃষ্ট আৰু ঘোষ স্পৃষ্ট ধ্বনিলৈ ৰূপান্তৰ, 'স' ধ্বনি 'হ' ধ্বনিলৈ ৰূপান্তৰ হোৱাৰ অন্তৰালতো দ্ৰাবিড় ভাষাৰ প্ৰভাৱেই স্বীকাৰ কৰা হৈছে।

(ঝ) কাৰক, বিভক্তি প্ৰয়োগৰ ক্ষেত্ৰতো আৰ্য্যভাষাত দ্ৰাবিড় প্ৰভাৱ পৰিছে।

(ঞ) সংস্কৃত অসমাপিকা ক্ৰিয়াৰ প্ৰয়োগতো দ্ৰাবিড় ভাষাৰ প্ৰভাৱ, প্ৰাকৃতত মহাপ্ৰাণ কৰি 'হ' কাৰৰ ৰূপায়নত দ্ৰাবিড় প্ৰভাৱ মন কৰিবলগীয়া।

(ট) সংস্কৃতৰ-পুৰ, -কুট, -ওৰ আদি নগৰ নিৰ্দ্দেশক শব্দ আৰু জুলি, ভিঠা, গুৰি আদি ঠাই আৰু জলাতক ঠাই বুজোৱা শব্দ আদিত দ্ৰাবিড় প্ৰভাৱ পৰিছে বুলি অনুমান কৰা হৈছে।

একেদৰে ভাৰতীয় আৰ্য্যভাষাৰ ইতিহাসত দ্ৰাবিড় ভাষাই উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে।

(৪) **তিব্বত চীনীয় ভাষা পৰিয়াল ঃ** ভাৰতত প্ৰচলিত তৃতীয় ভাষা পৰিয়ালটো হ'ল তিব্বত চীনীয় ভাষা পৰিয়াল। এই ভাষা পৰিয়াল অৱশ্যে পৃথিৱীৰ ভাষাবৰ্গৰ ভিতৰতে অন্যতম বৃহৎ ভাষা পৰিয়াল। এই ভাষা প্ৰধানভাবে ভাৰতবৰ্ষৰ হিমালয়ৰ দাঁতি-কাষৰীয় অঞ্চল, উত্তৰ-পূৱ ভাৰতত প্ৰচলিত। কোনো কোনোৱে ইয়াক ভোট-চীনীয় আখ্যাও দিয়া দেখা যায়। এই ভাষাগোষ্ঠীৰ আদিম বাসস্থান চীনদেশৰ হোৱাংহো আৰু ইয়াংচিকিয়াং নদীৰ উৎপত্তিস্থল। ইয়াৰ পৰা ভাৰতবৰ্ষলৈ আনুমানিক খৃঃ পূঃ এহেজাৰ বছৰৰ পূৰ্বে আহে। বিশেষভাবে ভাৰতৰ উত্তৰ পূৱ কোনত ই বিস্তাৰ লাভ কৰে। ভাৰতৰ বাহিৰেও অন্যান্য ঠাইতো এই ভাষাৰ প্ৰচলন আছে।

তিব্বত চীনীয় ভাষা পৰিয়ালক প্ৰধানতঃ দুটা ভাগত বিভক্ত কৰা হৈছে— (১) তিব্বত বৰ্মী আৰু (২) শ্যাম-চীনীয়। অৱশ্যে এই শাখাৰে অন্তৰ্গত য়েনীচী ( Yenissi ) নামৰ আন এটা শাখাও আছে, যিটো শাখাৰ লগত ভাৰতৰ কোনো সম্পৰ্ক নাই। তিব্বত-চীনীয় ভাষা পৰিয়ালক এনেদৰে তালিকাভুক্ত কৰিব পাৰি—



তিব্বত-চীনীয় ভাষা-গোষ্ঠীৰ স্থান ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীৰ পিছতে। চীনদেশৰ প্ৰধান নদী হোৱাংহো আৰু ইয়াং-চিকিয়াঙৰ তীৰৰ পৰা এই ভাষাগোষ্ঠীৰ লোক চীনদেশৰ উপৰিও ব্ৰহ্মপুত্ৰ, ইৰাৱতী, চালুইন, চিন্দুইন, মেকং, মেনাম আদি নদীৰে ভাৰত, ব্ৰহ্মদেশ, শ্যামদেশ আদিত বিয়পি পৰে। মঙ্গলয়দ জাতিৰূপে পৰিচিত এই ভাষাগোষ্ঠীৰ লোকেৰে পৃথিৱীৰ ভালেসংখ্যক ঠাই জুৰি আছে। মূল তিব্বতবৰ্মী শাখাটো ব্ৰহ্মপুত্ৰ নদীৰ উৎপত্তিস্থলৰ পৰা তিনিটা প্ৰধান ভাগত বিভক্ত হৈ পৰিছে। এটা শাখা উত্তৰ-পশ্চিম কোণৰ তিব্বতৰ ফালে, এটা শাখা ব্ৰহ্মপুত্ৰ নদীয়েদি অসমলৈ আৰু আনটি শাখা ইৰাৱতী, চিন্দুইন নদীৰে ব্ৰহ্মদেশ পায়হি।

**তিব্বত-বৰ্মী শাখা :** ইয়াৰ প্ৰধান উপশাখাকেইটা হ'ল—হিমালয়ী (Himalayan), উত্তৰ-অসম (North-Assam), অসম-বৰ্মী (Assam-Burmese) আৰু তিব্বতী (Tibetan)।

**হিমালয়ী :** এই শাখাৰ ভাষাসমূহ হিমালয়ৰ দাঁতি কাষৰীয়া অঞ্চল নেপাল, চিকিম, ভূটান আদিত প্ৰচলিত। ইয়াৰ অন্তৰ্গত ভাষাবোৰ হৈছে-নেৱাৰী, লেপ্চা, কণৌৰী, কিৰন্তী, লিম্বু, ধিমাল আদি। ইয়াৰ ভিতৰত অৱশ্যে নেপালৰ নেৱাৰী ভাষা প্ৰধান। চিকিমৰ ভাষা লেপ্চা অন্যতম। এই ভাষাগোষ্ঠীৰ লোকৰ সৈতে অষ্ট্ৰিক ভাষাগোষ্ঠীৰ সংমিশ্ৰণ হৈ পৰিৱৰ্তিত হয় বুলি অনুমান কৰা হৈছে।

**তিব্বতী :** তিব্বত বৰ্মী শাখাৰ ভিতৰত তিব্বতী শাখাটোও অন্যতম। হিমালয়ৰ পশ্চিম অঞ্চলত তিব্বতী শাখাটোৰ ভাষাসমূহৰ প্ৰচলন আছে। তাৰ ভিতৰত লাডাখ আৰু কন্টি ভাষা প্ৰধান। প্ৰায় তিনিলাখ লোকে এই ভাষা কয়। এই ভাষাত যথেষ্ট সাহিত্য পোৱা যায় আৰু প্ৰাচীন কালৰে পৰা সাহিত্য সৃষ্টি হৈ আহিছে যদিও নৱম শতিকাৰ পৰাহে লিখিত নিদৰ্শন পোৱা যায়।

**উত্তৰ অসম :** উত্তৰ অসম তিব্বত-বৰ্মী শাখাৰ অন্যতম ভাষাবৰ্গ। অসম প্ৰদেশৰ উত্তৰ প্ৰান্তৰৰ পৰ্বতীয়া অঞ্চল বিশেষত বিভিন্ন ভাষাৰ প্ৰচলন আছে। উত্তৰ অসম শাখাৰ ভাষা বুলিলে চমুকৈ 'নেফা' আৰু শেহতীয়াকৈ 'অৰুণাচল' আখ্যা পোৱা অঞ্চলৰ ভাষাকে বুজায়। এসময়ত অসম প্ৰদেশৰে অংশবিশেষৰ এই অৰুণাচলক পৃথক ৰাজ্যৰূপে স্বীকৃতি দিয়া হয়। কামেং, সোৱনশিৰি, চিয়াং, লোহিত আৰু টিৰাপ—এই কেইখন প্ৰধান জিলাৰে গঠিত এই প্ৰদেশখন প্ৰকৃততে অৰণ্য বেষ্টিত প্ৰাকৃতিক লীলাভূমি। এই অঞ্চলৰ ভাষা হ'ল—অকা, ডফলা, মিচিং, মিচিমি, চিংফো, নক্টে, আবৰ, গালং, আপাটানি, মন্‌পা, চেৰডুক্‌পেন আদি। এই লোকসকলক প্ৰকৃততে ইন্দো মঙ্গোলীয় গোষ্ঠীৰ বুলি অনুমান কৰা হৈছে। কামেং জিলাত মন্‌পা, চেৰডুক্‌পেন, অকা, মিজি সকলে বাস কৰে। সোৱনশিৰি জিলাত ডফলা, আপাটানি আদি ভাষা কোৱা লোকৰ বসতি স্থান। চিয়াং জিলা প্ৰকৃততে আদি সকলৰ বসতি স্থান। অৱশ্যে টাগিন, খাম্বা আদি ভাষাও এই

জিলাৰ লোকৰ ভাষা। আদি ভাষাৰ কেবাটাও বিভাজন আছে বাবে উপভাষাগত পাৰ্থক্যই দেখা দিলেও আদি ভাষাৰূপে ই জনপ্ৰিয়তা লাভ কৰিছে। লোহিত জিলাৰ প্ৰধান ভাষা খামটি, যিটো প্ৰকৃততে শ্যামচীনীয় শাখাৰ পৰা সৃষ্টি হৈছে। ইয়াৰ উপৰিও ইদু, টাৰাওন, কামান চিংফৌ আদি ভাষাৰ প্ৰচলন আছে। টিৰাপ জিলাৰ নক্টে, ৱাংচু, টাংচা, চিংফৌ আদি ভাষী লোক সকল বাস কৰে, ইয়াৰ ভিতৰত নক্টে সকলেই প্ৰধান। অৰুণাচল প্ৰদেশৰ এই জনগোষ্ঠীসমূহৰ নিজা নিজা কথিত ভাষাবোৰ সকলোবোৰ গোষ্ঠীৰ বাবে বোধগম্য নহয়। অৰ্থাৎ এটা গোষ্ঠীৰ ভাষা আনটো গোষ্ঠীৰ বাবে দুৰ্বোধ্য। অৱশ্যে এওঁলোকৰ ভাষাত মৌখিক সাহিত্য প্ৰচুৰ আছে যদিও লিখিত নিদৰ্শনৰ অবিহনে সিবোৰৰ সংৰক্ষণ ব্যৱস্থা তেনেদৰে হোৱা নাই বুলিব পাৰি। এওঁলোকৰ ভাষাৰ লিপিও নাই। উত্তৰ অসম ভাষাৰ প্ৰচলন থকা এই অঞ্চলত খামতি ভাষা অৱশ্যে শ্যাম-চীনীয় গোষ্ঠীৰহে, যিটো ভাষাত লিখিত নিদৰ্শন আছে। মিচিং ভাষাৰ দুটা ভাগ আছে—এটা সমতলৰ আৰু আনটো পাহাৰীয়া। শিৱসাগৰ (অবিভক্ত), লক্ষীমপুৰ জিলা, অ.ৰু ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈ সমূহৰ দাঁতিত সমতলৰ মিচিং সকল বাস কৰে। ইদু, টাৰাওন আৰু কামান হ'ল মিচিমি সকলৰ তিনিটা প্ৰধান শাখা। দুৰ্গম পাহাৰীয়া অঞ্চলত প্ৰচলিত হোৱাৰ বাবেই এই ভাষাসমূহৰ লগত পৰিচিত হোৱাটো কঠিন।

**অসম-বৰ্মী :** তিব্বতবৰ্মী শাখাৰ আটাইতকৈ উল্লেখযোগ্য শাখা হল অসমবৰ্মী। এই শাখাৰ দুটা প্ৰধান ভাগ—বড়ো-নগা আৰু কুকি চীন। এই দুয়ো শাখাৰে মাজত কাৰি ভাষা উল্লেখযোগ্য। বড়ো-নগা শাখাৰ ভিতৰত বড়ো বৰ শক্তিশালী ভাষা। ইয়াৰ অন্তৰ্গত ভাষাবোৰ হ'ল—বড়ো, ৰাভা, গাৰো, কছাৰী, ডিমাছা, টিয়া, হাজং, চুটিয়া, টিপ্ৰা আদি। সেইদৰে নগা শাখাৰো কেবাটাও ভাষা—পূব নগা, পশ্চিম নগা, মধ্য নগা, নগা কুকি আদি। কুকিচীনৰ দুটা শাখা—মেইথেৰ অন্তৰ্গত মণিপুৰী ভাষা আৰু মিজোৰ অন্তৰ্গত মিজোৰামৰ ভাষা—মিজো।

**বড়ো শাখা (বড়ো ভাষা) :** তিব্বতবৰ্মীৰ যিটো শাখা উত্তৰ আৰু পূব পথেৰে ব্ৰহ্মপুত্ৰ নদীৰ তীৰৱৰ্তী অঞ্চলত বিয়পি পৰে, সেই ভাষাৰ শাখাটোৱেই হ'ল বড়ো শাখা। বড়ো ভাষী লোক প্ৰধানকৈ গোৱালপাৰা (অবিভক্ত) জিলাতেই বসবাস কৰে। এই ভাষাৰ নিজা লিপি নাই বাবে তেওঁলোকে ৰোমান আখৰকে গ্ৰহণ কৰে। পিছলৈ তেওঁলোকে দেৱনাগেৰী লিপিও গ্ৰহণ কৰা দেখা যায়। বড়োভাষী লোকৰ সংখ্যা কোকৰাঝাৰ জিলাতেই সৰ্বাধিক। বিজনী, সৰভোগ, গোবেশ্বৰ, তামুলপুৰ, ওদালগুৰি, ধুপধৰা আদি বড়ো অধ্যুষিত অঞ্চল। এই জনগোষ্ঠী সকলৰ বাবে অসমীয়া দ্বিতীয় মাতৃভাষাহে। এই বড়ো গোষ্ঠীৰ লোক অসমৰ বিভিন্ন প্ৰান্ততো সিঁচৰতি হৈ আছে। এওঁলোকক কছাৰী আৰু বড়ো-কছাৰী এই নামেৰেও অভিহিত কৰা হয়। বড়ো ভাষা মৌখিক সাহিত্যত অতি চহকী। কিন্তু সেই অনুপাতে লিখিত নিদৰ্শন কম। কিন্তু বৰ্তমান বড়ো ভাষাই বিশেষ প্ৰাধান্য লাভ কৰিছে আৰু সাহিত্য-সংস্কৃতিৰ সংখ্যাও

বাঢ়িছে। সমগ্র অসমবৰ্মী শাখাৰ ভিতৰত বড়ো ভাষাই শ্ৰেষ্ঠত্ব দাবী কৰিব পাৰে। ই হ'ল স্বৰ প্ৰধান ভাষা ( Toual )।

**গাৰো ভাষা :** বড়ো শাখাৰ আন এটা ভাষা হ'ল গাৰো ভাষা। ই মেঘালয়ৰ অন্তৰ্গত গাৰোপাহাৰত প্ৰচলিত। তদুপৰি গোৱালপাৰা, কামৰূপ, ত্ৰিপুৰা আদিতো এই ভাষাৰ প্ৰচলন আছে। খৃষ্টান মিছনেৰী সকলৰ চেষ্টাত গাৰো ভাষাত সাহিত্য সৃষ্টি হয়। বড়ো আৰু গাৰো ভাষা মূলতঃ একেই আছিল। পিছলৈহে পৃথক হৈ স্বকীয় বৈশিষ্ট্যৰে গা কৰি উঠে। এই ভাষাত বিভিন্ন ফৈদ আছে।

**ৰাভা ভাষা :** ৰাভা ভাষা অবিভক্ত কামৰূপ আৰু গোৱালপাৰা জিলাৰ দক্ষিণ অঞ্চলত প্ৰচলিত। গাৰো পাহাৰৰ দক্ষিণ অংশতো এই ভাষাৰ প্ৰচলন আছে। নৃতাত্ত্বিক দৃষ্টিকোণেৰে ই বড়ো-নগা গোষ্ঠীৰ (কিৰাট বা মঙ্গোলয়ড গোষ্ঠীৰ)। আনহাতে ভাষাতাত্ত্বিক দৃষ্টিকোনেৰে ই তিব্বতবৰ্মী গোষ্ঠীৰ। দৰং আৰু নগাঁও জিলাৰ কোনো কোনো অংশতো ৰাভা ভাষী লোক আছে। ৰাভাসকলৰ কেইবাটাও উপশাখা আছে :—ৰংদানি, মাইতোৰি, দোহাৰি, পাতি, চুঙ্গা, বিতলিয়া আৰু তোত্‌লা।[8] ৰাভা ভাষাৰ প্ৰধান বৈশিষ্ট্য হ'ল ই সমজাতীয় বড়ো শাখাৰ ভাষাৰ দৰে স্বৰ প্ৰধান ( Toual ) নহয়। স্বৰ ইয়াত লুপ্ত হৈছে। এই ভাষা সম্পৰ্কে অসমীয়া ভাষাতে কেইবাখনো পুথি ৰচনা কৰা হৈছে। ৰাভা ভাষা পৰিষদ আৰু অসম সাহিত্য সভাই এই ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছে।

**ডিমাছা ভাষা :** ডিমাছা সকলে নগাঁও, কাৰ্বি আংলং, কাছাৰ, উত্তৰ কাছাৰ পাহাৰত বসতি কৰে। অৱশ্যে উত্তৰ কাছাৰেই তেওঁলোকৰ প্ৰধান বসতি স্থল। আহোম সকলৰ লগত তিষ্ঠিব নোৱাৰি এওঁলোক ধনশিৰি নদীৰ তীৰবৰ্তী অঞ্চল আৰু কাছাৰ জিলা আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলালৈ বিয়পি পৰে। 'ডিমাছা' শব্দৰ অৰ্থ— ডিমা বা ধনশিৰি নদীৰ সন্তান। তাৰ পৰাই 'ডিমাছা' শব্দৰ সৃষ্টি হয় বুলি অনুমান কৰা হয়। ধনশিৰি নদীৰ পাৰত বসবাস কৰাৰ বাবেই বোধকৰো এই লোকসকলক ডিমাছা নামেৰে অভিহিত কৰা হয়।

**তিৱা ভাষা :** তিৱা ভাষী সকলক লালুং নামেৰে আখ্যা দিয়া হৈছিল। নগাঁও জিলাৰ দক্ষিণ পশ্চিম অংশ ( কপিলী উপত্যকা ) কামৰূপ জিলাৰ ডিমৰীয়া আৰু জয়ন্তীয়া পাহাৰৰ নামনি অঞ্চলত তিৱাসকলে বসবাস কৰে। অসমীয়া ভাষাৰ লগত ঘনিষ্ঠ সম্পৰ্কৰ ফলত এই তিৱা সকলৰ অনেকেই অসমীয়া ভাষাকে গ্ৰহণ কৰা দেখা যায়। বৰ্তমান এওঁলোকৰ মাজত প্ৰায় বাৰটামান ক্ষুদ্ৰ ক্ষুদ্ৰ টোল-ঠেংলি পোৱা যায়।

**হাজং ভাষা :** হাজং সকলে গাৰোপাহাৰ, খাচীয়া জয়ন্তীয়া পাহাৰত বসবাস কৰে। অৱশ্যে বাংলাদেশৰ ছুখনমান জিলাতো এই হাজং ভাষী লোক আছে।

**টিপ্ৰা ভাষা :** টিপ্ৰা ভাষা প্ৰধানকৈ ত্ৰিপুৰাৰ ভাষা। ইয়াৰ উপৰিও চট্টগ্ৰাম, অসমৰ কাছাৰ জিলাতো এই টিপ্ৰা ভাষাৰ প্ৰচলন আছে।

---

৪. Goswami, S. N. : Studies in Tibetan Language, পৃ. ২০

**দেউৰী ভাষা :** বড়ো শাখাৰ অন্তৰ্গত এক উল্লেখযোগ্য ভাষা হ'ল—দেউৰী-চুটিয়া ভাষা। ইয়াক অৱশ্যে খোৰতে দেউৰী ভাষা বুলিহে বুজায়। অসমৰ ডিব্ৰুগড়, লক্ষীমপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাট জিলাত এই ভাষা গোষ্ঠীৰ লোক আছে। অৰুণাচল প্ৰদেশৰ লোহিত আৰু চিয়াং অঞ্চলতো এই ভাষাৰ প্ৰচলন আছে। উজনি অসম আৰু শদিয়াকে ধৰি অৰুণাচলৰ এক বৃহৎ অঞ্চল এসময়ত চুটিয়া ৰজাৰ ৰাজ্যৰ ভিতৰুৱা আছিল। আহোম ৰাজত্বৰ লগত সংঘৰ্ষৰ ফলত চুটিয়া সকল বিভিন্ন ঠাইলৈ বিয়পি পৰে। এওঁলোকৰ প্ৰধান চাৰিটা শাখা আছে—হিন্দু চুটিয়া, আহোম চুটিয়া, বৰাহী চুটিয়া আৰু দেউৰী চুটিয়া। এই বিভাজন কেইটাৰ মূলতে বিভিন্ন সামাজিক-সাংস্কৃতিক প্ৰভাৱ বুলিব পাৰি। বৰ্তমান দেউৰী চুটিয়া শাখাক দেউৰী নামেৰে আৰু অন্যান্য শাখাক চুটিয়া আখ্যা দিয়া হৈছে।[৫] শক্তিৰ উপাসক এই দেউৰী সকলে ধৰ্মীয় বিশ্বাসৰ ভিত্তিত দেৱদেৱীৰ উপাসনা কৰে। এনে ধৰণৰ ধৰ্মীয় কাৰ্য্যাৱলীৰ ওপৰত ভিত্তি কৰি এওঁলোকক চাৰিটা ফৈদত ভাগ কৰা হৈছে। এই চাৰিটা ফৈদ হ'ল—(১) টেঙাপনীয়া, (২) বৰগঞা, (৩) ডিবঙীয়া আৰু (৪) পাটৰ গঞা। নদীৰ নামৰ ওপৰত ভিত্তি কৰি এই ফৈদ বিভাজন কৰা হৈছে। মৌখিক সাহিত্যৰ ক্ষেত্ৰত এই ভাষা অতি শক্তিশালী। মূল তিব্বতবৰ্মী ভাষাৰ বহু বৈশিষ্ট্য এই ভাষাই সংৰক্ষণ কৰিছে। বৰ্তমান দেউৰী ভাষা অতি কম সংখ্যক লোকৰ মাজতহে প্ৰচলিত। অনেক অসমীয়া ভাষাকে গ্ৰহণ কৰিছে।

**মিচিং ভাষা :** বড়ো শাখাৰ অন্তৰ্গত মিচিং ভাষীসকল অসমৰ অতি আদিম অধিবাসী। আবৰ পাহাৰৰ পৰা কোনোবা কালতে ভৈয়ামৰ উজনি অসমৰ লক্ষীমপুৰ জিলাত পোনতে এওঁলোকে বসতি স্থাপন কৰে। মৌখিক সাহিত্য সম্পদত এওঁলোক অত্যন্ত চহকী। কিন্তু নিজস্ব লিপিহে নাই। ফলত তেওঁলোকে ৰোমান লিপিকে গ্ৰহণ কৰিছে। অসমৰ লক্ষীমপুৰ জিলাৰ উপৰিও ডিব্ৰুগড, শিৱসাগৰ, যোৰহাট, শোনিতপুৰ জিলাতো মিচিং জনজাতিৰ লোক আছে। অৰুণাচলৰ লোহিত আৰু চিয়াং জিলাতো মিচিংভাষী লোক আছে। পাহাৰীয়া মিচিং আৰু ভৈয়ামৰ মিচিঙৰ মাজত যথেষ্ট পাৰ্থক্য আছে। বৰ্তমান মিচিং ভাষা লৈ দুই এজন লেখকে এই ভাষাৰ সম্বন্ধে আলোচনা কৰি মূল্যবান বৰঙণি আগবঢ়াইছে। ১৯৭১ চনৰ লোক পিয়লৰ মতে অসমৰ মুঠ মিচিং জনসংখ্যা—২,৫৯,৫৫১ জন।

অসমবৰ্মী শাখাৰ বড়ো শাখাৰ ভিতৰত কোচ, মৰাণ, মেচ আদি ভাষাও উল্লেখযোগ্য। কিন্তু চচাৰ অভাৱত এইবোৰ ভাষা লুপ্ত প্ৰায় হৈ পৰিছে।

**নগা শাখা :** অসমবৰ্মী শাখা ভিতৰত বড়ো-নগাৰ নগা শাখাও অন্যতম। এই ভাষা প্ৰধানভাবে নগালেণ্ডত প্ৰচলিত। ইয়াৰ উপৰিও মণিপুৰ, উত্তৰ কাছাৰ আদিতো ইয়াৰ কিছু প্ৰচলন আছে। এসময়ত অসমৰে অন্তৰ্গত নগালেণ্ড ১৯৬৩ চনত পৃথক ৰাজ্যৰূপে স্বীকৃত হয়। নগালেণ্ড হ'ল পৰ্বতীয়া অঞ্চল। ফলত পাৰস্পৰিক যোগাযোগৰ

৫. Goswami, S. N. : Studies in Sino-Titetan Languages, পৃ. ৫৫

অভাৱ, প্ৰচলিত ৰীতি-নীতিৰ ক্ষেত্ৰত কটকটীয়া বিধিনিষেধ আদিৰ বাবে ই বহুভাষী ৰাজ্যত পৰিণত হৈছে। বিভিন্ন অঞ্চলত থুপ খাই থকা ইন্দো-মঙ্গোলীয় গোষ্ঠীৰ লোক সকলৰ ৰিভিন্ন ফৈদ আছে। এই ভাষা গোষ্ঠীক পূব নগা, পশ্চিম নগা, মধ্য নগা আৰু নগা-কুকি আদি চাৰিটা প্ৰধান ভাগত ভাগ কৰা হৈছে। নগাসকলৰ ফৈদসমূহ হ'ল— আও, লোঠা, চেমা, আঙ্গামী, কন্যাক, ৰেংমা, জেমি, গালং, জেলিয়াং, ফোম, চাঙ, চংতাম আদি। এই উপ-গোষ্ঠী সমূহৰ মাজতো কিছুমান সৰু সৰু ঠাল আছে। আদান-প্ৰদানৰ বাধাৰ বাবেই এটা নগা-গোষ্ঠীৰ লগত আন এটা গোষ্ঠীৰ মাজত ভাব বিনিময় বৰ কঠিন। খৃষ্টান ধৰ্ম প্ৰচাৰৰ হকে নগা সকলৰ মাজত আদান-প্ৰদানৰ দিশ ক্ৰমান্বয়ে মুকলি হ'ল। আহোম ৰজাসকলৰ দিনতে নগাসকলৰ লগত অসমৰ সম্পৰ্কৰ ভেটি প্ৰতিষ্ঠা হৈছিল। ক্ৰমান্বয়ে বেহা-বেপাৰ বা অন্যান্য কাৰণত নগাসকল অসমৰ সমতল অঞ্চললৈ আহিৰ লগা হোৱাত নগা ভাষাৰ লগত অসমীয়া ভাষাৰ মিশ্ৰণ ঘটিল। আৰু সংযোগী ভাষাৰূপে ( Lingua franka ) 'নাগামিজ' নামৰ ভাষাৰ উৎপত্তি হৈ, ই জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰিলে। এই নাগামিজৰ ফলত নগা আৰু অসমীয়াৰ আদান প্ৰদানৰ পথ মুকলি হোৱাৰ লগে লগে নগা ভুমিতো ইয়াৰ দ্ৰুত প্ৰসাৰণ ঘটিল। প্ৰশাসন কাৰ্য্যালয় আদিতো ইয়াৰ প্ৰচলন হবলৈ লৈছে। বৰ্তমান নাগামিজৰ অধ্যয়ন আৰু গৱেষণাই ইয়াক সকলোৰে বোধগম্য কৰি তুলিছে।

**কুকি-চীন ঃ** কুকি চীন শাখাৰ ভাষা হ'ল মণিপুৰৰ মেইথৈ ভাষা আৰু মিজোৰামৰ মিজো ভাষা। ত্ৰিপুৰা আৰু ব্ৰহ্মদেশতো এই শাখাৰ ভাষা প্ৰচলন আছে।

মেইথৈ ভাষাক মণিপুৰী আখ্যাও দিয়া হয়। এই শাখাৰ ভাষাৰ সংখ্যা অধিক। বৰ্তমান ইয়াক বঙলা লিপিৰে লিখা হয়। প্ৰাচীন মেইথৈ ভাষাত বুৰঞ্জী লিখিত হৈছিল। এই ভাষাৰ লিখিত নিদৰ্শন পঞ্চদশ শতিকাৰ পৰা পোৱা যায়। সেইবোৰৰ উপৰিও মণিপুৰত কেবাটাও অন্যান্য ফৈদ আছে। কিন্তু সাহিত্য-সম্পদৰ পৰা অন্যান্য সকলো ক্ষেত্ৰতে মেইথৈ ভাষাটোৱেই অধিক ঐশ্বৰ্য্যশালী। মণিপুৰত নগা ভাষাৰো ঠায়ে ঠায়ে প্ৰচলন আছে।

কুকিচীনৰ দ্বিতীয় শাখাটি হ'ল মিজো ভাষা। মিজোৰামৰ প্ৰচলিত এই ভাষাক মিজো ভাষা আখ্যা দিয়া হয়। লুচাই পাহাৰ নামে পৰিচিত এই ৰাজ্যখন এসময়ত অসমৰে অঙ্গ আছিল। ১৯৭১ চনতহে ই কেন্দ্ৰীয় শাসিত ৰাজ্যলৈ উন্নীত হয়। লুচাই, পোই, লাখেৰ, ফামাই আদি কেবাটাও ফৈদে ইয়াত বসবাস কৰে। মিজো ভাষাই আঞ্চলিক প্ৰধান ভাষাৰূপে পৰিচিত হৈছে। খৃষ্টান মিছনেৰী সকলে ধৰ্ম প্ৰচাৰৰ হকে মিজো ভাষাত বিভিন্ন পুথি আদি ৰচনা কৰে। ৰোমান লিপি গ্ৰহণ কৰা মিজো সাহিত্য প্ৰধানকৈ খৃষ্টান ধৰ্মমূলক।

বড়ো-নগা আৰু কুকিচীন দুয়োৰে লগত সম্বন্ধ থকা মধ্যৱৰ্তী এটি ভাষা হ'ল— কাৰ্বি আংলঙৰ কাৰ্বি ভাষা। কাৰ্বি আংলঙৰ পূৰ্বৰ নাম আছিল মিকিৰ পাহাৰ জিলা, ইয়াৰ আৰু অধিবাসী কাৰ্বি সকলক মিকিৰ বুলি জনা গৈছিল। কাৰ্বি ভাষাৰ সৈতে

কুকিচীনৰ অধিক সাদৃশ্য পৰিলক্ষিত হয়। কাৰ্বি আংলঙৰ বাদেও নগাঁও, শিৱসাগৰ, উত্তৰ কাছাৰ আদিত কাৰ্বি ভাষা কোৱা লোক আছে। বৰ্ত্তমান ডিফু অঞ্চলত কথিত ভাষাই কাৰ্বি ভাষাৰ মান্য ভাষা ৰূপে পৰিচিত হৈছে। ১৯৭১ চনৰ লোক পিয়ল অনুসৰি কাৰ্বি জনসংখ্যা ১,৭৭, ১৯৪ জন।[৬] মৌখিক সাহিত্যৰ ক্ষেত্ৰত কাৰ্বি ভাষা সমগ্ৰ অসমবৰ্মী শাখাটোৰ ভিতৰতে উল্লেখযোগ্য ভাষা। বিশেষভাবে সাধুকথা, প্ৰবচন, ফকাৰা-যোজনা আদিত কাৰ্বিভাষা ঐশ্বৰ্য্যশালী। কাৰ্বি সমাজৰ প্ৰতিচ্ছবি অসমীয়া ভাষাৰ মাধ্যমেৰে ফুটাই তোলাত বহু লেখক সফল হৈছে। সৰহ সংখ্যক কাৰ্বিলোকেই কাৰ্বি আৰু অসমীয়া দুয়োটা ভাষাকে প্ৰয়োগ কৰে। বৰ্তমান কাৰ্বি ভাষাত পঢ়াশালিৰ পাঠ্যক্ৰম ৰূপে ( School text book ) কিতাপ প্ৰকাশিত হৈছে।

**শ্যাম-চীনীয় শাখা :** মূল তিব্বত চীনীয় ভাষা গোষ্ঠীৰ প্ৰধান দ্বিতীয় শাখাটো হ'ল শ্যাম-চীনীয় ভাষা। এই শাখাৰ অন্তৰ্গত কেবাটাও ভাষা ভাৰতত প্ৰচলিত। এচিয়া মহাদেশৰ এক বৃহৎ অঞ্চল জুৰি এই শাখাৰ লোক বিয়পি আছে। শ্যাম-চীনীয়ৰ এটি প্ৰধান শাখা হ'ল টাই বা থাই। টাই সকলৰ আদিম বাসস্থান চীন দেশৰ দক্ষিণ পশ্চিম অঞ্চল বুলি অনুমান কৰা হৈছে। তাৰ পৰা তেওঁলোক ব্ৰহ্মদেশ, শ্যাম আৰু ভাৰতবৰ্ষলৈ বিয়পি পৰে। ব্ৰহ্মদেশত টাইসকলক শ্যান ( shan ) নামেৰে জনা যায়। ভাৰতবৰ্ষৰ উত্তৰ পূৱ কোনেদি ( অসম ) আহি টাই ফৈদৰ লোক সকলে অসমত থিতাপি লয়হি। টাই গোষ্ঠীৰ অসমলৈ আহি থলুৱা নামেৰে পৰিচিত হোৱা ফৈদ কেইটা হ'ল—টাই-আহোম, টাই-খামতি, টাই-ফাকে, টাই-আইতণ, টাই-খাময়াং আৰু টাই তুৰং। কোনো কোনোৱে আহোম ভাষাক মাতৃভাষা বুলিলেও 'আহোম' বুলি কোনো ভাষা নাছিল।[৭] ই টাই সকলৰ শাসক গোষ্ঠীৰ এটা ঠালৰ থলুৱা নামহে।

অসমলৈ টাই-আহোম সকল আহিছিল চুকাফাৰ নেতৃত্বত ১২২৮ খ্ৰীষ্টাব্দত, পাটকাই পৰ্বত পাৰ হৈ। এই টাই আহোম ভাষা গোষ্ঠীয়ে অসমৰ থলুৱা ভাষা-ধৰ্ম গ্ৰহণ কৰি লোৱাৰ ফলত টাই আহোম ভাষাৰ প্ৰসাৰ নহ'ল। বৰং অসমীয়া ভাষাত আহোম ভাষাৰ কিছুমান উপাদান সোমাই পৰিল। ছশ বছৰ ৰাজত্ব কৰি ( সাত ৰাজ মাৰি এক ৰাজ কৰি ) আহোম ৰজাসকলে অসমীয়া সংস্কৃতিক নৱৰূপ দান কৰিলে। আহোম সকলৰ পুৰোহিত শ্ৰেণীৰ পূজা পাতল আদি অনুষ্ঠানতহে টাই ভাষাৰ প্ৰয়োগ হয়। আহোম সকল অসমলৈ আহি থলুৱা লোকৰ লগত সংমিশ্ৰিত হৈ এই দেশৰ মটি পানী গ্ৰহণ কৰি সম্পূৰ্ণ অসমীয়া জাতিৰ অঙ্গ হৈ পৰিল। আহোম ৰজাৰ ৰাজত্বকাল অসমৰ বুৰঞ্জীৰ উল্লেখযোগ্য সময়। এই ভাষা সুৰ প্ৰধান ( toual )। মূল টাই ভাষাৰ অন্যান্য ভাষা শাখাবোৰৰ লগত ইয়াৰ সম্পৰ্ক আছে।

টাই আহোম ভাষাৰ পিছত টাই-খামতি ভাষাৰ কথা উল্লেখ কৰিব পাৰি। খামতি সকল ইৰাৱতীৰ ওচৰৰ বৰ খামতি নামৰ ঠাইৰ পৰা অসমলৈ অহাৰ কথা উল্লেখ পোৱা

৬. Goswami' S. N.: Studies in Sino Tibetan Languages. পৃ. ৭২
৭. বৰুৱা, ভীমকান্ত : অসমৰ ভাষা, পৃ. ১৬

যায়। নিজৰ দলৰ মাজত হোৱা বিবাদ সংঘৰ্ষৰ বাবেই বোধকৰো এওঁলোক অসমৰ ফালে ধাবিত হয়। এওঁলোক মানবংশীয় বৌদ্ধ ধৰ্মী লোক। অসমৰ লক্ষীমপুৰ জিলাত কেইখনমান খামতি গাঁও আছে। অসমৰ উপৰিও অৰুণাচল প্ৰদেশৰ লোহিত আৰু টিৰাপ সীমান্তত কেবাখনো খামতি গাঁও আছে। তাৰ ভিতৰত চৌখাম, মিমি, মান্‌কন্তে, মানাম, মান্‌মৌ, নামচাই, নামপং, চাংলাই, পাংয়েন, লাথাও আদি উল্লেখযোগ্য। অসমত প্ৰথমে টাই খামতিসকলে আহোম ৰজাৰ অনুমতি সাপেক্ষে টেঙাপানী নদীৰ পাৰত বাস কৰে। কিন্তু চিংফৌ সকলে টেঙাপানীৰ পৰা তেওঁলোকক খেদি পঠায়। সহজ-সৰল খামতি সকলৰ ভাষাৰ লগত আহোম ভাষাৰ যথেষ্ট সাদৃশ্য আছে।

টাই ফাকে টাই গোষ্ঠীৰ আন এটা ভাষা। টাই ফাকে বা ফাকিয়াল অসমত প্ৰৱেশ কৰা এটি শেহতীয়া দল। এওঁলোকে পাটকাই পাহাৰ পাৰ হৈ তুৰুং পানী নদীৰ দাঁতিত বাস কৰিবলৈ লয়। অসমীয়া লোকৰ লগত (বিভিন্ন কাৰণত আহোঁতে) এওঁলোকৰ পৰিচয় ঘটে। ডিব্ৰুগড় জিলাৰ (অবিভক্ত) নামফাকিয়াল, টিপাম ফাকিয়াল, বৰ ফাকিয়াল, নামচাই, লংগাঁও আদি গাঁৱত টাই ফাকে সকলে বসতি কৰে। বুঢ়ীদিহিং আৰু টিপাম নদীৰ পাৰত অৱস্থিত এই গাঁৱতে তেওঁলোকে স্থায়ীভাবে বসবাস কৰিবলৈ লয়। অষ্টাদশ শতিকাৰ শেষাৰ্দ্ধত তেওঁলোক অসমলৈ আহিছিল বুলি অনুমান কৰিব পাৰি। তেওঁলোক প্ৰধানভাবে কৃষিজীৱী। তেওঁলোকৰ বহুতে অসমীয়া আৰু ফাকিয়াল দুয়ো ভাষা প্ৰয়োগ কৰে। খুব কম সংখ্যক লোকেহে অসমীয়া কব বা বুজিব নোৱাৰে। এই ভাষাও সুৰৰ ওপৰত নিৰ্ভৰশীল।

টাই-তুৰুং বা তাইৰুং টাই গোষ্ঠীৰ আন এটি শাখা। অনুমান কৰা হয়, এই ভাষা কোৱা লোক উনবিংশ শতিকাৰ প্ৰথম ভাগত ব্ৰহ্মদেশৰ তুৰুং নদীৰ উপত্যকাৰ পৰা অসমলৈ আহে। এওঁলোকো কৃষিজীৱী আৰু দ্বি-ভাষী। তুৰুং আৰু খাময়াং সকলৰ পাৰস্পৰিক ঘনিষ্ঠতা অধিক। নগাপাহাৰৰ দাঁতি কাষৰীয়া ঠাইত তুৰুং সকলে বসবাস কৰে। বৰ পথাৰ, সৰু পথাৰ, তিতাবৰ আদিতো তুৰুংসকলে বসবাস কৰে। তুৰুং ভাষা অসমৰ অন্যান্য টাই ভাষা কেইটাতকৈ কিছু বেলেগ। এওঁলোক সাধাৰণতে বৌদ্ধধৰ্মাৱলম্বী লোক। এওঁলোকৰ নিজা লিপি আৰু সাহিত্য আছে। কিন্তু এই তুৰুং ভাষী লোকসকল শিক্ষাদিৰ ক্ষেত্ৰত বিশেষভাবে আগবঢ়া নাই।

টাই আইতন বা আইতনীয়া সকল সাধাৰণতে গোলাঘাট আৰু কাৰ্বি আংলং জিলাত বসবাস কৰে। এওঁলোকৰ ওচৰ চুবুৰীয়া হিচাপে তুৰুং আৰু খাময়াং সকল আছে। এওঁলোকৰ আদি বাসস্থান হ'ল ব্ৰহ্মদেশৰ আইতন অঞ্চল। উনবিংশ শতিকাৰ প্ৰথম ভাগতে এওঁলোক অসমলৈ অহা বুলি অনুমান কৰিব পাৰি। এওঁলোকো প্ৰধানতঃ বৌদ্ধ ধৰ্মাৱলম্বী, এই সুৰ-প্ৰধান ভাষাটোৰ লগত খামতি, তুৰুং আদি ভাষাৰ বহু মিল আছে।

টাই গোষ্ঠীৰ আৰু এটা শাখা হ'ল টাই-খাময়াং। এই ভাষাৰ লোকসকল অসমৰ কেবাখনো গাঁৱত সিঁচৰতি হৈ আছে। শিৱসাগৰ, যোৰহাট, গোলাঘাট, ডিব্ৰুগড়ত এই খাময়াং ভাষী লোক আছে। ডিব্ৰুগড় জিলাৰ মাৰ্ঘেৰিটাৰ পাৰৈ মুখ শ্যাম গাঁৱত খাময়াং

লোকৰ বসতি। শিৱসাগৰৰ চলাপথাৰ, গোলাঘাটৰ সৰু পথাৰৰ বৰাপুখুৰী শ্যামগাঁও, যোৰহাটৰ ন শ্যামগাঁও, বালিজান শ্যামগাঁও আৰু বেতবাৰী শ্যামগাঁও আদিত খাময়াং সকল বাস কৰে[৮]। এই খাময়াং সকলকে 'নৰা' বুলিও কোৱা হয়। আহোম ৰাজত্বৰ সময়ৰ বৰ্ণনাত নবাবজাৰ উল্লেখে তেওঁলোকৰ শৌৰ্য্য-বীৰ্য্য আৰু ঐতিহ্যৰ কথাই ঘোষণা কৰে। কৃষি এওঁলোকৰ প্ৰধান কৰ্ম আৰু এওঁলোকো বৌদ্ধ ধৰ্মাৱলম্বী। এওঁলোকে খাময়াং আৰু অসমীয়া দুয়োটা ভাষা প্ৰয়োগ কৰা দেখা যায়।

শ্যাম চীনীয় গোষ্ঠীৰ টাই ভাষা ভাৰতৰ বাদে পৃথিৱীৰ আন ঠাইতো প্ৰচলিত হৈ আছে। ইয়াৰ উপৰিও এই গোষ্ঠীৰ অন্যান্য ভাষাৰ প্ৰচলনো ভাৰতৰ বাহিৰত হৈ আছে। ভাৰতৰ ভিতৰত কেৱল উত্তৰ পূৰ্বাঞ্চলতহে শ্যামচীনীয় গোষ্ঠীৰ টাই ভাষীৰ লোক আছে।

(৪) **ভাৰতীয় আৰ্য্য ভাষা পৰিয়াল ঃ** ভাৰতৰ আটাইতকৈ উল্লেখযোগ্য আৰু শেহতীয়াকৈ অহা ভাষা পৰিয়ালটো হ'ল ভাৰতীয় আৰ্য্যভাষা। এই ভাষা পৃথিৱীৰ সৰ্ববৃহৎ ভাষাগোষ্ঠী ইন্দো-ইউৰোপীয়ৰ পৰা উদ্ভৱ হৈছে। ইন্দো-ইউৰোপীয় সতম্ শাখাৰ এক উপশাখা হ'ল ইন্দো ইৰাণীয় য'ৰ পৰা ইৰাণীয়, দৰদীয় আৰু ভাৰতীয় আৰ্য্যভাষাৰ সৃষ্টি হৈছে। আনুমানিক খৃঃ পূঃ পঞ্চদশ শতিকাত ইন্দো-ইৰাণীয় শাখাৰ এটা বা একাধিক দল ইৰাণ পাৰ হৈ ভাৰতৰ অভিমুখে ধাবিত হয়। প্ৰথমে এওঁলোক সৰু সৰু দলত বিভক্ত হৈ উত্তৰ-পশ্চিম সীমান্ত অঞ্চল অৰ্থাৎ পঞ্জাৱত উপনীত হয়হি। তাৰ পিছত ক্ৰমান্বয়ে এওঁলোক আগবাঢ়ি যায়। আৰ্য্যসভ্যতা-সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ এক বিশাল অংশ। এওঁলোকে ইয়াৰ পূৰ্বতে ভাৰতলৈ অহা দ্ৰাবিড় আদি গোষ্ঠী সমূহক উত্তৰ ভাৰতৰ পৰা আঁতৰাই নিজৰ প্ৰভুত্ব বিস্তাৰ কৰে। ভাৰতৰ দক্ষিণ অঞ্চলৰ বাহিৰে সমগ্ৰ ভাৰতবৰ্ষতে আৰ্য্যভাষাই প্ৰভুত্ব লাভ কৰে। যাযাবৰী আৰু পশুপালক ৰূপে পৰিচিত এই ভাষাগোষ্ঠী ভাৰতলৈ আহি ক্ৰমান্বয়ে কৃষিজীৱী হৈ পৰে। ভাষা সাহিত্যৰ দিশত অত্যন্ত শক্তিশালী আৰ্য্যসকলে ভাৰতবৰ্ষতে স্থায়ীভাৱে জীৱন-যাপন কৰিবলৈ লয়, আৰু ভাৰতীয় সভ্যতা-সংস্কৃতিৰ যুগমীয়া ভেটি প্ৰতিষ্ঠা কৰে। খৃঃ পূঃ পঞ্চদশৰ পৰা আৰ্য্যসকলে সিন্ধু উপত্যকাত যি ভাষা-ধৰ্ম-সাহিত্যৰ শস্যৰ বীজ ৰোপন কৰিলে তাৰ ফলতে ভাৰতীয় সভ্যতাই অতি উন্নত ৰূপে পৰিচিত হৈ শস্য-শ্যামলা ভাৰত গঢ়াত ইন্ধন যোগালে। আৰ্য্য-ভাষা-সাহিত্য ইমানেই উন্নত যে সমগ্ৰ পৃথিৱীতে ই বিশেষ স্থান লাভ কৰিবলৈ সক্ষম হৈছে।

ভাৰতীয় আৰ্য্যভাষাৰ অতি প্ৰাচীন নিদৰ্শন আছে। এই ভাষা অতি বিচিত্ৰ আৰু বৈশিষ্ট্যপূৰ্ণ। ইয়াৰ ভাষাৰ গঠন আৰু ক্ৰমবিকাশৰ ইতিহাসক তিনিটা প্ৰধান স্তৰত বিভক্ত কৰা হৈছে—

(১) প্ৰাচীন ভাৰতীয় আৰ্য্যভাষা ( Old Indo Aryan )

(২) মধ্য ভাৰতীয় আৰ্য্যভাষা ( Middle Indo Aryan )

(৩) আধুনিক ভাৰতীয় আৰ্য্যভাষা ( New Indo Aryan ).

---

৮. বৰুৱা, ভীমকান্ত ঃ অসমৰ ভাষা, পৃ. ৪৩

(১) **প্ৰাচীন ভাৰতীয় আৰ্য্যভাষা**—প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাৰ সময়সূচী খৃঃ পূঃ পঞ্চদশ শতিকাৰ পৰা খৃঃ পূঃ ষষ্ঠ শতিকা পৰ্য্যন্ত নিৰ্দেশ কৰা হৈছে। এই সময়ছোৱাত ভাষাৰ নিদৰ্শন ৰূপে বৈদিক ৰচনাৱলী, মহাকাব্যসমূহ, পাণিনি পতঞ্জলি আদিৰ সংস্কৃত ৰচনাৰাজি আৰু তাৰ পৰবৰ্তী কালছোৱাত কালিদাস অৰু অন্যান্য সাহিত্যিকসকলৰ ৰচনাৱলী অন্তৰ্ভূক্ত হৈছে। প্ৰকৃততে বৈদিক সংস্কৃত ৰূপেই প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাৰ ৰচনাৱলীক বুজোৱা হৈছে। প্ৰথম স্তৰৰ সাহিত্যৰ অন্তৰ্গত বৈদিক সাহিত্য কেইবাটাও ভাগত বিভক্ত :

(ক) বেদ বা সংহিতা

(খ) ব্ৰাহ্মণ

(গ) অৰণ্যক-উপনিষদ

চাৰিবেদ ঋক্, যজুঃ, সাম আৰু অথৰ্বৰ ভিতৰত ঋক্‌বেদেই সৰ্বপ্ৰাচীন। ব্ৰাহ্মণ সমূহত আছে বিভিন্ন যজ্ঞ কাৰ্য্যৰ বিৱৰণ, ব্যাখ্যা আৰু প্ৰাচীন উপাখ্যান আদিৰ অংশবিশেষ। ব্ৰাহ্মণৰেই পৰিশিষ্ঠ হ'ল অৰণ্যক-উপনিষদ, উপনিষদ-ৰাজি সেই যুগৰ উদাসীন মনীষী সকলৰ আধ্যাত্মিক, চিন্তা, অনুভূতিৰ সৰল অপূৰ্ব কবিত্বময় প্ৰকাশ।[১] ঋক্ আৰু সামবেদ পদ্যত, অন্যান্য বেদসমূহ গদ্য আৰু পদ্য উভয়তে; আৰু ব্ৰাহ্মণ, অৰণ্যক উপনিষদ প্ৰধানকৈ গদ্যত ৰচিত। প্ৰত্যেক বেদৰে আকৌ একাধিক ব্ৰাহ্মণ আৰু অৰণ্যক-উপনিষদ আছে। প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষাৰ দ্বিতীয় স্তৰৰ ভাষা হ'ল পাণিনি অনুশাসিত সংস্কৃত ভাষা। সংস্কৃত হ'ল বৈদিক যুগৰ অন্তত ৰচিত ৰচনা সম্ভাৰ। স্বাভাৱিকতেই বৈদিক যুগৰ ভাষাই কথ্য ৰূপ লাভ কৰি শেষত লিখিত ভাষালৈ প্ৰত্যাবৰ্তন কৰে। আনুমানিক খৃঃ পূঃ পঞ্চম শতিকা বা তাৰ কিছুকালৰ পূৰ্বে বৈয়াকৰণিক পাণিনিৰ জন্ম হয় তক্ষশীলাৰ ওচৰৰ এখন গাৱঁত। পাণিনিয়ে কিশোৰ অৱস্থাৰ পৰাই অপূৰ্ব মেধাৰ পৰিচয় দিবলৈ সক্ষম হয়। আঠ অধ্যায়ত বিভক্ত "অষ্টাধায়ী" হ'ল পাণিনিৰ দ্বাৰা ৰচিত ব্যাকৰণ য'ত উত্তৰ পশ্চিম শিষ্ট সমাজৰ মুখ্য ভাষাই আদৰ্শৰূপে গৃহীত হৈছিল। অৱশ্যে পাণিনিয়ে পূৰ্ববৰ্তী বৈয়াকৰণিক সকলৰ মতকো উপেক্ষা কৰা নাই। সংস্কৃত ভাষা পৃথিৱীৰ প্ৰাচীন সাহিত্যৰ ভিতৰতে অন্যতম শ্ৰেষ্ঠ আৰু সৌন্দৰ্য্যময় ভাষা বুলি অভিহিত কৰা হৈছে। অৱশ্যে সামগ্ৰিকভাৱে বৈদিক সংস্কৃত দুয়ো ভাষা মিলিয়ে ভাৰতীয় আৰ্য্য ভাষাৰ প্ৰাচীন স্তৰক ঐশ্বৰ্য্যশালী কৰি তুলিছে। ভাষাৰ বিশেষত্বৰ ফালৰ পৰা দুয়োৰে মাজত কিছু সাদৃশ্য পৰিলক্ষিত হ'লেও উভয়ৰে মাজত কিছুমান সাধাৰণ ( common ) সাদৃশ্যহে অধিক। সংস্কৃত ভাষাৰ কথ্য ৰূপৰ ফলত প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষাৰ শেষৰফালে এক লৌকিক সংস্কৃতেও ( Spoken Sanskrit ) গা কৰি উঠে। কথ্য সংস্কৃতৰ পৰা কালক্ৰমত বৌদ্ধ সংস্কৃত, জৈন সংস্কৃত আদিৰ সৃষ্টি হয়। বৈদিক সংস্কৃত অৰ্থাৎ প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষা অতি জটিল আৰু বৈচিত্ৰ্যপূৰ্ণ ভাষা। ইয়াৰ ভাষাগত বিশেষত্বসমূহ থূলমূল ভাবে আলোচনা কৰা হ'ল—

---

১: সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত পৃ. ১০৩

(ক) প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাত স্বৰৰ সংখ্যা ইন্দো ইৰাণীয় স্তৰতকৈ কম। হ্রস্ব 'এ' 'ও' নোহোৱা হয়, ঌৰ ব্যৱহাৰো সীমিত হয়। অই, অউ সংস্কৃতত যথাক্রমে এ, ও ৈ ৌ ৰূপান্তৰিত হয়।

(খ) মূল ভাষাৰ তিনিপ্রকাৰ কণ্ঠাশ্রিত ধ্বনি সংস্কৃতত কেৱল একমাত্র পশ্চাৎ কণ্ঠ্যক আশ্রয় কৰি উচ্চাৰিত হয়।

(গ) তিনি প্রকাৰৰ শিশ্ ধ্বনি যেনে—শ, ষ, স আৰু ই-কাৰৰ বহুল প্ৰয়োগ এই ভাষাৰ বিশেষ বৈশিষ্ট্য।

(ঘ) শব্দত ধাতুৰ অৰ্থ ৰক্ষিত হৈছে, কিন্তু পিছলৈ অৰ্থ পৰিবৰ্তন আৰম্ভ হৈছে।

(ঙ) বৈদিক সাহিত্য সঙ্গীতাত্মক আছিল বাবে স্বৰপ্ৰয়োগ হৈছিল, পৰবৰ্তী কালত স্বৰৰ ব্যৱহাৰ লোপ পায়।

(চ) সংস্কৃতত প্ৰত্যেক বৰ্গৰে একোটি অনুনাসিক ৰূপ থাকে—ঙ, ঞ, ণ, ন, ম

(ছ) স্বৰবৰ্ণৰ গুণ বৃদ্ধি, সম্প্রসাৰণ আৰু অপশ্রুতি প্ৰাচীন ভাৰতীয় আৰ্য্যৰ বিশেষ বৈশিষ্ট্য।

(জ) সংযুক্ত ব্যঞ্জনৰ প্ৰয়োগো এই ভাষাত স্পষ্ট।

(ঝ) ধাতুৰূপৰ বৈচিত্র্য, তিনি পুৰুষ ( উত্তম, মধ্যম, তৃতীয় ), দুই পদ ( পৰস্মৈপদ, আত্মনেপদ ), দুই বাচ্য ( কৰ্তৃবাচ্য, কৰ্ম-ভাব বাচ্য ), পাঁচ কাল, পাঁচ ভাব আদি হ'ল প্ৰাচীন ভাৰতীয় আৰ্য্যৰ ৰূপতাত্ত্বিক দিশৰ বিশেষ বৈশিষ্ট্য।

(ঞ) সন্ধি, সমাস প্ৰাচীন ভাৰতীয় আৰ্য্যৰ স্তৰত প্ৰয়োগ হৈছিল বহুল ভাবে।

(ট) বাক্য-বিন্যাসৰ কোনো নিৰ্ধাৰিত নিয়ম নাছিল।

(ঠ) অক্ষৰমূলক ছন্দ-পদ্ধতিৰ প্ৰাধান্য আছিল।

(ড) উপসৰ্গ বা ধাতু শব্দৰ আদিত যুক্ত হ'লেও সিবোৰৰ স্বাধীনভাৱেও যথেষ্ট ব্যৱহাৰ আছিল।

(ঢ) তিনি লিঙ্গ, তিনি বচন আৰু আঠবিধ কাৰক আৰু সেই অনুযায়ী শব্দৰ ৰূপভেদ আৰু ফলত শব্দৰূপৰ অসাধাৰণ বৈচিত্র্য এই ভাষাৰ সাধাৰণ বৈশিষ্ট্য।

(২) **মধ্য ভাৰতীয় আৰ্য্যভাষা :** প্ৰাচীন ভাৰতীয় আৰ্য্যস্তৰৰ ভাষাৰ ক্ষেত্রত বৈদিকৰ লগত সংস্কৃতৰ কিছু তাৰতম্য দেখা যায়। প্ৰাচীন ভাৰতীয় ভাষাৰ সময় খৃঃ পূঃ পঞ্চদশৰ পৰা খৃঃ পূঃ ষষ্ঠ শতিকা পৰ্য্যন্ত ধৰা হৈছে। বৈদিক ভাষাৰ সাহিত্যিক ৰচনাৰাজিয়ে প্ৰতিষ্ঠা লাভ কৰাৰ পিছতো অৱশ্যে কথ্যভাষা বহুকাল জুৰি প্ৰচলিত হৈ আছিল। ফলত লৌকিক সংস্কৃত ভাষাইও সাহিত্যিক মৰ্য্যাদা লাভ কৰে। ক্ৰমান্বয়ে চলি থকা সাধাৰণ কথ্য ভাষাৰ পৰাই সংস্কৃতৰ পিছত ভাষা ৰীতিৰ পৰিবৰ্তনৰ কালত নতুন স্তৰ এটা উদ্ভাৱন হ'ল সিয়ে হ'ল ব্যাপকভাৱে প্ৰাকৃত স্তৰ ( parkrit ) বা মধ্য ভাৰতীয়

আৰ্য্যভাষাৰ স্তৰ। কথ্য ভাষাৰ পৰা ৰূপান্তৰ হৈ সাহিত্যিক মৰ্য্যাদা লাভ কৰাৰ ফলতে প্ৰাকৃতে স্বীকৃতি লাভ কৰিলে। বৈদিক সংস্কৃতৰ স্তৰত আৰ্য্যসকলৰ সভ্যতা সংস্কৃতিত হিন্দু ধৰ্মই প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। কিন্তু ক্ৰমান্বয়ে বৌদ্ধ ধৰ্ম, জৈনধৰ্ম আদিৰ অভ্যুত্থানে আৰ্য্যভাষাৰ বিকাশত এক বিশেষ প্ৰাধান্য লাভ কৰে। বৈদিক সংস্কৃত ভাষাই ক্ৰমে সৰলীকৰণ আৰু পৰিবৰ্তনৰ দিশেৰে ধাবিত হ'ল। বৈদিক-সংস্কৃত ভাষাৰ জটিলতা আৰু বৈচিত্ৰ্যতা হ্ৰাস মধ্যভাৰতীয় আৰ্য্যভাষাৰ প্ৰধান বৈশিষ্ট্য হ'লেও সকলো ক্ষেত্ৰতে বৈদিক সংস্কৃতৰ অস্তিত্ব বিলোপ কৰিব নোৱাৰিলে। হয়তো সংস্কৃতৰ প্ৰতি পক্ষপাতিতা আৰু প্ৰাকৃতৰ প্ৰতি উদাসীনতাও ইয়াৰ প্ৰধান কাৰণ।[১০] ভাৰতীয় আৰ্য্যভাষাৰ ঐতিহাসিক ক্ৰমবিবৰ্তনত এই মধ্যভাৰতীয় আৰ্য্যভাষাৰ বিশেষ ভূমিকা আছে। কাৰণ আৰ্য্যভাষাই আধুনিক ৰূপ পৰিগ্ৰহণ কৰাৰ মূলতে প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাৰ বিস্তাৰ আৰু ব্যাপকতা পৰিবৰ্তন, আৰু এই পৰিবৰ্তনৰ ধাৰা বহন কৰিছে মধ্যভাৰতীয় আৰ্য্যভাষাই, এই স্তৰক সাহিত্যৰ ধাৰা অনুসৰি আকৌ তিনিটা স্তৰত বিভক্ত কৰা হৈছে :—

(ক) পালি বা আদি প্ৰাকৃত ( Pali )

(খ) প্ৰাকৃত বা মধ্য প্ৰাকৃত ( Prakrit )

(গ) অপভ্ৰংশ বা অন্ত্য প্ৰাকৃত ( Apabhrainsa )

আদি প্ৰাকৃত বা পালি ভাষাৰ স্তৰ খৃঃ পূঃ ষষ্ঠ শতিকাৰ পৰা খৃষ্টীয় প্ৰথম শতিকালৈকে, মধ্য প্ৰাকৃত ব প্ৰাকৃতৰ স্তৰ খৃষ্টীয় প্ৰথমৰ পৰা ষষ্ঠ শতিকালৈ আৰু অন্ত্য প্ৰাকৃত বা অপভ্ৰংশ স্তৰ খৃষ্টীয় ষষ্ঠৰ পৰা দশম শতিকালৈ। আদি প্ৰাকৃতৰ নিদৰ্শনৰূপে অশোকৰ অনুশাসন বাজি, হীনযানী বৌদ্ধৰ পালি ভাষাত ৰচিত প্ৰাচীন সাহিত্য বাজি, আৰু অন্যান্য প্ৰত্নলেখৰ নাম উল্লেখ কৰিব পাৰি। মধ্য প্ৰাকৃতৰ নিদৰ্শন হ'ল বিভিন্ন সাহিত্যিক প্ৰাকৃত আৰু অন্যান্য প্ৰাকৃত ( নাটকীয় প্ৰাকৃত আদি ) আৰু অন্ত্য প্ৰাকৃতৰ নিদৰ্শন হ'ল অপভ্ৰংশ সাহিত্যবাজি। অশোকৰ অনুশাসন সমূহক চাৰিটা ভাগত বিভক্ত কৰা হৈছে— উত্তৰ পশ্চিমা, দক্ষিণ পশ্চিমা, প্ৰাচ্যমধ্য আৰু প্ৰাচ্য। এই অনুশাসনৰ ভাষাগত বৈশিষ্ট্য আদিৰ ইটোৰ লগত সিটোৰ সামান্য প্ৰভেদ থাকে। পালি সাহিত্য হ'ল প্ৰকৃততে ধৰ্ম সাহিত্যৰ ভাষা। পালি ভাষাৰো কিছুমান আচুতীয়া বৈশিষ্ট্য পৰিলক্ষিত হয়। মধ্য প্ৰাকৃতৰ ভিতৰত বিভিন্ন সাহিত্যিক প্ৰাকৃত সমূহ হ'ল শৌৰসেনী, মহাৰাষ্ট্ৰী, অৰ্দ্ধমাগধী, মাগধী আৰু পৈশাচী, এই প্ৰত্যেকবিধ প্ৰাকৃতৰে নিজা নিজা স্বকীয় ভাষাগত বৈশিষ্ট্য থাকিলেও উমৈহতীয়া ( common ) বৈশিষ্ট্য অধিক মনকৰিবলগীয়া। অন্ত্য প্ৰাকৃতৰ অন্তৰ্গত অপভ্ৰংশ ভাষাৰ বৈশিষ্ট্যই প্ৰাচীন ভাৰতীয় আৰ্য্যৰ ভাষাৰ জটিলতা প্ৰায় নাইকিয়া কৰে। আধুনিক ভাৰতীয় আৰ্য্যভাষাৰ প্ৰাক স্তৰৰূপে এই অপভ্ৰংশ ভাষাৰ বিশেষত্ববাজি বৰ মনকৰিবলগীয়া। পালি প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ প্ৰত্যেকৰে ভাষাগত বৈশিষ্ট্যৰ মাজত পাৰ্থক্য আছে। অৱশ্যে এইখিনিতে উল্লেখযোগ্য যে পালি

১০. গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ : প্ৰাকৃত সাহিত্য, পৃ. ৪

ভাষাত বৈদিক সংস্কৃত ভাষাৰ জটিলতা যি পৰিমাণে হ্রাস হয়, প্ৰাকৃতৰ স্তৰত সি আৰু ব্যাপকতা হয় আৰু অপভ্রংশ অর্থাৎ মধ্যভাৰতীয় আৰ্য্যৰ শেষৰ স্তৰত জটিলতা আৰু হ্রাস হৈ সৰলীকৰণৰ গতি ক্ষিপ্ৰতাৰে হয়। তথাপি মধ্যভাৰতীয় আৰ্য্যভাষাৰ স্তৰত কিছুমান সাধাৰণ (common) বৈশিষ্ট্য দেখা যায়। যি কেইটা কম বেছি পৰিমাণে পালি প্ৰাকৃত অপভ্রংশ তিনিটাতে বিদ্যমান। মধ্যভাৰতীয় আৰ্য্যৰ ভাষাগত বিশেষত্ববোৰ তলত উল্লেখ কৰা হ'ল—

**ধ্বনিগত :**

(ক) সাধাৰণতে প্ৰাকৃতৰ স্তৰত বৈদিক সংস্কৃতৰ স্বৰধ্বনিৰ বিপুল পৰিবৰ্তন আৰু হ্রাসকৰন হয়। ঌ স্বৰধ্বনিৰ ব্যৱহাৰ সংস্কৃতত সীমাবদ্ধ আছিল, প্ৰাকৃতত ঌ-কাৰ লুপ্ত হয় আৰু ঋ কাৰো লুপ্ত হয়। ঋ-কাৰৰ ঠাইত অ, ই, উ, ৰি আদিৰ প্ৰয়োগ হয়।

(খ) ঐ কাৰ আৰু ঔ কাৰ যথাক্রমে এ কাৰ আৰু ও কাৰলৈ ৰূপান্তৰিত হয়।

(গ) অয় আৰু অব যথাক্রমে এ আৰু ও লৈ পৰিণত হয়।

(ঘ) যুগ্ম ব্যঞ্জনৰ পূৰ্বস্থিত এ', ও' (e, o) ধ্বনিৰ নতুন আবিৰ্ভাব ঘটে প্ৰাকৃতৰ যুগত।

(ঙ) সংযুক্ত ব্যঞ্জন আৰু পদান্ত অনুস্বাৰৰ পূৰ্বস্থিত দীর্ঘ স্বৰৰ হ্রস্বতাপ্রাপ্তি ঘটে।

(চ) ব্যঞ্জন ধ্বনিৰ ক্ষেত্ৰতো বিভিন্ন পৰিবৰ্তন পৰিলক্ষিত হয় প্ৰাকৃতৰ স্তৰত। পদৰ শেষত থকা বিসর্গৰ ঠাইত এ বা ও হয় অথবা বিসৰ্গ লুপ্ত হয়।

(ছ) পদৰ শেষত থকা ম বা ন জাত অনুস্বাৰৰ বাহিৰে সকলো ব্যঞ্জন লোপ পায়।

(জ) প্ৰাচীন ভাৰতীয় আৰ্য্যৰ শিশ্ ধ্বনি (Sibilants) শ, ষ, স ৰ কেৱল স বা শ ৰক্ষিত হয়গৈ।

(ঝ) দন্ত্য ব্যঞ্জনৰ স্বতঃস্ফূৰ্তভাৱে বা ঋ, ৰ, শ, ষ-ৰ সহযোগত মূৰ্দ্ধণ্য ব্যঞ্জনলৈ ৰূপান্তৰ ঘটে।

(ঞ) শব্দৰ আদিত সংযুক্ত ব্যঞ্জন বিশ্লিষ্ট বা একক ব্যঞ্জনলৈ পৰিণত হয়, শব্দৰ মাজৰ ব্যঞ্জন ধ্বনি বিশ্লিষ্ট বা সমীভৱনৰ দ্বাৰা যুগ্ম ব্যঞ্জনলৈ ৰূপান্তৰিত হয়।

(ট) পদৰ মাজৰ একক ব্যঞ্জন অল্পপ্ৰাণ হ'লে লুপ্ত হয় আৰু মহাপ্ৰাণ হ'লে হ-কাৰলৈ ৰূপান্তৰিত হয়।

এইদৰেই সামগ্রিকভাৱে মধ্যভাৰতীয় আৰ্য্যভাষৰ ধ্বনিগত বিশেষত্ববোৰ উল্লেখ কৰিব পাৰি।

**ৰূপগত :**

(ক) ধ্বনিগত বিশেষত্বৰ দৰে মধ্যভাৰতীয় আৰ্য্যভাষাৰ ৰূপগত বিশেষত্ব কিছুমানো

পৰিলক্ষিত হয়। পদান্ত ব্যঞ্জন লোপৰ ফলত প্ৰায়বোৰ ব্যঞ্জনান্ত শব্দই স্বৰান্ত শব্দত পৰিণত হয় আৰু তাৰ অধিকাংশই অ-কাৰান্ত শব্দৰ দৰে।

(খ) দ্বি-বচন লুপ্ত হৈ তাৰ ঠাই বহুবচনে অধিকাৰ কৰে।

(গ) সৰ্বনামৰ প্ৰথমাৰ বহুবচনত 'এ' বিভক্তি দ্বিতীয়াৰ বহুবচনতো প্ৰয়োগ হ'বলৈ ধৰে। হি বিভক্তিৰ তৃতীয়াৰ লগে লগে চতুৰ্থী আৰু পঞ্চমীবো ব্যৱহাৰ হয়।

(ঘ) ধাতুৰূপৰ ক্ষেত্ৰত সংস্কৃতৰ বৈশিষ্ট্য অধিকাংশই লুপ্ত হয়। আত্মনেপদ পৰস্মৈপদলৈ ৰূপান্তৰিত হয়। দহগণৰ (ভ্বাদি, দিবাদি, চুৰাদি আদি) কেৱল ভ্বাদিগণীয়ৰ ৰূপহে বৰ্তি থাকিলগৈ। অতীত কালৰ ক্ৰিয়াৰূপত লিট্‌ৰ অস্তিত্ব নাথাকিলগৈ, লঙ্‌ আৰু লুঙ্‌ পৰস্পৰৰ লগত মিলি গ'ল। অসমাপিকা ক্ৰিয়াৰ বৈচিত্ৰ্য লোপ পালে। বৰ্তমান কালৰ নিৰ্দেশক (লট্‌), অনুজ্ঞা (লোট্‌), সম্ভাব্য (বিধিলিঙ্‌) আৰু ভৱিষ্যত কালৰ (লৃট্‌) কেৱল ৰক্ষিত হ'লগৈ। ক্ত প্ৰত্যয়ান্ত শব্দক অতীত কালৰ অৰ্থত সমাপিকা ক্ৰিয়াৰূপ ব্যৱহাৰ কৰা হ'ল।

(ঙ) অন্ত্য ব্যঞ্জনধ্বনিৰ লোপৰ ফলত প্ৰথমা আৰু দ্বিতীয়া বিভক্তিৰ বহুবচনত পুংলিঙ্গ আৰু ক্লীৱলিঙ্গৰ পাৰ্থক্য নাথাকিলগৈ। পঞ্চমীৰ একবচনত '-তস্' প্ৰত্যয় আৰু সপ্তমীৰ একবচনত '-স্মিন্' বিভক্তিৰ প্ৰয়োগ মনকৰিবলগীয়া।

**শব্দগত :**

(ক) মধ্য ভাৰতীয় আৰ্য্যৰ স্তৰত শব্দগঠন ক্ৰিয়ামূলক (verbal) নহৈ নামমূলকহে (Norminal) হয়।

(খ) বিভক্তিৰ বহুল বিলুপ্তিৰ ফলত বিভিন্ন শব্দক অনুসৰ্গৰূপ (Post-position) প্ৰয়োগ কৰা ৰীতি উল্লেখযোগ্য।

(গ) শব্দৰীতিত কঠোৰতাৰ সৃষ্টি হ'ল।

(ঘ) মৌলিক, দেশী, বিদেশী আৰু মিশ্ৰ এই চাৰি শ্ৰেণীৰ শব্দ প্ৰাকৃতত প্ৰয়োগ হয়।

### (৩) আধুনিক ভাৰতীয় আৰ্য্যভাষা :

মধ্যভাৰতীয় আৰ্য্যভাষাৰ সময় খৃঃ পূঃ ষষ্ঠ শতিকাৰ পৰা খৃষ্টীয় দশম শতিকালৈ বুলি নিৰ্ণয় কৰা হৈছে। খৃষ্টীয়দশম শতিকাৰ পৰা ভাৰতীয় আৰ্য্যভাষাৰ আধুনিক স্তৰ আৰম্ভ হয়। ভাৰতীয় আৰ্য্যভাষাই প্ৰাচীন, মধ্য স্তৰ পাৰ হৈ আধুনিক স্তৰ পাওঁতে ভাষা ৰীতিৰ বহুল পৰিবৰ্তন ঘটে। খৃষ্টীয় ষষ্ঠ শতিকাৰ পৰা দশম শতিকালৈ অপভ্ৰংশ ভাষাৰ স্তৰ নিৰ্ণয় কৰা হৈছে। যি স্তৰে নব্য ভাৰতীয় আৰ্য্যভাষা সমূহৰ প্ৰস্তুৰূপ সংৰক্ষণ কৰিছে। অপভ্ৰংশ ভাষাৰ শেহৰ ভাষাৰ নিদৰ্শনবাজিক 'অৱহট্‌ঠ' বা 'অপভ্ৰষ্ঠ' আখ্যা দিয়া হৈছে। খৃষ্টীয় দশম শতিকাৰ পৰা আধুনিক ভাৰতীয় আৰ্য্যভাষাৰ যুগ নিৰ্দ্ধাৰণ

কৰা হৈছে যদিও প্ৰকৃত পক্ষে দশম শতিকাৰ পৰা দ্বাদশৰ ভিতৰত এই ভাষাৰ সাহিত্যিক নিদৰ্শন পোৱা টান। প্ৰকৃততে অপভ্ৰংশ আৰু আধুনিক ভাৰতীয় আৰ্য্যৰ মাজত সময়সীমা নিৰ্দ্ধাৰণ কৰা বৰ জটিল। গতিকে এই দুয়োৰে মাজত প্ৰত্ন নব্য ভাৰতীয় আৰ্য্য ( Proto-New-Indo Aryan ) নামৰ এটি উপস্তৰ কল্পনা কৰা হৈছে। অৱশ্যে প্ৰত্ন-আধুনিক-ভাৰতীয়-আৰ্য্য আৰু আধুনিক-ভাৰতীয়-আৰ্য্যৰ মাজত দুস্তৰ ব্যৱধান নাই। আধুনিক ভাৰতীয় আৰ্য্যৰ ইতিহাসৰ আলোচনাতেই প্ৰত্নস্তৰৰ কথাও উল্লেখনীয়। বিভিন্ন অপভ্ৰংশৰ পৰা ( শেষ স্তৰ অৱহট্‌ঠ বা অবাচীন অপভ্ৰংশ ) আধুনিক ভাৰতীয় আৰ্য্যভাষা সমূহৰ উদ্ভৱ হ'লেও প্ৰাৰম্ভিক স্তৰত তাৰমাজত নানা বিষয়ৰ বহু ঐক্য বা সাদৃশ্যই দেখা গৈছিল, কাৰণ ইটো স্তৰৰ পৰা সিটো স্তৰৰ পাৰস্পৰিক দূৰত্ব অধিক নাছিল। অনুমান কৰিব পাৰি খৃষ্টীয় দশম শতিকাৰ পৰা দ্বাদশৰ ভিতৰত ভাৰতীয় আৰ্য্য ভাষাই আধুনিক ৰূপ পৰিগ্ৰহণ কৰি আঞ্চলিকভেদে স্বকীয় ৰূপ লাভ কৰিবলৈ আৰম্ভ কৰে। আঞ্চলিক ৰূপ লাভ কৰা আধুনিক ভাৰতীয় আৰ্য্যভাষা বোৰক এনেদৰে বিভাগ কৰি দেখুৱাব পাৰি :—

(ক) উত্তৰ-পশ্চিমা শাখা ( North-western branch ).
(খ) দক্ষিণী শাখা ( Southern branch ).
(গ) মধ্য শাখা ( Central branch ).
(ঘ) মধ্য-পূৰ্বী শাখা ( Eas -Central branch ).
(ঙ) পূৰ্বী শাখা ( Eastern branch ).
(চ) হিমালয়ী শাখা ( Himalayan branch ).
(ছ) বিদেশী শাখা ( Foreign branch ).

এই ভাষাসমূহৰ এটি থূলমূল আভাস দাঙি ধৰা হ'ল—

(ক) **উত্তৰ পশ্চিমা শাখা :** এই শাখাৰ ভিতৰত কেইবাটাও ভাষা আছে। তাৰ ভিতৰত পশ্চিমা-পাঞ্জাৰী বা লহন্দী, পূৰ্ব পাঞ্জাৰী বা হিন্দকী আৰু সিন্ধী ভাষা। পূৰ্ব পঞ্জাৰী আৰু পশ্চিমা পঞ্জাৰী দুয়ো ভাষাই পৈশাচী প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা বুলি অনুমান কৰা হৈছে। পশ্চিমা-পঞ্জাৰী লিখা হয় শাৰদা লিপিৰ পৰা উদ্ভৱ হোৱা লণ্ডা লিপিত অথবা ফৰাচী লিপিত। পূৰ্ব পঞ্জাৰী লিখা হয় লণ্ডাৰেই দেৱনাগৰী প্ৰভাৱিত ৰূপান্তৰ গুৰুমুখী লিপিত। পূৰ্ব পাঞ্জাৰীৰ সাহিত্যৰ সংখ্যা পশ্চিমা পাঞ্জাৰীতকৈ আপেক্ষিকভাৱে বেচি। ষোড়শ শতিকাৰ মধ্যভাগৰ ৰচনাৰূপ 'জনমসাখী' পশ্চিমা পঞ্জাৰীত ৰচিত। এই ভাষা পাকিস্থানতো প্ৰচলিত কথ্যভাষাৰূপে পোৱা যায়। পূৰ্ব-পঞ্জাৰী ভাষা পৈশাচী প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা বুলি কোনো কোনোৱে কয় যদিও অনেক শৌৰসেনী প্ৰাকৃতহে ইয়াৰ মূল বুলি ক'ব খোজে। বৰ্তমান পঞ্জাৱত প্ৰচলিত পঞ্জাৰী ভাষাকে পূৰ্ব পঞ্জাৰীৰ অন্তৰ্গত বুলি ধৰা হৈছে। ষোড়শ শতিকাৰ শিখসকলৰ ধৰ্মপুথি 'গ্ৰন্থচাহেব' এই ভাষাৰ প্ৰাচীনতম নিদৰ্শন। এই ভাষাৰ সাহিত্যৰ ধাৰাবাহিকতা সপ্তদশ শতিকাৰ পৰা পোৱা যায়।

পূৰ্ব পাঞ্জাবী আৰু পশ্চিমা পাঞ্জাবী দুয়োতে কিছুমান প্ৰাচীন ভাষাগত বৈশিষ্ট্য ৰক্ষিত হৈছে ( স্বৰমধ্যবৰ্তী যুগ্ম ব্যঞ্জন একক ব্যঞ্জনলৈ পৰিণত নোহোৱা আদি )।

উত্তৰ পশ্চিমাৰে অন্তৰ্গত আন এক ভাষা হ'ল সিন্ধু আৰু কচ্ছ অঞ্চলত ব্যৱহৃত সিন্ধী ভাষা। এই ভাষাত আৰবী ফাৰাচী ভাষাৰ শব্দৰ আধিক্যও লক্ষ্য কৰা যায়। বহুতে অনুমান কৰে যে 'ব্ৰাচড় অপভ্ৰংশৰ' পৰা এই সিন্ধী ভাষাৰ উৎপত্তি হৈছে। পঞ্জাবী ভাষাৰ লগত সিন্ধী ভাষাৰ বৰ ওচৰ সম্পৰ্ক, তদুপৰি প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষাৰ স্তৰৰ ভাষাগত বহু বৈশিষ্ট্য এই সিন্ধী ভাষাই সংৰক্ষণ কৰিছে। লণ্ডা লিপি সিন্ধী ভাষাৰ প্ৰাচীন লিপি আছিল যদিও বৰ্তমান ফাৰচী লিপিৰেহে এই ভাষা লিখা হয়। খৃষ্টীয় সপ্তদশ শতিকাৰ পৰা সিন্ধী ভাষাত সাহিত্যৰ ধাৰা প্ৰবাহিত হ'বলৈ ধ.ৰে এই ভাষাত দন্ত্যবৰ্ণৰ ঠাইত মূৰ্দ্ধন্য বৰ্ণৰ প্ৰৱনতা ( তামা>টামো ), সঘোষ মহাপ্ৰাণ ধ্বনি সমূহৰ ( ঘ, ঝ, ধ, ভ ) কণ্ঠনালীয় উচ্চাৰণ ( গ, জ, দ, ব ) মন কৰিবলগীয়া। ইয়'ত সৰলীকৃত যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী হ্ৰস্বস্বৰ দীৰ্ঘ নহয়, পদৰ শেষত থকা ই-কাৰ আৰু উ-কাৰ লুপ্ত নহয়।

(খ) **দক্ষিণী শাখা ঃ** এই শাখাৰ প্ৰধান উল্লেখযোগ্য ভাষা হ'ল মাৰাঠী আৰু কোঙ্কনী ভাষা। মহাৰাষ্ট্ৰী প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা মহাৰাষ্ট্ৰী অপভ্ৰংশৰ পৰা মাৰাঠী ভাষাৰ জন্ম ১২৯ খৃষ্টাব্দত ৰচিত জ্ঞানদেৱৰ 'জ্ঞানেশ্বৰী' হ'ল মাৰাঠী ভাষাৰ প্ৰাচীনতম গ্ৰন্থ। মাৰাঠী ভাষাত ক্লীৱলিঙ্গৰ প্ৰাধান্য আছে। শব্দৰ শেষত থকা ই-কাৰ আৰু উ-কাৰৰ প্ৰায়ে লুপ্ত নহয়। কোঙ্কন অঞ্চলৰ কোঙ্কনী ভাষাক মাৰাঠীৰ উপভাষা ৰূপেই গণ্য কৰা হয়। অৱশ্যে বহুতে কোঙ্কনীক স্বতন্ত্ৰ ভাষা হিচাপে আখ্যা দিয়ে। গোৱাৰ খৃষ্টান পাদুৰীসকলৰ দ্বাৰা সৰ্বপ্ৰথম এই ভাষাৰ চৰ্চা আৰম্ভ হয় যোড়শ শতিকাত। গোৱাৰ ইংৰাজ পাদুৰী ষ্টিভেন্‌চে লিখা—'ক্ৰীস্ত পুৰান' ১৬১৬ খৃষ্টাব্দত মাৰাঠী ভাষাত ছপা হৈ ওলায়। মাৰাঠী ভাষা মহাৰাষ্ট্ৰৰ উপৰিও মধ্যপ্ৰদেশ, বেৰাৰ, হায়দৰাবাদ আদিৰ অঞ্চল বিশেষ প্ৰচলিত।

(গ) **মধ্য শাখা ঃ** মধ্য শাখাৰ ভিতৰত ভালেকেইটা ভাষা অন্তৰ্ভুক্ত হয়। ইয়াৰ ভিতৰত পশ্চিমা হিন্দীআৰু গুজৰাটী ৰাজস্থানী-দুটা শাখাৰ নাম উল্লেখ কৰিব পাৰি। পশ্চিমা হিন্দীৰ অন্তৰ্গত ভাষাকেইটা হ'ল—ব্ৰজ ভাখা ( ব্ৰজভাষ ), খড়ীবুলি ( কথ্য-হিন্দুস্থানী ), কনৌজী, বুন্দেলী, বঙ্গাৰু , গুজৰাটী ৰাজস্থানীৰ অন্তৰ্গত ভ'ষাৰ ভিতৰত গুজৰাটী, মাৰৱাৰী, মেৱাৰী, মালৱী জয়পুৰী আদি প্ৰধান।

পশ্চিমা হিন্দীৰ ভাষাসমূহ শৌৰসেনী প্ৰাকৃতৰ শেষস্তৰ শৌৰসেনী অপভ্ৰংশৰ পৰা সৃষ্টি হোৱা। ব্ৰজভাখা মথুৰা, বৃন্দাবন, নৈনিতাল আদিত প্ৰচলিত। সাহিত্যৰ দিশত এই ভাষা অতি আগবঢ়া। ব্ৰজভাখা আৰু অৱধীয়ে গঙ্গা উপত্যকাত এসময়ত সাহিত্যিক ভাষাৰূপ প্ৰতিষ্ঠা লাভ কৰিছিল। খড়ী বুলি বা কথ্য হিন্দুস্থানী ভাষাক প্ৰকৃত হিন্দী ভাষা বুলি নিৰ্ণয় কৰা হৈছে। এই ভাষা দিল্লী, মিৰাট, মোৰদাবাদ,

চাহজাহানপুৰ আদিত প্ৰচলিত। এই ভাষাৰ পৰাই দেৱনাগৰী লিপিত লিখিত সংস্কৃত বহুল হিন্দী আৰু ফাৰচী লিপিত লিখিত আৰবী ফাৰচী বহুল উৰ্দু ভাষাৰ সৃষ্টি। প্ৰসিদ্ধ দক্ষিণৰ কবি আমিৰ খচৰু ৰচিত দখনী ভাষাত ৰচিত কিছু হিন্দী প্ৰাচীন কবিতা পোৱা গৈছে। এই দখনী ভাষাৰ পৰাই উৰ্দু ভাষাৰ উদ্ভৱ।[১১] হিন্দী ভাষাই ৰাষ্ট্ৰ-ভাষাৰূপে মৰ্য্যাদা লাভ কৰাত সাহিত্যৰ বিভিন্ন শাখাই সমৃদ্ধি লাভ কৰিছে। কনৌজী ভাষা চাহজাহবাদ, ফৰুকাবাদ আদিত প্ৰচলিত কথিত ভাষা আৰু প্ৰাচীন কনৌজৰ ঐতিহ্য সুঁৱৰিয়ে এই ভাষাৰ নামকৰণ কৰা হৈছে। বুন্দেলী ভাষা ভূপাল, ঝাঁচী, গোৱালিয়ৰ আদিত প্ৰচলিত কথ্য ভাষা। বঙ্গাৰু ভাষাও দিল্লী, পাতিয়ালা আদি অঞ্চলত কথিত ভাষা।

ৰাজস্থানী-গুজৰাটী শাখাৰ ভাষাৰ ভিতৰত গুজৰাটৰ গুজৰাটী ভাষাই প্ৰধান। শৌৰসেনী অপভ্ৰংশৰ এটি শাখাৰ পৰা গুজৰাটী ভাষাৰ বিকাশ হোৱা বুলি অনুমান কৰা হৈছে। এই ভাষাৰ প্ৰাচীনতম নিদৰ্শন ১৩৯৪ খৃষ্টাব্দত লিখা সংস্কৃত ব্যাকৰণ 'মুখাববোধঔক্তিক' গ্ৰন্থই বহন কৰে। চতুৰ্দশ শতিকাৰ পৰাই এই ভাষাত গদ্য আৰু পদ্য উভয়ৰে সাহিত্য ৰচিত হৈছে আৰু ষোড়শ শতিকাৰ পৰা গুজৰাটী শাখা ৰাজস্থানী শাখাৰ পৰা পৃথক ভাষাৰূপে পৰিণত হয়। ৰাজস্থানী শাখাৰ ভাষা প্ৰধানকৈ ৰাজপুতনাত প্ৰচলিত। ইয়াৰ ভিতৰত মাৰৱাৰী, মেৱাৰী, মালৱী, জয়পুৰী আদি ভাষা উল্লেখযোগ্য। ৰাজস্থানী ভাষাসমূহৰ সাহিত্যিক স্থান হিন্দী ভাষাই অধিকাৰ কৰিছে। ৰাজস্থান আৰু গুজৰাটৰ সীমান্ত অঞ্চলৰ ভীলী ভাষা ভীল সকলৰ মাজত প্ৰচলিত।

(ঘ) **মধ্য-পূৰ্বী শাখা ঃ** এই শাখাৰ তিনিটা প্ৰধান ভাগ আছে—অৱধী, বঘেলী আৰু ছত্তিশগড়ী। এই তিনিটা ভাষাক একেলগে 'পূৰ্বহিন্দী' আখ্যাও দিয়া হয়। কোশলী নামেৰেও ইয়াক অভিহিত কৰা হৈছে। এই তিনিও ভাষাৰ ভিতৰত অৱধী ভাষাই প্ৰাচীন ঐতিহ্যপূৰ্ণ। অযোধ্যা অঞ্চলৰ এই অৱধী ভাষাত দ্বাদশ শতিকামানৰ পৰ সাহিত্য ৰচিত হৈছে। চতুৰ্দশ শতিকাত ৰচিত দাউদৰ 'চান্দায়ন', ষোড়শ শতিকাত ৰচিত কুতবনৰ 'মৃগাৱতী' একে শতিকাৰে মাজভাগত ৰচিত মালিক মহম্মদ জায়সীৰ 'পদ্মাৱতী' আৰু ষোড়শ শতিকাৰে অন্তিম ভাগত ৰচিত তুলসী দাসৰ 'ৰাম চৰিত মানস' প্ৰাচীন অৱধী সাহিত্যৰ অনুপম সম্পদ। উল্লেখযোগ্য যে দ্বাদশ শতিকাত এই ভাষাৰ প্ৰাচীনতম গ্ৰন্থ সংস্কৃত ভাষাৰ ব্যাকৰণ 'উক্তিব্যক্তিপ্ৰকৰণ' ৰচিত হয়। পূৰ্ব হিন্দীৰ অন্তৰ্গত ভাষাকেইটা 'অৰ্দ্ধমাগধী অপভ্ৰংশ'ৰ পৰা উদ্ভৱ হোৱা বুলি অনুমান কৰা হয়।

(ঙ) **পূৰ্বী শাখা ঃ** আধুনিক ভাৰতীয় আৰ্যভাষাসমূহৰ ভিতৰত এই পূৰ্বী শাখাৰ ভাষাকেইটা ভাৰতৰ পূব প্ৰান্তত প্ৰচলিত অন্যতম ভাষা। মাগধী প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা মাগধী অপভ্ৰংশৰ পৰা পূৰ্বী শাখাৰ ভাষা কেইটাৰ সৃষ্টি হৈছে বুলি অনুমান কৰা

১১. ভট্টাচাৰ্য, পৰেশচন্দ্ৰ ঃ ভাষাবিদ্যা পৰিচয়, পৃ. ৮৬

হৈছে। এই শাখাৰ অন্তৰ্গত ভাষা কেইটা হ'ল—অসমীয়া, বাংলা, উড়ীয়া, মৈথিলী, মগহী আৰু ভোজপুৰী। মাগধী অপভ্ৰংশৰ পৰা সৃষ্টি হোৱা বাবে এই ভাষা কেইটাক মগধীয় ভাষা ( Magadhan languages ) আখ্যা দিয়া হয়। মাগধী অপভ্ৰংশৰ পূব শাখাৰ পৰা অসমীয়া, বাংলা আৰু উড়ীয়া, মধ্য শাখাৰ পৰা মৈথিলী আৰু মগহী আৰু পশ্চিম শাখাৰ পৰা ভোজপুৰী ভাষাৰ উদ্ভৱ হয়।

ভাৰতৰ একেবাৰেই উত্তৰ-পূব প্ৰান্তীয় অসম প্ৰদেশৰ ভাষা হ'ল অসমীয়া ভাষা। ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰচলিত এই অসমীয়া ভাষাৰ উদ্ভৱ কাল দশম-দ্বাদশ মানৰ ভিতৰতে ধৰা হয় যদিও স্বকীয় সাহিত্যৰ ধাৰা খৃষ্টীয় চতুৰ্দশ শতিকাৰ পৰাহে পোৱা যায়। ষোড়শ শতিকাতে অসমীয়া ভাষাৰ গদ্য ৰীতিৰ প্ৰতিষ্ঠা হয়। প্ৰাচীন অসমীয়া সাহিত্যত মাধৱ কন্দলী ( চতুৰ্দশ শতিকাত ) অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক শ্ৰী শংকৰদেৱ ( পঞ্চদশ শতিকাত ) আদিয়ে উল্লেখযোগ্য বৰঙণি আগবঢ়াই অসমীয়া সাহিত্যৰ লাইখুটা প্ৰতিষ্ঠা কৰি গ'ল। অসমৰ দাঁতি কাষৰীয়া অঞ্চলতো অসমীয়া ভাষাই বিশেষ ভূমিকা গ্ৰহণ কৰিছে।

বাংলা ভাষা পশ্চিমবঙ্গ আৰু বাংলাদেশত প্ৰচলিত। এই ভাষাৰ সাহিত্যৰ ধাৰাবাহিকতা খৃষ্টীয় পঞ্চদশ শতিকাৰ পৰা আৰম্ভ হয়। মঙ্গল কাব্য, বৈষ্ণৱ পদাৱলী আদি বাংলা সাহিত্যৰ প্ৰাচীন নিদৰ্শন। সমগ্ৰ ভাৰতবৰ্ষতে বাংলাভাষাই বিশেষ স্থান লাভ কৰিছে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে এই ভাষাতে 'গীতাঞ্জলী' ৰচনা কৰি নোবেল পুৰস্কাৰ পাবলৈ সমৰ্থ হৈছিল।

উড়ীয়া ভাষা উৰিষ্যাত প্ৰচলিত। দ্বাদশ-ত্ৰয়োদশ শতিকা মানৰ পৰা উড়ীয়া ভাষাৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায়। খৃষ্টীয় চতুৰ্দশ শতিকাৰ পৰা এই ভাষাৰ সাহিত্যৰ ধাৰা প্ৰৱাহিত হয়। ষোড়শ শতিকাৰ শ্ৰীচৈতন্যদেৱৰ দ্বাৰা প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱে উড়ীয়া সাহিত্যৰ সমৃদ্ধিত সহায় কৰে।

অসমীয়া, বাংলা আৰু উড়ীয়া ভাষা একে শাখাৰ পৰা উদ্ভৱ হোৱাৰ বাবে এই তিনিটাৰে মাজত বহুতো সাদৃশ্য পৰিলক্ষিত হয়।

মিথিলাৰ ভাষা হ'ল মৈথিলী, তদুপৰি ভাগলপুৰ, পূৰ্ণিয়া, মজঃফৰপুৰ আদিতো এই ভাষাৰ প্ৰচলন আছে। প্ৰাচীন মৈথিলী সাহিত্য বৰ সমৃদ্ধিশালী আছিল। বিদ্যাপতি, উমাপতি উপাধ্যায়, জ্যোতিৰীশ্বৰ ঠাকুৰ এই ভাষাৰ সুবিখ্যাত কবি, বিদ্যাপতিৰ নাম আধুনিক ভাৰতীয় ভাষাৰ প্ৰাচীন কবি সকলৰ ভিতৰতে অন্যতম। মগহী ভাষা মগধত প্ৰচলিত। পাটনা, ছোটনাগপুৰ, গয়াৰ আদিত এই ভাষাৰ প্ৰচলন। ভোজপুৰী ভাষা কাশী, বিহাৰৰ মোতিহাৰী, চাপৰা, বালিয়া আদি অঞ্চল, উত্তৰ প্ৰদেশৰ গোৰক্ষপুৰ আদিত প্ৰচলিত। এই ভাষাৰ কেইবাটাও উপভাষা আছে। সাহিত্যিক ৰচনাৰ ক্ষেত্ৰত এই ভাষাৰ বিশেষ নিদৰ্শন দেখা যায়।

(চ) **হিমালয়ী শাখা ঃ** হিমালয় পৰ্বতৰ দাঁতি-কাষৰীয়া অঞ্চলত প্ৰচলিত আৰ্য্যভাষা কেইটা হ'ল—নেপালী, কুমায়নী, ছমেয়ালী, মন্দেয়ালী, কুলুই আদি। একেলগে এই ভাষা সমূহক হিমালয়ী বা পাহাৰী শাখা বোলা হয়। এই ভাষা সমূহৰ ভিতৰত নেপালী ভাষাই প্ৰধান

(ছ) **বিদেশী শাখা ঃ** ভাৰতবৰ্ষৰ বাহিৰতে কোনো কোনো ঠাইত আৰ্য্যভাষাৰ প্ৰচলন আছে। তাৰ ভিতৰত শ্ৰীলংকাত থকা সিংহলী ভাষা প্ৰধান। খৃঃ পূঃ চতুৰ্থ শতিকামানত আৰ্য্যভাষীৰ এটা দল শ্ৰীলংকাত উপনীত হয়গৈ। অৱশ্যে এই সিংহলী ভাষাৰ উৎপত্তি সম্বন্ধে মতভেদ আছে। পৰৱৰ্তীকালত সিংহলী ভাষাত তামিল ভাষাৰ প্ৰভাব পৰে। শ্ৰীলংকাৰ প্ৰাচীনতম ভাষা হ'ল এলু ( Elu ) অৱহট্‌ঠৰ পৰ্য্যায়ভুক্ত। অষ্টম শতিকাত সিংহলী ভাষাৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায়।

বিদেশী শাখাৰ ভিতৰত ইউৰোপৰ বিভিন্ন স্থানত আৰু পশ্চিম এচিয়াৰ কোনো কোনো অঞ্চল অসমীয়া, তুৰ্কী, চিৰিয়া আদিত যি যাবাবৰী বা জিপচি ভাষাৰ প্ৰচলন আছে সেইবোৰ ভাৰতীয় আৰ্য্যভাষাৰ অন্তৰ্গত বুলি অনুমান কৰা হৈছে। এই যাযাবৰ সকলৰ পূৰ্বপুৰুষ সকল খৃষ্টীয় তৃতীয় শতিকাৰ পৰা পঞ্চমৰ ভিতৰত উত্তৰ-পশ্চিম ভাৰতৰ পৰা পশ্চিমলৈ যাত্ৰা কৰে। বিভিন্ন ঠাইত ঘূৰি ফুৰাৰ ফলতে এই ভাষাৰ লগতে অন্যান্য ভাষাৰ সংমিশ্ৰণ ঘটে।

আধুনিক ভাৰতীয় আৰ্য্যভাষা সমূহে ভাৰতৰ বিভিন্ন প্ৰান্তত স্বকীয় বৈশিষ্টৰে গঢ় লৈ ক্ৰমবিকাশৰ পথত আগবাঢ়ে। এই ভাষা সমূহৰ মাজত এনেকুৱা কিছুমান উমৈহতীয়া ( common ) বৈশিষ্ট্য সংৰক্ষিত হৈছে, যিবোৰ একে মূলৰ পৰা উদ্ভৱ হোৱা ভাষাৰূপে স্বীকৃতি দিয়াত সহায় কৰে। আধুনিক ভাৰতীয় আৰ্য্যভাষাৰ সাধাৰণ প্ৰধান লক্ষণ সমূহ হ'ল—

(ক) মধ্য ভাৰতীয় আৰ্য্যৰ যুগ্ম ব্যঞ্জন প্ৰায়ে এটি ব্যঞ্জনলৈ ৰূপান্তৰিত হয় আৰু অব্যৱহৃত পূৰ্বৱৰ্তী হ্ৰস্ব স্বৰ দীৰ্ঘ হয়। কেতিয়াবা ইয়াৰ ব্যতিক্ৰমো পৰিলক্ষিত হোৱা দেখা যায়। একক ব্যঞ্জনলৈ ৰূপান্তৰিত হোৱাৰ উদাহৰণ—দীৰ্ঘ>দিগ, য>দীঘ, নৃত্য>নচ্চ>নাচ আদি।

(খ) যুগ্ম ব্যঞ্জনৰ অব্যৱহিত পূৰ্বৱৰ্তী নাসিক্য ধ্বনি ( ঙ্, ঞ্, ণ্, ন্, ম্, ং ) কমি আহি শেষত স্বৰধ্বনিক অনুনাসিক কৰি শেষত লুপ্ত হয়। উদাহৰণ—সংদন্ত>প্ৰা দান্ত>দাঁত ; সংকণ্টক>প্ৰা কণ্টঅ>কাঁটা ; সং সন্ধ্যা>প্ৰা সঞ্ঝা>সাঁজ আদি।

(গ) শব্দৰ মাজত থকা ই বা ঈ+অ বা আ, আৰু উ বা উ+অ বা আ যথাক্ৰমে ই (ঈ) আৰু উ (ঊ) লৈ পৰিণত হয়। উদাহৰণ—সং ঘৃত>প্ৰা। ঘিঅ>ঘী ; সং মৃত্তিকা>প্ৰা। মটিঅ>মাটি আদি।

(ঘ) পদান্ত স্বৰধ্বনি বিকৃত অথবা লুপ্ত হোৱাত পূৰ্বৰ লিঙ্গ পাৰ্থক্য প্ৰায়েই নাথাকেগৈ, গুজৰাটী—ম'ৰাঠীত ক্লীৱলিঙ্গ ৰক্ষিত হ'লগৈ। সিংহলীত নতুনকৈ সপ্ৰাণ আৰু অপ্ৰাণ এই দুই লিঙ্গৰ সৃষ্টি হ'ল। হিন্দীত স্ত্ৰীলিঙ্গ নতুনকৈ প্ৰয়োগ হ'ল। কিছুমান ভাষাত পুংলিঙ্গৰ আৰু স্ত্ৰীলিঙ্গ ৰক্ষিত হ'ল, কিন্তু লিঙ্গ বিভেদৰ প্ৰণালী ঠিক সংস্কৃতৰ দৰে নহয়।

(ঙ) প্ৰাদিপাদিকৰ ক্ষেত্ৰত দুটি কাৰকৰ প্ৰয়োগ হয়—বৰ্ণ বা মুখ্য (Direct) আৰু তিৰ্য্যক বা গৌণ (Oblique)। প্ৰথমা বা কৰ্তৃকাৰকৰ অৰ্থত ব্যৱহৃত কৰণৰ বিভক্তি মিলি মুখ্য কাৰক হৈছে আৰু সম্প্ৰদান, কৰণ আৰু অধিকৰণ বিভক্তি মিলি গৌণ কাৰক হৈছে। অনুসৰ্গ (Post-Position), আৰু অনুসৰ্গ জাত নতুন বিভক্তিসমূহ গৌণৰূপেই প্ৰয়োগ হয়। কৰ্মকাৰক কৰ্তা কাৰকৰ লগত মিলি পৰে।

(চ) সিন্ধী-মাৰাঠী, পশ্চিমা-হিন্দীৰ বাহিৰে আন মুখ্য কাৰকত একবচন বহুবচনৰ পাৰ্থক্য নাই। তেনেক্ষেত্ৰত বহুবচন বুজোৱা শব্দ অথবা সম্বন্ধপদৰ পৰা বহুবচনৰ সৃষ্টি হয়। উদাহৰণ—বহল>বোৰ (অসমীয়া মানুহবোৰ), সন্ত>হতঁ (অসমীয়া তহঁত), লোকেৰা (বংলা), মান (পৰিমাণ)>মান (উড়ীয়া—পুৰুষমান) আদি।

(ছ) প্ৰাচীন শব্দৰ যিখিনি চিহ্নাৱশেষ অপভ্ৰষ্ট স্তৰত আছিল, পদান্ত স্বৰধ্বনিৰ পৰিবৰ্তনৰ ফলত সেইয়াও লুপ্ত হয়। লুপ্ত হোৱা প্ৰাচীন কাৰক বিভক্তিৰ ঠাইত অনুসৰ্গ আৰু অনুসৰ্গজাত কিছুমান শব্দাংশ নতুন কাৰক বিভক্তিৰ ৰূপে ব্যৱহৃত হ'বলৈ ধৰিলে।

(জ) কাল আৰু ভাবৰ ক্ষেত্ৰত কেৱল কৰ্তৃবাচ্য আৰু কৰ্মবাচ্যত বৰ্তমান কালৰ (কেতিয়াবা ভৱিষ্যত কালতো) আৰু অনুজ্ঞাৰ ৰূপ ৰক্ষিত হোৱা দেখা যায়। অতীত কালৰ বাবে -নিষ্ঠা প্ৰত্যয় (-ক্ত) আৰু ভৱিষ্যত কালৰ বাবে -কৃত্য (-তব্য) আৰু শতৃ প্ৰত্যয় ব্যৱহৃত হয়। পশ্চিমা পঞ্জাৱী আৰু গুজৰাটীত ভৱিষ্যত কালৰ প্ৰাচীন ৰূপ সংৰক্ষিত হৈছে।

(ঝ) যৌগিক কাল, মূল ধাতুৰ অসমাপিকাৰ সৈতে অস্, ভূ, স্থা ধাতুৰ পদৰ ব্যৱহাৰ আধুনিক ভাৰতীয় আৰ্য্যভাষাৰ মধ্যস্তৰত দেখা দিলে। উদাহৰণ—গত+ √অস> গিয়াছে (বাংলা), গত+ √স্থা>গয়া থা (হিন্দী) আদি।

(ঞ) প্ৰচুৰ বিদেশী শব্দই (ফাৰচী, আৰবী, তুৰ্কী, পৰ্টুগীজ, ইংৰাজী আদি) প্ৰত্যেক আঞ্চলিক ভাষালৈ আমদানি ঘটে।

## আধুনিক ভাৰতীয় আৰ্য্যভাষাৰ অন্তৰঙ্গ আৰু বহিৰঙ্গ শ্ৰেণী বিভাগ :

আধুনিক ভাৰতীয় আৰ্য্যভাষাবোৰক অন্তৰঙ্গ আৰু বহিৰঙ্গ এই দুটা ভাগত বিভক্ত কৰা হৈছে। আৰ্য্যসকল এই দেশলৈ দুটা দল হৈ পদাৰ্পণ কৰা বুলি অনুমান কৰি পণ্ডিত

হুৰ্নলে অনুমান কৰে। এই তথ্যৰ ওপৰত ভিত্তি কৰি G. A. Grierson য়ে এই অন্তৰঙ্গ ( Inner ) আৰু বহিৰঙ্গ ( Outer ) দুটা বিভাজন কৰিছে। পঞ্জাবী আৰু অন্যান্য পশ্চিমৰ ভাষাসমূহক অন্তৰঙ্গ আৰু কাশ্মীৰী, সিন্ধী, মাৰাঠী, বাংলা, উড়ীয়া আদি ভাষাক বহিৰঙ্গ আখ্যা দিয়া হৈছে। বহিৰঙ্গ শাখাটোৰ পূৰ্বপুৰুষে বিশিষ্ট উপভাষা লৈ এই দেশত প্ৰবেশ কৰিছিল আৰু অন্তৰঙ্গ ভাষাৰ শাখাটোৰ পূৰ্বপুৰুষে যেওঁলোকৰ উপভাষা লৈ আগৰ দলটিক স্থানচ্যুত কৰি নিজৰ অধিকাৰ স্থাপন কৰে। অৱশ্যে এনেধৰণৰ কল্পনাৰ কোনো উপযুক্ত যুক্তি নাই। Grierson য়ে বহিৰঙ্গ ভাৰতীয় আৰ্য্যভাষা সমূহৰ ভাষাগত বিশেষত্বও নিৰ্ণয় কৰি দেখুৱাইছে। কিন্তু সুনীতি কুমাৰ চট্টোপাধ্যায়ে এই মত খণ্ডন কৰি কৈছে যে এই সকলো লক্ষণ বহিৰঙ্গ ভাষাত প্ৰতিফলিত হোৱা নাই। বহিৰঙ্গ বিভাগৰ ভাষাতো কেতিয়াবা অন্তৰঙ্গ ভাষাৰ বিশেষত্ব আৰু অন্তৰঙ্গ ভাষাতো বহিৰঙ্গ ভাষাৰ বিশেষত্ব পৰিলক্ষিত হোৱা দেখা যায়। গতিকে এই বহিৰঙ্গ আৰু অন্তৰঙ্গ বিভাজনত বিতৰ্কৰ অৱসাদ আছে।

# ষষ্ঠ অধ্যায়

## উপভাষা তত্ত্ব

(ক) উপভাষা কি
(খ) উপভাষা তত্ত্ব
(গ) উপভাষা অধ্যয়নৰ প্ৰয়োজনীয়তা
(ঘ) উপভাষা সম্বন্ধে জ্ঞান আহৰণ
(ঙ) তথ্য-সংগ্ৰহ
(চ) ভাষা-গৱেষক
(ছ) সংবাদদাতা
(জ) প্ৰত্যক্ষ আৰু পৰোক্ষ পদ্ধতি
(ঝ) সংবাদ দাতাৰ বাছনি
(ঞ) টেপ্-ৰেকডাৰ আৰু টাইপ-ৰাইটাৰ
(ট) অভিধান
(ঠ) লিপ্যন্তৰ
(ড) মানচিত্ৰৰ প্ৰয়োগ
(ঢ) উপভাষা তত্ত্ব আৰু অন্যান্য ভাষাগত সূত্ৰ
(ণ) উপভাষাৰ সংৰক্ষণ আৰু সংমিশ্ৰণ

# উপভাষা তত্ত্ব

ভাষা মানৱ-সংস্কৃতিৰ ঘাই উপাদান। এই বিশাল পৃথিৱীত কত জাতি-উপজাতি আছে। সেই অনুসৰি তেওঁলোকৰ স্বকীয় ভাষা আছে। ভাষাৰ শৃঙ্খলাবদ্ধ বা প্ৰণালীবদ্ধ অধ্যয়নেই সেই জাতি-উপজাতিৰ পৰিচয় চিহ্নিত কৰিছে। একোটা ভৌ গালিক পৰিবেষ্টনে জনসমষ্টিৰ ভিন্ন-ভিন্ন ভাষাৰ ছবি দাঙি ধৰে। এটা ভাষা যেতিয়া এক বিশাল জনসমষ্টিৰ মাজত বৃহৎ ভৌগোলিক পৰিসীমাত প্ৰচলিত হয় তেতিয়া ধ্বনি প্ৰয়োগ, শব্দাৱলী, উচ্চাৰণ, ব্যাকৰণ আদিৰ ক্ষেত্ৰত সমৰূপ লাভ কৰা সম্ভৱ নহয়। কাৰণ

**উপভাষা কি?**

যাতায়াতৰ অসুবিধা আদি নানান কাৰণত যোগাযোগৰ অভাৱ পৰিলক্ষিত হয়। তেনেক্ষেত্ৰত মূল ভাষাৰ অঞ্চল অনুযায়ী কিছুমান আঞ্চলিক ৰূপৰ সৃষ্টি হয়। ভাষাৰ মূল অখণ্ড ৰূপটোক মান্যভাষাই ( Standard Language ) অৰ্থাৎ সাহিত্যিক লিখিত ভাষাই নিয়ন্ত্ৰণ কৰে আৰু খণ্ড খণ্ড আঞ্চলিক ৰূপবোৰক কথিত ভাষাই ( Calloquial Language ) নিয়ন্ত্ৰণ কৰে। প্ৰাকৃতিক, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আদি কাৰণসমূহে ভাষাৰ খণ্ডৰূপ সৃষ্টিত অৰিহণা যোগায়। ভাষাৰ এনে আঞ্চলিক খণ্ড-খণ্ড ৰূপকে উপভাষা ( dialect ) বোলা হয়। অৱশ্যে মূল ভাষাটোৰ উপভাষা একেবাৰেই পৃথক ৰূপ নহয়। কেৱল কোনো দিশত সামান্য প্ৰভেদ পৰিলক্ষিত হোৱা দেখা যায়। বিশাল নদ-নদী, বৃহৎ পৰ্বত-পাহাৰ, অটব্য অৰণ্য আদি উপভাষা সৃষ্টিৰ প্ৰাকৃতিক কাৰণ। কেতিয়াবা এটা ৰাজকীয় শাসনযন্ত্ৰত থকাৰ ফলত একোটা অঞ্চলত ভাষাই সম-ৰূপ লাভ কৰে সঁচা। কিন্তু ভৌগোলিক পৰি বষ্টনত মূল ভাষাটো শাসনযন্ত্ৰৰ বাহিৰৰ অঞ্চলতো প্ৰচলন থাকিব পাৰে। মূল ৰাজনৈতিক বাতাৱৰণৰ বাহিৰত থকাৰ বাবেও সেই অঞ্চলতো উপভাষা বৰ্তি থাকিব পাৰে। সামাজিক আৰু সাংস্কৃতিক কাৰণ সমূহো উপভাষা সৃষ্টিৰ ক্ষেত্ৰত অধিক শক্তিশালী।

উপভাষাসমূহে ভাষাৰ মূল সুঁতিত উপসুঁতিৰ দৰে ধ্বনি, ৰূপ, শব্দ আদি ভাষাগত বৈশিষ্ট্য সমূহৰ কিছুমান বহন কৰে। একোট ভাষাৰ সম্বন্ধে সম্যক জ্ঞান লাভ কৰিবলৈ হ'লে কেৱল মূল লিখিত ভাষাৰ অধ্যয়নেই যথেষ্ট নহয়। কাৰণ, বৃহৎ নদী একোখনক যিদৰে অলেখ উপনদীৱে পৰিবেষ্টিত হৈ তাৰ মূল সোঁতৰ প্ৰবাহমান গতিক অধিক দ্ৰুততৰ আৰু বিশাল কৰি তোলে, ভাষাৰ মূল গতিক নিয়ন্ত্ৰণ কৰোঁতেও ইয়াৰ উপভাষাসমূহে ইন্ধন যোগায। ভাষাৰ অখণ্ড ৰূপৰ বৰ্ণাঢ্য জ্ঞানৰ পৰিপূৰক উপভাষা সমূহ হে। গতিকে উপভাষাসমূহৰ প্ৰণালীবদ্ধ অধ্যয়ন কৰিলেহে ভাষাৰ অধ্যয়ন সম্পূৰ্ণ হ'ব। উপভাষাৰ শৃঙ্খলাবদ্ধ অধ্যয়নেই হ'ল উপভাষাতত্ত্ব ( Dialectology )। অৱশ্যে

**উপভাষাতত্ত্ব**

এইখিনিতে মন কৰিব লগা দিশ এটি হ'ল মাতৃভাষা। যিহেতু লিখিত ৰূপত পোৱা যায়, গতিকে মূল ভাষাৰ অধ্যয়নত সেই ভাষাৰ গ্ৰন্থসমূহে বিশেষভাৱে ইন্ধন যোগায়। কিন্তু উপভাষা অধ্যয়নত বিশেষভাৱে কথিত

ৰূপটোৰ ওপৰত গুৰুত্ব দিব লগা হয়। গতিকে ভাষাৰ শৃঙ্খলাবদ্ধ অধ্যয়ন আৰু উপভাষাৰ শৃঙ্খলাবদ্ধ অধ্যয়নৰ মাজত কিছু পাৰ্থক্য থকা স্বাভাৱিক। পৃথিৱীৰ বিভিন্ন ভাষাসমূহৰ ভিতৰত ইংৰাজী, জাৰ্মানী, ফৰাছী, ছোভিয়েট ৰুচিয়া, গ্ৰীক আদি সকলো ভাষাৰে অঞ্চলভেদে উপভাষাৰ প্ৰচলন আছে।

উপভাষাৰ অধ্যয়ন কিয় কৰিব লাগে? এনে ধৰণৰ প্ৰশ্নৰ উদয় হোৱা স্বাভাৱিক। কাৰণ, একোটা ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়ন কৰোঁতে যথেষ্ট সময়, কষ্টৰ প্ৰয়োজন হয়।

**উপভাষা অধ্যয়নৰ প্ৰয়োজনীয়তা**

উপভাষা অধ্যয়নতো সময়, কষ্ট, অৰ্থৰ ব্যয় ভাষা একোটাৰ অধ্যয়নতকৈ অধিক হ'ব পাৰে। কাৰণ উপভাষা অধ্যয়ন বিশেষভাৱে ক্ষেত্ৰ অধ্যয়নৰ (field-study) লগত জড়িত। মূল ভাষাটোৰ বিষয়ে জ্ঞান আহৰণত উপভাষা অধ্যয়নে বিশেষভাৱে সহায় কৰাৰ উপৰিও উপভাষা অধ্যয়নৰ মূলতে কেবাটাও কাৰণ নিহিত হৈ আছে—(১) কৌতূহল, (২) নৃতাত্ত্বিক, (৩) ভাষাগত আৰু (৪) প্ৰায়োগিক।

### (১) কৌতূহল (Curiosity):

যেতিয়া দেশৰ বিভিন্ন প্ৰান্তৰৰ পৰা ভিন-ভিন লোক আহি একেলগ হয় তেতিয়া ভাবৰ আদান-প্ৰদানৰ ক্ষেত্ৰত ভাষাৰ পাৰ্থক্যৰ কথা দৃষ্টিগোচৰ হয়। পৰিচিত ভাষাৰ মাজতে প্ৰয়োগ হোৱা বিভিন্ন শব্দাৱলীৰ প্ৰতি মানুহৰ কৌতূহল ওপজে। বিভিন্ন উচ্চাৰণ পদ্ধতিয়েও মানুহৰ মনত কৌতূহলৰ উদ্বেগ নকৰাকৈ নাথাকে। উদাহৰণস্বৰূপে মধ্য আটলাণ্টিকবাসী আধুনিক ইংৰাজীৰ উচ্চাৰণৰ প্ৰতি আগ্ৰহী হ'ব পাৰে। আধুনিক ইংৰাজী-ভাষীসকল দক্ষিণ অঞ্চলৰ (ইংল্যাণ্ডৰ) লোকৰ উচ্চাৰণৰ প্ৰতি আকৰ্ষিত হ'ব পাৰে। কেতিয়াবা উপভাষা উচ্চাৰণ পদ্ধতিয়ে কৌতুকবো উদ্ৰেগ কৰে, কেতিয়াবা কু-সংস্কাৰৰ বশৱৰ্তী হৈও উপভাষা সংৰক্ষণত ব্ৰতী হ'ব পাৰে। কিন্তু উপভাষা অধ্যয়নৰ মূলতে বহুত লোক সেই উপভাষাৰ মূল আৰু প্ৰয়োগৰ বাবে আগ্ৰহী আৰু কৌতূহলী হয়।

কোনো কোনো ক্ষেত্ৰত উপভাষা অধ্যয়নৰ ক্ষেত্ৰত আবেগ প্ৰৱণতা পৰিলক্ষিত হোৱা দেখা যায়। ফলত নিজৰ উপভাষা অধ্যয়নত ব্ৰতী হয়। শিক্ষিত লোকসকলে মান্য-ভাষ'ত গল্প, কবিতা, বাতৰি কাকত, আলোচনী আদি পঢ়িলেও স্থানীয় উপভাষাৰ কিছুমান উপাদানৰ ক্ষেত্ৰত আগ্ৰহী হয়। লেখক, কবিসকল বিভিন্ন প্ৰান্তৰৰ বিভিন্ন উপভাষা অধ্যুষিত অঞ্চলৰ হ'ব পাৰে। ফলত তেওঁলোকৰ লেখনিত কম-বেছি পৰিমাণে স্থানীয় উপভাষাৰ প্ৰভাৱ পৰাটোৱেই স্বাভাৱিক। এই ক্ষেত্ৰত মাৰ্ক টোৱেইনৰ Huckleberry Finn, টেনিচনৰ কিছু কবিতা (Nothern Faruen poems in broad hircolnshire), হৰিজৰ uncle Remrs, বাৰ্ণচৰ howland scots আদি উল্লেখযোগ্য।[১] এনেদৰেই পৃথিৱীৰ ইতিহাসত ভাষা-সাহিত্যত উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা অনেক সাহিত্যকৰ ৰচনাত উপভাষাৰ প্ৰভাৱ দেখা যায়।

১. Francis, W. N. Dialectology, পৃ. ৭

উপভাষা অধ্যয়নৰ প্ৰতি আগ্ৰহশীলতা বা কৌতূহল-প্ৰৱণতাৰ আৰু এক দিশ হ'ল উপভাষাসমূহত কিছুমান ফকৰ-যোজনা, সাধুকথা, গীত-মাত আদি সংৰক্ষিত হৈ থাকে। উপভাষাটোৰ যথোপযুক্ত অধ্যয়নৰ অবিহনে সেই মৌখিক সাহিত্যৰাজিৰ উদ্ধাৰ সম্ভৱ নহয়। মানুহৰ মুখ বাগৰি অহা এই লোকসাহিত্যসমূহ একোটা জাতিৰ অমূল্য সম্পদ। গতিকে মূল ভাষাটো সমৃদ্ধ কৰিবৰ বাবে উপভাষাসমূহৰ পুঙ্খানুপুঙ্খ অধ্যয়ন আৰু গৱেষণাৰ অতি প্ৰয়োজন। যি লোকে উপভাষাটো কথিতৰূপে প্ৰয়োগ কৰে তেওঁলোকৰ বাবে উপভাষা অধ্যয়নৰ মূলত ভাবাবেগ যুক্ত কৌতূহল নিহিত থাকে আৰু আন ভাষীলোক এজনে যেতিয়া এটা উপভাষাৰ অধ্যয়ন কৰিব খোজে তাৰ মূলতে থাকে বৌদ্ধিক-কৌতূহল।

## (২) নৃতাত্ত্বিক ( Anthropological ) :

উপভাষা অধ্যযনৰ দ্বিতীয় কাৰণটো হ'ল নৃতত্ত্বমূলক। মানৱ-ভাষা হ'ল সংস্কৃতিৰ এক বিশেষ পৰিবাহকস্বৰূপ। মানৱ-সংস্কৃতিৰ অগ্ৰগতিৰ ক্ষেত্ৰত ভাষাৰ ইতিহাসৰ দিশটো নিহিত হৈ আছে। ভাষাৰ দিশটো পৃথক কৰি চালে সংস্কৃতিৰ ইতিহাসৰ গতি ৰুদ্ধ হৈ পৰিব। প্ৰাক্-ঐতিহাসিক যুগৰেপৰা বৰ্তমানলৈকে মানুহৰ জীৱন-ধাৰাৰ প্ৰবাহমান গতিত ভাষাৰ প্ৰধান ভূমিকা আছে। কিছুমান সমাজত পুৰুষৰ ভাষাৰ লগতো নাৰীৰ ভাষাৰ বৈসাদৃশ্য দেখা যায়। উপভাষাৰ গঠন আদিয়ে বিভিন্ন গোষ্ঠীৰ লোকৰ সংমিশ্ৰণৰ কথাও সূচায়। ঐতিহাসিকসকলে ইয়াতে নিজৰ সমল সংগ্ৰহ কৰে। বৃটেইনৰ ইতিহাসত উপভাষাৰ বৈচিত্ৰ্য আৰু বিভাজনৰ বিশেষ প্ৰতিফলন ঘট দেখা যায়। বহুদেশৰ ৰাজনৈতিক, সামাজিক আদি ক্ষেত্ৰত উপভাষাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

সমাজ-ভাষাতত্ত্বৰ ( Sociolinguistics ) দিশত সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, গঠন-প্ৰক্ৰিয়া পাৰ্থক্যাদি ভাষাগত অধ্যয়নত প্ৰতিফলিত হয়। বহু ভাষাগত পাৰ্থক্য এনে ধৰণৰ সমাজতাত্ত্বিক ক্ষেত্ৰত বিশেষ ভাৱে শিক্ষা, অৰ্থনৈতিক স্থান, জাতি বা জনগোষ্ঠী, ৰাজনৈতিক আৰু ধৰ্মীয় আদি দিশৰ লগত ওতঃপ্ৰোতভাৱেই জড়িত। কিন্তু উপভাষাতত্ত্ববিদসকলৰ অধ্যয়ন পৰ্য্যাপ্ত পৰিমাণে সোহোৱাৰ বাবে উপভাষা সম্বন্ধীয় বহু তথ্য পোহৰৰ বাটলৈ অনা সম্ভৱ হোৱা নাই। বৰ্তমান দেখা যায় ভাষাৰ অধ্যয়নত চহৰ বা মহানগৰৰ ভাষা অধ্যয়নতহে অধিক গুৰুত্ব আৰোপ কৰা হয়। উপভাষা-অধ্যয়নৰ থলী কিন্তু পিছপৰা অঞ্চলসমূহহে য'ত নিৰক্ষৰ লোকৰ সংখ্যাই অধিক।

সমাজ-ভাষাতত্ত্ববিদ আৰু উপভাষাতত্ত্ববিদৰ মাজৰ পাৰ্থক্য বাচি উলিওৱা বৰ জটিল। সমাজ-ভাষাতত্ত্ববিদ প্ৰধানকৈ সমাজত বসবাস কৰা বিভিন্ন লোকসকলৰ ভাষাৰ দিশটোৰ লগত জড়িত। আনহাতে, উপভাষাতত্ত্ববিদসকল সমাজৰ একো-একোটা বিশেষ অঞ্চলৰ উপভাষা অধ্যয়নৰ সৈতে জড়িত। ভাষাতত্ত্বৰ ভিতৰুৱা শাখাৰূপে উপভাষাতত্ত্ব সমাজ-ভাষাতাত্ত্বিক দিশৰপৰা সম্পূৰ্ণ পৃথক নহয়। মানৱ-সমাজৰ আৰম্ভণি, ইয়াৰ অগ্ৰগতিৰ

দিশটোৰ প্ৰতি আলোকপাত কৰিহে ভাষাতত্ত্ববিদ ভাষাৰ গৱেষণাত ব্ৰতী হয়। ঠিক একেদৰে উপভাষা অধ্যয়ন কৰোঁতাজনেও সেই দিশটোৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিব লাগে। অৱশ্যে উপভাষাটো কোৱা লোকসকলৰ জাঁতিগুৰি উপভাষাটোৰ বিস্তৃতি আদি সমাজ-ভাষাতত্ত্বৰে ভিত্তৰুৱা।

(৩) **ভাষাগত Linguistic ) :**

ভাষাতত্ত্ববিদ সদায় ভাষাৰ শৃংখলাবদ্ধ গঠনৰ প্ৰতি আগ্ৰহী। তেওঁ ভাষ'ৰ উচ্চাৰণ, ব্যাকৰণ, ধ্বনি, শব্দ, অৰ্থ আদিক পৃথক পৃথক ৰূপত কল্পনা নকৰে। ভাষাৰ তাত্ত্বিক অধ্যয়নৰ দিশত ভাষাতত্ত্ববিদ সদায় উপভাধাৰ তাৰতম্যৰ দ্বাৰা জটিলতাৰ সন্মুখীন হয়। বহু আধুনিক ভাষাতত্ত্ববিদে ভাষাৰ অপৰিহাৰ্য অঙ্গৰূপে উপভাষৰ পাৰ্থক্য আদিত মনোনিৱেশ কৰে। যিকোনো ভাষাৰে ভাষাগত বৈশিষ্ট্যৰাজি উপভাষাসমূহৰ পুঙ্খানুপুঙ্খ অধ্যয়ন আৰু গৱেষণাৰ অবিহনে সম্পূৰ্ণ হোৱা বুলি ক'ব নোৱাৰি।

ভাষাৰ ইতিহাসৰ প্ৰতি আকৃষ্ট হ'লেহে ভাষাতত্ত্ববিদ শুদ্ধভাৱে আৰু সম্পূৰ্ণভাৱে গৱেষণাত ৰত হ'ব পাৰে। কাৰণ, ভাষাৰ ইতিহাসে ভাষাতত্ত্ববিদক ভাষাগত পৰিৱৰ্তনৰ ( Linguistic change ) দিশত বিশেষভাৱে সহায় কৰে। ঐতিহাসিক ভাষাতত্ত্বৰ ক্ষেত্ৰত উপভাষা হ'ল অতি মূল্যবান সম্পদ। বিভিন্ন ঠাইৰ বিভিন্ন লোকৰ কোৱা ভাষাই উপভাষিক পাৰ্থক্যৰ কথা সূচায়। পৃথিৱীৰ সমূহ ভাষাৰে ভাষাগত বিশ্লেষণ হ'বলৈ হ'লে তাৰ লগে লগে উপভাষাসমূহৰো অধ্যয়ন আৰু বিশ্লেষণ অপৰিহাৰ্য। অৱশ্যে উপভাষা অধ্যয়নৰ ক্ষেত্ৰত সামগ্ৰী সংগ্ৰহৰ ( data collect ) পদ্ধতি পৃথক ধৰণৰ হ'ব পাৰে।

(৪) **প্ৰায়োগিক ( Practical ) :**

উপভাষ অধ্যয়নৰ প্ৰয়োজনীয়তাৰ ক্ষেত্ৰত প্ৰায়োগিক দিশ এটিও আছে। কিছুমান উৎকৃষ্ট সমাজতো উপভাষা কোৱা লোকসকলক চহা, নিৰক্ষৰ, নিৰ্বোধ আদি ৰূপে অভিহিত কৰা হৈছিল। কিছুমান উপভাষাৰ ক্ষেত্ৰত এনে ধৰণৰ প্ৰাচীন একঘেঁয়ী সংৰক্ষণশীলতা থাকিব পাৰে। উপভাষা কেৱল চহা আৰু নিৰক্ষৰলোকৰ মাজতহে প্ৰচলিত, এনে ধ্যান-ধাৰণাই মানুহৰ মন আচ্ছন্ন কৰি ৰাখিছিল। উচ্চ শ্ৰেণীৰ লোকে ব্যৱহাৰ কৰা ভাষা স্থানীয় কৃষক, খনিকৰ আদিয়ে প্ৰয়োগ কৰা ভাষাতকৈ বহু মাৰ্জিত ( refined )—এনেধৰণৰ ধাৰণাও নে'হোৱা নহয়। পিছলৈ অৱশ্যে ভাষাৰ যথাযথ গৱেষণাৰ ফলত উপভাষা সম্বন্ধে থকা ধ্যান-ধাৰণাৰ পৰিৱৰ্তন ঘটে। বিদ্যালয়ত ভাষা শিক্ষা প্ৰদান কৰোঁতে দুটা দিশ মন কৰিবলগীয়া। প্ৰথমটো হ'ল—যি সকল ছাত্ৰ-ছাত্ৰীয়ে মাতৃভাষাকে বিদ্যালয়ত শিকিব লগা হয়, তেওঁলোকৰ বাবে শুদ্ধকৈ ভাষাটো আয়ত্ব কৰাত বিশেষ অসুবিধা নহয়। দ্বিতীয়তে, পৰিৱেশ আৰু লগৰীয়াসকলৰ প্ৰভাৱে ভাষা অধ্যয়নত সহায় কৰে।

মান্যভাষা ( standard language ) আৰু উপভাষাৰ মাজৰ সম্পৰ্কৰ ক্ষেত্ৰত কিছু

মতভেদৰ সৃষ্টি নোহোৱাকৈ নাথাকে। যিবোৰ দেশত শিক্ষাৰ অধিক অগ্ৰগতি এতিয়াও পৰিলক্ষিত হোৱা দেখা নাযায়, অথচ উপভাষাৰ অধিক প্ৰয়োগ বহুল সংখ্যক লোকৰ মাজত প্ৰচলিত, তেনে ঠাইত ছাত্ৰক শিক্ষাদান কৰোঁতে শিক্ষক আহুকালত পৰা দেখা যায়। কিয়নো শিক্ষকজনে যিসকল ছাত্ৰক পাঠদান কৰে, তেওঁলোক এক পৃথক উপভাষা কোৱা অঞ্চলৰ পৰা অহা। এনেধৰণৰ সমস্যা কেৱল বিদ্যালয়ৰ মজিয়াতে নহয়, সমগ্ৰ সমাজৰে সমস্যা। বহুসময়ত স্থানীয় উপভাষা কোৱা ছাত্ৰক মান্যভাষা ব্যৱহাৰ কৰিবলৈ জে'ৰ কৰা হয় আৰু বহুসময়ত উপভাষাক অৱহেলা কৰা হয়। যি ছাত্ৰই মান্যভাষা গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়, প্ৰথম অৱস্থাতে জোৰ কৰি শিকাবৰ চেষ্টা কৰা অৰ্থহীন। শিক্ষকজন ছাত্ৰজনে কোৱা অঞ্চলৰ উপভাষাৰ প্ৰতি অ'গ্ৰহী হ'ব লাগিব আৰু ভাষা-শিক্ষণৰ কৌশল আয়ত্ব কৰি ছাত্ৰৰ মনোযোগ আকৰ্ষণ কৰাব লাগিব। নহ'লে শিক্ষকৰ অৱহেলা, অমনোযোগে ছাত্ৰক ভাষা-শিক্ষণৰ প্ৰতি অমনোযোগী কৰি তুলিব। ছাত্ৰৰ মুখৰ ভাষা গ্ৰহণ কৰি উৎসাহ যোগোৱা শিক্ষকেহে প্ৰকৃতাৰ্থত ছাত্ৰ-শিক্ষকৰ সম্বন্ধ কটকটীয়া কৰিব পাৰিব। দেশৰ বিভিন্ন প্ৰান্তৰ পৰা অহা ছাত্ৰৰ অঞ্চলৰ ভাষা আয়ত্ব কৰাৰ দায়িত্ব শিক্ষকজনৰ।

উপভাষাতত্ত্বই ভাষাৰ ক্ষেত্ৰত সকলো দিশৰ সংকট দূৰ কৰিব নোৱাৰে। উপভাষা সম্বন্ধীয় তথ্যউদ্ঘাটন, কু-সংস্কাৰ, অজ্ঞতা আদি দূৰীকৰণতহে ই আগভাগ লব পাৰে। মান্য ভাষাৰ গঠন, অগ্ৰগতি আদিত বহুসময়ত উপভাষাই ইন্ধন যোগাব পাৰে। উপভাষা অধ্যয়নৰ এই প্ৰায়োগিক দিশটো উলাই কৰিলে উপভাষা সম্বন্ধে সম্পূৰ্ণ জ্ঞান আহৰণ কৰা সম্ভৱ নহয়।

উপভাষা অধ্যয়নৰ প্ৰয়োজনীয়তাৰ দিশত ভাষাগত কাৰণেই মুখ্য যদিও নৃতাত্ত্বিক বা প্ৰায়োগিক কাৰণৰো ভূমিকা নোহোৱা নহয়। উপভাষাতত্ত্ব ভাষাতত্ত্বৰ এটি গুৰুত্বপূৰ্ণ দিশৰূপেই পৰিচিত। উপভাষা অধ্যয়ন ক্ষেত্ৰ-ভাষাতত্ত্বৰ ( Field-liguistics ) লগত জড়িত। কাৰণ উপভাষা অধ্যয়ন কৰিবলৈ হলে উপভাষা প্ৰচলিত ক্ষেত্ৰলৈ নগলে সম্পূৰ্ণ জ্ঞান আহৰণ কৰা সম্ভৱ নহয়। উপভাষাৰ শৃঙ্খলাবদ্ধ অধ্যয়ন কৰিবলৈ হ'লে কি কি দিশৰ প্ৰতি আলোকপাত কৰিব লাগিব সেয়াহে প্ৰকৃত আলোচ্য বিষয়।

### উপভাষা সম্বন্ধে জ্ঞান আহৰণ ঃ

উপভাষা অধ্যয়ন বা গৱেষণা কৰিবলৈ হ'লে কেবাটাও বিষয়ৰ প্ৰতি মনোযোগ দিব লাগিব। প্ৰথমতে উপভাষা সম্বন্ধে আলোচনা কৰা গ্ৰন্থাদিৰ পৰা প্ৰাথমিক জ্ঞান আহৰণ কৰিব লাগিব। গৱেষকজন বা অধ্যয়নকাৰী যদি আন ভ'ষী লোক হয় তেতিয়া হলে মান্যভাষাটোৰ ( Standard language ) সম্পৰ্কে সকলো দিশ খৰচি মাৰি জানি লব লাগিব। সেই মান্যভাষাটোৰ কিমান উপভাষা ( অঞ্চলভেদে ) থাকিব পাৰে আদি তথ্য সংগ্ৰহ কৰাৰ পিছত গৱেষণা কৰিবলৈ লোৱা উপভাষা সম্বন্ধে বিশদভাৱে জানি লোৱা প্ৰয়োজন। সেই উপভাষাটোৰ ভৌগোলিক পৰিসীমা, কিমান সংখ্যক লোকৰ মাজত

প্ৰচলিত আদি জ্ঞান প্ৰথম অৱস্থাত ভাষা-সম্বন্ধীয় গ্ৰন্থাদিতে পোৱা যাব পাৰে। অৱশ্যে ভৌগোলিক পৰিবেষ্টনৰ বিষয়ে জানিব পাৰিলেও উপভাষা কোৱা লোকৰ সংখ্যা নিৰূপণৰ ক্ষেত্ৰত পুথিগত জ্ঞানেই যথেষ্ট নহ'ব পাৰে। মুঠতে, প্ৰথম অৱস্থাত গৱেষণা আৰম্ভ কৰোঁতে সেই উপভাষা সম্বন্ধীয় যিমান গ্ৰন্থপাতি আছে, অধ্যয়ন কৰি লোৱা বাঞ্চনীয়। তাৰপিছতহে ক্ষেত্ৰ-অধ্যয়নৰ দিশটো উন্মোচিত হয়।

**তথ্য সংগ্ৰহ ঃ**

গৱেষণাৰ দ্বিতীয় পৰ্যায়টো ইয়াৰ পিছতে আৰম্ভ হয়। ক্ষেত্ৰ-অধ্যয়নৰ মূলতে আছে ভাষাগত তথ্য ( linguistic data ) সংগ্ৰহৰ আৱশ্যকতা। তথ্য সংগ্ৰহ কৰিবলৈ হ'লে আৰু কিছুমান কথাৰ প্ৰতি গৱেষকজনে মনোনিৱেশ কৰিব লাগিব। গৱেষণাৰ মূল হ'ল উপভাষাটো অধ্যয়ন কৰোঁতাজন অৰ্থাৎ গৱেষকজন ( linguistic research )। গৱেষকজনে যিটো উপভাষাৰ অধ্যয়ন কৰিব সেই উপভাষা কোৱা লোকসকল ( speakers ) গৱেষণাৰ দ্বিতীয় আহিলা। গৱেষকজন যদি সেই উপভাষা কোৱা সমষ্টিৰ হয় তেনেহলে সমস্যা বিশেষ উদ্ভৱ নহয়। কিন্তু যদি বাহিৰৰ হয় তেনেহলে তেওঁ উপভাষা কোৱা লোকসকলৰ লগত পোনে পোনে যোগাযোগ কৰা সম্ভৱ নহয়। তেনেক্ষেত্ৰত গৱেষকজনে এজন লোক বাচি উলিয়াব লাগিব যাৰপৰা উপভাষাটোৰ তথ্যাদি সংগ্ৰহ সহজসাধ্য হৈ পৰে। সেই উপভাষা কোৱা লোকজনৰ ওপৰত উপভাষাৰ নিৰ্ভুল তথ্য যোগান ধৰাৰ দিশত নিৰ্ভৰ কৰিব। তেওঁক সংবাদদাতা (Informant) আখ্যা দিব পাৰি। ভাষা অধ্যয়নৰ ক্ষেত্ৰত দুটা পদ্ধতি অৱলম্বন কৰিব পাৰি। এটা হ'ল গৱেষণা কৰা ভাষাৰ লোকৰ লৈতে প্ৰত্যক্ষভাৱে যোগাযোগ কৰি তথ্য সংগ্ৰহ কৰা আৰু আনটো হৈছে সংবাদদাতাৰ জৰিয়তে ভাষাটোৰ তথ্য সংগ্ৰহ কৰা। প্ৰথম পদ্ধতিটোক কন্‌টেক্ট পদ্ধতি ( contact theory ) আৰু দ্বিতীয়টোক ইন্‌ফৰ্‌মেণ্ট পদ্ধতি ( informent theory ) বোলা হয়।[২] প্ৰথম পদ্ধতিটোক প্ৰত্যক্ষ পদ্ধতি ( direct method ) আৰু দ্বিতীয় পদ্ধতিটোক পৰোক্ষ পদ্ধতি ( indirect method ) আখ্যা দিব পাৰি। গৱেষকে যেতিয়া অধ্যয়ন কৰা অঞ্চলৰ মানুহৰ লগত কথা বতৰা পতাৰদ্বাৰা তথ্য সংগ্ৰহ কৰিব পাৰে তেতিয়া কিছুমান সমস্যাৰ সম্মুখীন হ'ব লগা নহয়। অৱশ্যে গৱেষকজনে সেই অঞ্চলৰ উপভাষা ভালকৈ ক'ব পাৰিলেহে এনে পদ্ধতিৰে গৱেষণা কৰা সম্ভৱ। পৰোক্ষ পদ্ধতিৰ ক্ষেত্ৰত কোনো ছাত্ৰ, শিক্ষক বা আন কোনো লোক এজনক সংবাদদিওঁতাৰূপে ( informant ) লৈহে কাম আৰম্ভ কৰিব পাৰিব। প্ৰত্যক্ষ আৰু পৰোক্ষ দুয়ো পদ্ধতিৰে সুবিধা ( advantage ) আৰু অসুবিধা ( disadvantage ) সমানে আছে।

ভাষা গৱেষক

সংবাদদাতা

প্ৰত্যক্ষ আৰু পৰোক্ষ পদ্ধতি

সংখ্যাগৰিষ্ঠ অঞ্চলৰ উপভাষা অধ্যয়ন কৰোঁতে প্ৰত্যক্ষ পদ্ধতিতকৈ পৰোক্ষ পদ্ধতিৰ

২. Samarin, W. J. : Field Linguistics, পৃ. ১

কিছু সুবিধা আছে। পৃথিৱীৰ বহুত উপভাষাৰ অধ্যয়ন এই পৰোক্ষ পদ্ধতিৰ দ্বাৰাই কৰা হৈছে। ইউৰোপীয় ভাষা কিছুমানৰ ক্ষেত্ৰতে এনে পদ্ধতি গ্ৰহণ কৰা হৈছিল। Georg Wewker, Ferdinand Wrede, Walther Mitzka আদি............ভাষাবিদৰ নাম এইখিনিতে উল্লেখযোগ্য। তেওঁলোকে উপভাষা অধ্যয়ন কৰোঁতে বহু কৌশলৰ আশ্ৰয় লৈছিল। কেতিয়াবা এনে একোটা অঞ্চল আছিল য'ত কেৱল একো নহে পঢ়াশালি আছিল আৰু শিক্ষকো এজনেই। শিক্ষকজনে স্থানীয় প্ৰাপ্তবয়স্ক লোক বা ছাত্ৰৰ সহায়ত প্ৰায় চল্লিশটামান বাক্য স্থানীয় উপভাষালৈ অনুবাদ কৰিবলৈ দিয়ে। এনে ধৰণেই উপভাষাৰ তথ্য সংগৃহীত কৰিব পাৰি। কেতিয়াবা আকৌ বহু পঢ়াশালি থকা অঞ্চলত প্ৰধান শিক্ষকজনে উৎকৃষ্ট ছাত্ৰক বাচি লৈ স্থানীয় উপভাষাত বাক্যাদি লিখিবলৈ দিব পাৰে। সংবাদদাতাৰ ( informant ) সংখ্যা এজন বা ততোধিক হ'ব পাৰে।

প্ৰত্যক্ষ পদ্ধতিৰ ক্ষেত্ৰত গৱেষক যিহেতু পোনে পোনে উপভাষী লোকৰ কাষ চাপিব পাৰে, কথা-বতৰা পাতিব পাৰে, সেইবাবে তেনেলোকৰ সংখ্যা সীমিত ৰূপত বাচি লৈ গৱেষকে প্ৰকৃত সাক্ষাতৰ দ্বাৰা তথ্য সংগ্ৰহ কৰিব পাৰে। কেতিয়াবা চহৰ, কেতিয়াবা গাওঁ, যি কোনো অঞ্চলেই গৱেষকে বাচি লব পাৰে। এই ক্ষেত্ৰত গৱেষকজন কেনেধৰণৰ, কেনেকুৱা পৰিবেশৰপৰা তেওঁ গৱেষণাৰ সমল বিচাৰি আহিছে ইত্যাদি কথাও নিৰ্ভৰ কৰিব। গৱেষকৰ সংখ্যাও এজন বা ততোধিক হ'ব পাৰে। গৱেষকসকল তিনিধৰণৰ হ'ব পাৰে: সামাজিক ( Social ), প্ৰাদেশিক ( Regional ) আৰু ভাষাতাত্ত্বিক পৰিবেশৰ ( Linguistic back-ground ) পৰা অহা। গৱেষকৰ ব্যক্তিত্ব আৰু মেজাজৰ ওপৰতো তথ্য সংগ্ৰহ পাৰদৰ্শিতা নিৰ্ভৰ কৰিব। ইয়াৰ উপৰিও আৰু কেইটিমান কথাৰ প্ৰতি মন কৰিব লাগিব: প্ৰথমতে—গৱেষকজন গৱেষণা কৰিবলৈ লোৱা অঞ্চলৰ স্থানীয় লোক হোৱা উচিত নে? দ্বিতীয়তে, গৱেষকজন সংবাদদাতাৰ জীৱনধাৰাৰ লগত প্ৰত্যক্ষভাৱে পৰিচিত হোৱা উচিত নে? তৃতীয়তে, তেওঁ নিজে উপভাষী লোক হোৱা উচিত নে? এনেধৰণৰ প্ৰশ্নৰ ক্ষেত্ৰত ইউৰোপীয় উপভাষা পৰ্যালোচনাই মন্তব্য আগবঢ়াইছে। গৱেষকজন ওপৰত উল্লেখ কৰা গুণৰ অধিকাৰী নহ'লেও ক্ষতি নাই। কিন্তু কোনো কোনো ক্ষেত্ৰত গৱেষকজন স্থানীয় হ'লে কিছু সুবিধা নোহোৱা নহয়। সংবাদদাতা বাছনিৰ ক্ষেত্ৰত তেওঁ পাৰদৰ্শিতা দেখুৱাব পাৰে। স্থানীয় সংস্কৃতিৰ লগত পৰিচিত হোৱাৰ বাবে গৱেষকজনে কম সময়ৰ ভিতৰতে যথেষ্ট তথ্য সংগ্ৰহ কৰিব পাৰে। কেতিয়াবা কিন্তু গৱেষকজন বিদেশী বা আন ঠাইৰ হ'লেহে কিছুমান দিশত সুবিধা হোৱা দেখা যায়। উদাহৰণস্বৰূপে স্বুটিছ উপভাষাৰ ক্ষেত্ৰত ডিয়েথৰ (Dieth) নাম উল্লেখযোগ্য। যাবাৰ্গ ( Jabarg ), যাড ( Jud ) এই দুজনৰ নামো ইয়াতে উল্লেখ কৰিব পাৰি।[৩] ইউৰোপীয় ভাষাতত্ত্বৰ বুৰঞ্জীত উপভাষা অধ্যয়নত বহু ভাষাতাত্ত্বিকে পাৰদৰ্শিতা দেখুৱাইছে।

গৱেষকজন যি সামাজিক পৰিবেশৰপৰা আহিছে তাৰ ওপৰত উপভাষা অধ্যয়নৰ বহু-

৩. Francis, W. N. ' Dialectology, পৃ. ৮০

কথা নির্ভৰ কৰিব। যিজন গৱেষক কেৱল গ্ৰন্থাগাৰৰ চাৰিসীমাৰ মাজতে আবদ্ধ, সাধাৰণ মানুহৰ জীৱনৰ লগত মূঠেই থাপ খোৱা ধৰণৰ নহয়, তেনেক্ষেত্ৰত ক্ষেত্ৰ-অধ্যয়ন কৰোঁতে সম্পূৰ্ণ বুজাবুজিৰ পৰিবৰ্তে অকৃতকাৰ্য হোৱাৰ উদাহৰণো আছে। গৱেষকজন স্থানীয় লোক হ'লে তথ্য সংগ্ৰহ সুবিধাজনক হ'লেও অধিক পৰিচিত হোৱাৰ ফলত আনধৰণৰ সমস্যাইও দেখা দিব পাৰে।

গৱেষকজনে গৱেষণা আৰম্ভ কৰাৰ আগতে ভাষাতাত্ত্বিক প্ৰশিক্ষণ লোৱাও নিতান্ত প্ৰয়োজন। ধ্বনি, ধ্বনিৰ উচ্চাৰণ, ধ্বনিৰ প্ৰকাৰ-প্ৰয়োগ আদিৰ সম্যক্ প্ৰশিক্ষণৰ অবিহনে ভাষ'ৰ গবেষণা বৰ সহজসাধ্য নহয়। শ্ৰৱণ শক্তিৰ প্ৰখৰতা আৰু লিখনৰ দ্ৰুত গতিবেগৰ অধিকাৰী গবেষক হ'ব লাগিব। উপভাষা অধ্যয়ন কৰা অঞ্চলৰ সাংস্কৃতিক জীৱন সম্বন্ধে গৱেষক আগ্ৰহী হ'ব লাগিব। কাৰণ চহৰ অঞ্চলতকৈ পিছপৰা গাওঁ অঞ্চল আদিত তথ্য সংগ্ৰহ কৰোঁতে গৱেষকে সূক্ষ্মভাৱে খুটি-নাটি মাৰি সকলো দিশ আৰম্ভনিতেই লক্ষ্য কৰিব লাগিব। ধৈৰ্য সহকাৰে সংবাদদাতাৰ পৰা সকলো আয়ত্ব কৰিবলৈ যত্নপৰ হ'লেহে বিশুদ্ধভাৱে উপভাষাটোৰ অধ্যয়নত সাফল্য লাভ কৰিব পাৰিব। সংবাদদাতাক কেৱল প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰিলে নহ'ব। দীৰ্ঘদিনীয়া প্ৰচেষ্টা, বুজাবুজি, আন্তৰিকতা গঢ়ি উঠাৰ পিছত উপভাষাৰ তথ্য সংগ্ৰহ একেবাৰেই সহজ কথা হৈ পৰিব। গৱেষক কেৱল পুৰুষেই যে হ'ব লাগিব, তেনে নহয়। বৰং বহু সময়ত মহিলা গৱেষকে উপভাষা অধ্যয়নত অধিক সাফল্য লাভ কৰিব পাৰে। ইউৰোপীয় ক্ষেত্ৰত উনবিংশ শতিকা আৰু বিংশ শতিকাৰ প্ৰাৰম্ভত পুৰুষেই উপভাষা অধ্যয়নত আগভাগ লোৱা দেখা গৈছিল। ইয়াৰ পিছত মহিলাইও উপভাষা অধ্যয়নত কৃতকাৰ্য হোৱা দেখা গৈছে। মহিলা গৱেষক হোৱাৰ ক্ষেত্ৰত সুবিধা অনেক আছে। তথ্য সংগ্ৰহৰ পদ্ধতি, উপভাষা অধ্যুষিত অঞ্চলৰ মানুহৰ লগত সহানুভূতিসূচক মানাভাৱ প্ৰকাশৰ জৰিয়তে মহিলা অধিক সাফল্য লাভ কৰাটো অসম্ভৱ নহয়। অৱশ্যে কোনো কোনো ক্ষেত্ৰত মহিলা গৱেষক হোৱাৰ অসুবিধাও নোহোৱা নহয়। কিছুমান প্ৰাচীন-পন্থী নিৰক্ষৰ লোকে মহিলা গৱেষকে তথ্য সংগ্ৰহ কৰিবলৈ গ'লে বিৰূপ ধাৰণা লোৱাও অসম্ভৱ নহয়। অৱশ্যে মহিলা-গৱেষকে মহিলা সংবাদদাতাৰ পৰা শব্দাৱলী সংগ্ৰহ আদিত অধিক সফল যে হ'ব এই কথা ধ্ৰুৱপ।

### সংবাদদাতাৰ বাছনি :

গৱেষকজন সকলো দিশৰ পৰা উপযুক্ত হ'লেও তথ্য সংগ্ৰহৰ ক্ষেত্ৰত উপযুক্ত সংবাদদাতাৰ ( informant ) ভূমিকাও উলাই কৰিব নোৱাৰি। নিৰপেক্ষ ( impersonal ) আৰু বস্তুনিষ্ঠ ( objective method ) পদ্ধতিৰ ক্ষেত্ৰত সংবাদদাতাজন আগ্ৰহী হ'ব লাগিব। গৱেষকৰ লগত সংবাদদাতাৰ প্ৰথম সাক্ষাৎ হোৱাৰ ক্ষণটো বৰ তাৎপৰ্যপূৰ্ণ। সংবাদদাতাৰ জন্মস্থান, বাসস্থান, বৃত্তি আদিৰ কথাও গৱেষকে ভালদৰে জানি লব লাগিব। বহু সময়ত নিৰক্ষৰ অঞ্চলত অপৰিচিত লোকৰ প্ৰতি স্বাভাৱিক ধাৰণা নলবও পাৰে। গৱেষকে অতি সতৰ্কতাৰে সেই লোকৰ মাজত নিজৰ কথা ব্যক্ত কৰি ক্ৰমান্বয়ে তেওঁলোকৰ

লগত মিলিবৰ চেষ্টা কৰি কামত অগ্ৰসৰ হ'ব লাগিব। সংবাদদাতাজনে গৱেষণা কৰিব লগীয়া উপভাষীসকলৰ সম্পূৰ্ণ প্ৰতিনিধিত্বকাৰীৰূপে পৰিচিত হ'ব লাগিব, কেৱল বিশেষ সম্পৰ্ক থাকিলেই সংবাদদাতাই সমগ্ৰ অঞ্চলৰ লোকৰ ভাষাৰ প্ৰতিনিধিত্ব কৰিবলৈ সক্ষম নহয়। সংবাদদাতাজন এহাতে সুস্বাস্থ্যৰ গৰাকীও হ'ব লাগিব। তেওঁ উপভাষাটো সলসলীয়াকৈ ( fluently ) ক'ব পৰা হ'ব লাগিব। ধ্বনিৰ শুদ্ধ উচ্চাৰণ, প্ৰবচন, ফকৰা-যোজনা আদিৰ ব্যাখ্যাও তেওঁ ভালদৰে কৰিব পৰা হ'ব লাগিব। সংবাদদাতাজনক তেওঁৰ সহায়ৰ বিনিময়ত গৱেষকে উপযুক্ত পাৰিশ্ৰমিক দিব পাৰিব লাগিব। অৱশ্যে সকলো সংবাদদাতাই পাৰিশ্ৰমিকৰূপে অৰ্থ গ্ৰহণ নকৰিবও পাৰে। তেনেক্ষেত্ৰত গৱেষক আৰু সংবাদদাতাৰ মাজত পৰস্পৰ বুজাবুজিৰ বিনিময়ত এইক্ষেত্ৰত এক সহজ সমাধান সম্ভৱ হ'ব পাৰে। কাৰণ, বহু সংবাদদাতা গৱেষক বন্ধুৰ দৰে হৈ পৰে, কৰ্মচাৰীৰ দৰে নহয়। সেইবাবেই গৱেষকজন সামাজিকভাৱে অভিজ্ঞ হ'ব লাগিব। উপভাষা অধ্যয়নৰ দিশত উল্লেখযোগ্য বাটকটীয়াৰূপে জন পিৰে ৰৌচেলটৰ ( Jean-Pierre Rousselot—১৮৫৬-১৯২৪ ) নাম উল্লেখযোগ্য।

সংবাদদাতাৰ সংখ্যা কিমান হে'বা উচিত এইটো প্ৰশ্ন মন কৰিবলগীয়া। কোনো কোনোৰ মতে সংবাদদাতাৰ সংখ্যা এজন হোৱাই অধিক সুবিধাজনক। আন কিছুমানে কেবাজনো সংবাদদাতা প্ৰয়োজনীয়তাৰ প্ৰতি দৃষ্টিপাত কৰে। সংবাদদাতা এজন বা ততোধিক হওক সেইটো মূল কথা নহয়, গৱেষকে উপযুক্ত সংবাদদাতা বাছি লৈ তথ্য সংগ্ৰহ কিমান দূৰ সফল কাম হ'ল আৰু উপভাষাটোৰ অধ্যয়নত সম্পূৰ্ণ ফলৱতী হ'ব পাৰিলেনে নাই সেইটোহে মনকৰিবলগীয়া।

অৱশ্যে কোনো কোনোৰ মতে এজন মাত্ৰ সংবাদদাতাৰ পৰাই সমগ্ৰ অঞ্চলৰ উপভাষা সম্পৰ্কে সম্পূৰ্ণ তথ্য সংগ্ৰহ কৰিব পৰা সম্ভৱ নহয়। কাৰণ, এজন সংবাদদাতাৰ ক্ষেত্ৰত সকলোখিনি প্ৰয়োজনীয় অৰ্হতা নাথাকিবও পাৰে। বহুকেইজন সংবাদদাতাৰ পৰা বিভিন্ন দিশৰ তথ্য সংগ্ৰহ কৰিব পৰা হ'ব পাৰে। উদাহৰণস্বৰূপে, এজন বৰ ভাল সাধুকথা কোৱাত পাৰদৰ্শী, আন এজন শব্দ প্ৰয়োগৰ ক্ষেত্ৰত পাৰদৰ্শী, বেলেগ এজন হয়তো শব্দ-উচ্চাৰণৰ ক্ষেত্ৰত অধিক পাৰদৰ্শী হ'ব পাৰে। অৱশ্যে সকলো সংবাদদাতাৰ লগত যে একেলগেই গৱেষকে তথ্য সংগ্ৰহ কৰিব লাগিব এনে নহয়। উইলিয়াম লাবভ্ (William Labov) নামৰ ভাষাবিদ এজনে ইংৰাজী ভাষাৰ অধ্যয়ন কৰোঁতে ( মাৰ্থাৰ ভিনেয়াৰ্ড, মাচাচুচেটচ্ দ্বীপৰ ) ব্যক্তিগতভাৱে সাক্ষাৎ লওঁতে কোনো জটিলতাৰ সন্মুখীন হোৱা নাছিল।[৪] তেওঁ জনসাধাৰণৰ স্বাভাৱিক ভাষাৰ সংগ্ৰহৰ প্ৰতি মনোযোগী আছিল।

সংবাদদাতাজন কেনে অৰ্হতাসম্পন্ন হ'ব লাগিব সেইটো দিশৰ প্ৰতিও গৱেষকজনে চিন্তা কৰিব লাগিব। বয়সৰ ক্ষেত্ৰত দেখা যায় ৪।৫ বছৰীয়া শিশু এটিৰপৰা তথ্য সংগ্ৰহ সম্ভৱ নহয়। একেবাৰে অলৰ-অচৰ বৃদ্ধৰ পৰাও ভাষাৰ ক্ষেত্ৰত উপযুক্ত সমল পোৱা সম্ভৱ নহয়। সংবাদদাতাৰ সংখ্যা এজনতকৈ অধিক হ'লে, প্ৰায় ৭।৮ বছৰমানৰ পৰা আৰম্ভ

৪. Samarin, W. J. Field Linguistics, পৃঃ ২৯

কৰি বৃদ্ধ অৱস্থা প্ৰাপ্ত হোৱা আগলৈকে গৱেষকক তথ্যৰ যোগান ধৰিব পাৰে। গতিকে সেই বয়সৰপৰা কেবাটাও স্তৰ ( বয়সৰ ) বিভাজন কৰি সংবাদদাতা বাছি উলিয়াব পাৰি। পুৰুষ সংবাদদাতাতকৈ মহিলা সংবাদদাতা হোৱাৰ অধিক সুবিধা বুলি কোনো কোনোৱে মন্তব্য দিয়ে। পিছপৰা অঞ্চলত মহিলা সংবাদদাতা গ্ৰহণ কৰাটো সম্ভৱপৰ নহ'বও পাৰে। কিন্তু কেৱল পুৰুষ সংবাদদাতাৰ জৰিয়তেহে গৱেষক নিজৰ গৱেষণাত আগবাঢ়িব পাৰিব, এনে মন্তব্যও সম্পূৰ্ণ নিভুৰ্ল বুলিব নোৱাৰি। এনে কিছুমান অঞ্চল আছে যাৰ সমাজ ব্যৱস্থাত মহিলা সংবাদদাতা লোৱাত বিশেষ অসুবিধা নাই। উপভাষাৰ সংৰক্ষণত পুৰুষতকৈ মহিলাৰ ভূমিকা কিন্তু অধিক।

সংবাদাতা সাংস্কৃতিকভাৱে সচেতন লোক হ'ব লাগিব। তদুপৰি ধৈৰ্য, সততা, প্ৰফুল্ল মনৰ অধিকাৰী হ'ব লাগিব। ভাল স্মৃতিশক্তি ( good memory ) সংবাদদাতাৰ এই বিশেষ গুণ থাকিব লাগিব। ভাষাজ্ঞান থকা সংবাদদাতাৰ পৰা গৱেষক অধিক উপকৃত হ'ব পাৰিব।

সংবাদদাতাজনক গৱেষকে উপভাষাৰ সমল সংগ্ৰহ কৰোঁতে প্ৰশিক্ষণৰ দ্বাৰা সক্ৰিয় কৰি তুলিব পাৰিব লাগিব। প্ৰথম অৱস্থাত কিবা ভুল কৰিলেও পিছলৈ সেইখিনি শুধৰ'ই ল'ব পাৰিব লাগিব। উপভাষা অধ্যয়নৰ ক্ষেত্ৰত সম্পূৰ্ণ দায়িত্ব গৱেষকজনৰ। গতিকে গৱেষণাত সম্পূৰ্ণ কৃতকাৰ্য হ'বলৈ হ'লে সংবাদদাতাক সম্পূৰ্ণ প্ৰশিক্ষণৰ দ্বাৰা সক্ৰিয় কৰিবই লাগিব।

সংবাদদাতাৰ জৰিয়তে উপভাষা অধ্যয়ন কৰাৰ লগে লগে আৰু আৱশ্যকীয় কেইটিমান দিশৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰিব লাগিব। এবাৰ সংগ্ৰহ কৰা সমল যাতে হেৰাই নাযায় তাৰ প্ৰতি সচেতন হ'ব। তথ্য সংগ্ৰহ কৰি তাক লিপিবদ্ধ কৰিবৰ বাবে চেষ্টা কৰাৰ লগে লগে কি কি আহিলাৰ দ্বাৰা তেনেদৰে সংৰক্ষণ কৰিব পৰা যাব তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। প্ৰথম অৱস্থাতেই উপভাষাৰ ধ্বনি, ৰূপ, শব্দ আদিৰ নিখুঁত বিৱৰণ পাব নোৱাৰি।

**টেপ ৰেকৰ্ডাৰ আৰু টাইপ ৰাইটাৰ**

প্ৰথম অৱস্থাত সাধুকথা, প্ৰশ্নোত্তৰ বা আন কিছুমান বাক্য সংগ্ৰহ কৰিব লাগিব। তাৰবাবে টেপ্-ৰেকৰ্ড আৰু টাইপ-মেচিনৰ একান্ত প্ৰয়োজন। সংবাদদাতাই কৈ যোৱা কথাবোৰ টেপ্-ৰেকৰ্ডাৰৰ জৰিয়তে ৰাখি যোৱাৰ পিছত ইয়াক পুনঃপুন বজাই শুনি লিখিত ৰূপত সজাই যাব লাগে। প্ৰয়োজন অনুসৰি টাইপ মেচিনৰ জৰিয়তে কিছু কিছু অংশ টাইপ কৰিও যাব লাগে। পশ্চিমীয়া দেশসমূহত দ্বিতীয় মহাসমৰৰ পৰা টেপ্-ৰেকৰ্ডাৰৰ জৰিয়তে উপভাষা অধ্যয়নৰ পদ্ধতি অৱলম্বন কৰা হৈছে। ধ্বনিসমূহৰ প্ৰয়োগ আৰু উচ্চাৰণৰ ক্ষেত্ৰত এই পদ্ধতিয়ে যথেষ্ট পৰিমাণে সহায় কৰে।

উপভাষা অধ্যয়নত অভিধানৰ ( dictionary ) প্ৰয়োজনৰ দিশটো উলাই কৰিব নোৱাৰি। অভিধান নহ'লে কিছু ক্ষেত্ৰত অসুবিধাই দেখা দিব পাৰে। উপভাষাৰ পাঠ ( Text ) সংগ্ৰহ কৰিবলৈ হ'লে তিনিটা প্ৰধান উপায় আছে—সংবাদদাতাৰ লিখনিৰ দ্বাৰা, গৱেষকক দিয়া শ্ৰুতিলিপিৰ দ্বাৰা আৰু টেপ ৰেকৰ্ডাৰৰ দ্বাৰা। প্ৰথম দুয়োবিধ পাঠ সংগ্ৰহৰ পদ্ধতি ত্ৰুটিশূন্য নহবও পাৰে।

**অভিধান**

সংবাদদাতাজনৰ উচ্চাৰণত কিবা আসোঁৱাহ থাকিব পাৰে বাবে গৱেষকে পুনৰ এবাৰ নিৰীক্ষণ কৰাৰ প্ৰয়োজন হয়। শ্ৰুতলিপিৰ দ্বাৰা তথ্য সংগ্ৰহৰ ক্ষেত্ৰতো একেধৰণৰ সমস্যাই দেখা দিব পাৰে। লিপ্যন্তৰৰ ভুলৰ বাবে উপভাষাটোৰ তথ্য সংগ্ৰহত ভুল-ভ্ৰান্তি থাকিলে গৱেষণা নিৰ্ভুল বুলি ক'ব নোৱাৰি। অৱশ্যে প্ৰথম অৱস্থাত শ্ৰুতলিপিৰ দ্বাৰাইহে ভাষাৰ চানেকি সংগ্ৰহ কৰিব লাগিব। বৰ্তমানে টেপ্-ৰেকৰ্ডাৰৰ জৰিয়তে উপভাষাৰ তথ্য সংগ্ৰহ অতি সহজসাধ্য হৈ উঠিছে। প্ৰথম অৱস্থাত কিছুমান শব্দ উচ্চাৰণ কৰিবলৈ দিব লাগে, দ্বিতীয়তে বাক্য গঠনৰ প্ৰণালীটো আয়ত্ত কৰিবলৈ চেষ্টা কৰিব লাগে। তাৰপিছত প্ৰশ্নোত্তৰ, সাধুকথা আদি টেপ্ ৰেকৰ্ডাৰৰ জৰিয়তে ধৰি ৰাখি বাৰে বাৰে বজাই শুনি তাক লিপিবদ্ধ কৰাৰ চেষ্টা কৰিব লাগে। টাইপ মেচিনৰ দ্বাৰা উপভাষাটোৰ প্ৰয়োজনীয় সকলো তথ্য আদি শৃঙ্খলাবদ্ধভাৱে সজাই যাব লাগে।

টেপ্ ৰেকৰ্ডাৰৰ জৰিয়তে তথ্য-সংগ্ৰহ কৰোঁতেও কিছুমান দিশৰ প্ৰতি মনোযোগ দিব লাগিব। শ্ৰুতি-বিজ্ঞানৰ প্ৰতি বিশেষ সতৰ্কতা অৱলম্বন কৰিব লাগিব। শব্দ-গ্ৰহণৰ সময়ত কোনো ধৰণৰ হাই-উৰুমি হ'ব নালাগিব। এইখিনিতে লিপ্যন্তৰৰ ( Transcription ) কথাও মনত ৰাখিব লাগিব। কাৰণ, টেপ্-ৰেকৰ্ডাৰৰ পৰা শব্দ বা বাক্যসমূহ শুনি শুনি লিপিবদ্ধ কৰোঁতেও আনৰ সহায় ( সংবাদদাতা বা আন লোকৰদ্বাৰা ) লব লগা হয়। লিপ্যন্তৰ হ'ল দীৰ্ঘম্যাদি আৰু পৰিশ্ৰমৰ কাম। এই ক্ষেত্ৰত যাতে ভুল নহয় তাৰ বাবে বিশেষ মন কৰাৰ প্ৰয়োজন।

লিপ্যন্তৰ

টাইপ ৰাইটাৰ, টেপ-ৰেকৰ্ডাৰ আদিৰ জৰিয়তে উপভাষাৰ কেঁচা-সামগ্ৰীখিনি প্ৰথমতে সংগ্ৰহ কৰাৰ পিছত শৃঙ্খলাবদ্ধভাৱে উপভাষাটোৰ বৈশিষ্ট্যসমূহ বাছি উলিওৱা বৰ কষ্টসাধ্য কাম। কথিত পাঠৰ ( Spoken Text ) পৰা যি হতু উপভাষাৰ পাঠোদ্ধাৰ কৰিব লগীয়া হয়, সেইবাবেই গৱেষকজন প্ৰশিক্ষণপ্ৰাপ্ত হ'ব লাগে। বিশেষভাৱে ধ্বনিগত প্ৰশিক্ষণ গ'ৱেষকজনৰ বাবে অতি প্ৰয়োজন। প্ৰথমে ধ্বনিৰ ক্ষেত্ৰত প্ৰয়োজনীয় তথ্যসমূহ উলিয়াই ল'ব লাগিব। উপভাষাটোৰ সকলো ধ্বনি তৎক্ষণাৎ উলিওৱা সম্ভৱ নহয়। লিখিত ভাষা বা মান্যভাষ'ৰ ধ্বনিসমূহৰ বিষয়ে গৱেষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। তেতিয়া উপভাষাটোৰ ধ্বনি বাছি উলিওৱা সহজ হ'ব। কাৰণ, উপভাষাটো মান্যভাষাৰপৰা একেবাৰেই পৃথক নহয়। কিছু কিছু ক্ষেত্ৰত হয়তো ধ্বনি-উচ্চাৰণৰ তাৰতম্য থাকিব পাৰে। উপভাষাটোৰ ধ্বনিৰ তালিকা প্ৰস্তুত কৰি তাৰ উচ্চাৰণৰ স্থান ( place of articulation ) আৰু উচ্চাৰণ কৰণ ( manner of articulation ) প্ৰস্তুত কৰিব লাগে। উচ্চাৰণৰ ক্ষেত্ৰত এটি জটিলতা এইখিনিতে আহি পৰে। গৱেষকজনে সেই উপভাষাৰ ধ্বনিসমূহ নিজৰ জিভাৰে উচ্চাৰণ কৰিবলৈ অসুবিধাও পাব পাৰে। তেনে ক্ষেত্ৰত আনৰ হতুৱাই ( সেই উপভাষী ) ধ্বনিৰ উচ্চাৰণ কৰিবলৈ দিব লাগে। ধ্বনিসমূহৰ ক্ষেত্ৰত স্বৰধ্বনি ( Vowel ) আৰু ব্যঞ্জনধ্বনিৰ ( Consonant ) তালিকা প্ৰস্তুত কৰোঁতে অতি সতৰ্কতা অৱলম্বন কৰা উচিত। বাৰে বাৰে কৰা উচ্চাৰণৰ দ্বাৰা ধ্বনিৰ প্ৰয়োগৰ স্পষ্ট ধাৰণা হোৱাৰ পিছত ধ্বনিগত অন্যান্য দিশবোৰ পৰ্যালোচনা কৰিব লাগে। শ্বাসাঘাত ( stress ) ধ্বনিতাত্ত্বিক বৈশিষ্ট্যৰ ক্ষেত্ৰত মনকৰিবলগীয়া দিশ। ই সম্পূৰ্ণ উচ্চাৰণপ্ৰয়ী।

একোটা শব্দৰ উচ্চাৰণত প্ৰয়োগ হোৱা ধ্বনিসমূহৰ সকলোতে জোৰ নপৰে। কিছুমান শব্দ এক অক্ষৰযুক্ত, কোনোটো শব্দ দুটা অক্ষৰযুক্ত, কোনোটো ততোধিক অক্ষৰযুক্ত। তেনেক্ষেত্ৰত বিভিন্ন অক্ষৰত শ্বাসাঘাত পৰাৰ ওপৰত ভাষাটোৰ মূল ধ্বনিগত বৈশিষ্ট্য অন্তৰ্নিহিত হৈ থাকে। বেলেগ বেলেগ ভাষাৰ শ্বাসাঘাত প্ৰণালীও বেলেগ বেলেগ। আনহে নালাগে মান্যভাষাটোৰ লগত উপভাষাবোৰৰ শ্বাসাঘাত অমিল থাকিব পাৰে। পৃথিৱীৰ বহুভাষাৰ ক্ষেত্ৰতে এইকথা প্ৰযোজ্য। সুৰলহৰ (intonation), সন্ধি (juncture) আদিৰ প্ৰতিও মনোযোগ দিব লাগিব। ধ্বনিৰ পৰিবৰ্তন ভাষাৰ এক বিশেষ বৈশিষ্ট্য। উপভাষা অধ্যয়নত এইবিলাক দিশৰ প্ৰতিও দৃষ্টি নিক্ষেপ কৰিব লাগিব।

ধ্বনিতাত্ত্বিক দিশৰ শৃঙ্খলাবদ্ধ ৰূপ প্ৰস্তুত কৰাৰ পিছতে উপভাষাৰ ব্যাকৰণৰ দিশটো (ৰূপতাত্ত্বিক) অনুধাৱন কৰিব লাগিব। বৈয়াকৰণিক বিশ্লেষণ ভাষাৰ বৰ প্ৰয়োজনীয় দিশ। ব্যাকৰণৰ অধ্যয়ন শব্দগত (syntactical) অধ্যয়নৰ দিশটোৰ লগত জড়িত। কাৰণ, শব্দসমূহৰ তালিকা প্ৰস্তুত কৰি লৈহে ৰূপতাত্ত্বিক বৈশিষ্ট্যসমূহ বিচাৰি উলিয়াব পৰা যাব। গতিকে সমান্তৰালভাৱে শব্দ আৰু ৰূপৰ অধ্যয়নৰদ্বাৰা দুয়ো দিশৰ শৃঙ্খলাবদ্ধ ৰূপ উলিয়াব পৰা যাব। বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, নিৰ্দিষ্টতাবাচক প্ৰত্যয়, পুৰুষ, লিঙ্গ, বচন, বহুবচনাত্মক প্ৰত্যয়, কাল, কাৰক আদি বৈয়াকৰণিক দিশটোক বিচাৰি উলিয়াওঁতে বহু সময়ত ভুল হোৱা স্বাভাৱিক। সেইক্ষেত্ৰত বাৰে বাৰে তুলনা কৰি শুদ্ধ ৰূপটো বিচাৰি উলিয়াবলৈ চেষ্টা কৰিব লাগিব। কেতিয়াবা গৱেষকজনৰ মনস্তাত্ত্বিক দিশ, তেওঁৰ নিজৰ ভাষাৰ প্ৰভাৱ আদিয়েও ভুলৰ সৃষ্টি কৰিব পাৰে। কেতিয়াবা আকৌ সংবাদদাতাজনৰ ভুলৰ বাবে ভুল তথ্য সংগৃহীত হ'ব পাৰে। গতিকে পুনঃ পুনঃ বিশ্লেষণেহে ভুলবিলাক আঁতৰোৱাত সহায় কৰিব। ক্ৰিয়া-পদ্ধতি (verb-system) ৰূপতত্ত্বৰ এক বিশেষ দিশ। একোটা ভাষাৰ ক্ৰিয়াৰূপে ভাষাটোৰ গাঠনিৰ এটি অংশ সামৰি ৰাখিছে। উপভাষা অধ্যয়নত এই কথা মনত ৰাখিব লাগিব।

শব্দমালা আৰু বাক্যগঠনৰ প্ৰণালীৰ ক্ষেত্ৰত উপভাষাটোৰ নিজা বৈশিষ্ট্য সংৰক্ষিত হয়। গতিকে শব্দমালা (vocabulary) প্ৰস্তুত কৰাৰ লগে লগে বাক্য গঠনৰ পদ্ধতিটোৰো আলোচনা থাকিব লাগিব। এইখিনিতে অৰ্থতত্ত্বৰ (semantics) কথাও মনত ৰাখিব লাগিব।

ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক, শব্দতাত্ত্বিক দিশৰ অধ্যয়ন সমাপ্ত হোৱাৰ লগে লগেই উপভাষাটোৰ শব্দকোষ বা অভিধান (lexicon) ৰচনা কৰা বৰ প্ৰয়োজনীয় কাম। শব্দকোষ ৰচনাৰ কামটো উপভাষা অধ্যয়নৰ প্ৰাৰম্ভিক স্তৰৰ পৰাই আৰম্ভ কৰিব লাগে।

শব্দকোষৰ এক পৃথক ভাগ কৰি গৱেষণা গ্ৰন্থৰ বা অধ্যয়ন কৰা উপভাষাৰ গ্ৰন্থৰ শেষৰ ফালে দেখুৱাব পাৰি। অৱশ্যে শব্দৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ কৰিহে এই শব্দকোষ গাঁথি দিব পাৰি। বহু সংখ্যক হ'লে পৃথক শব্দকোষ বা অভিধানৰূপেও প্ৰকাশ কৰিব পাৰি যাতে উপভাষা সম্বন্ধে আগ্ৰহীসকলে প্ৰকৃত শব্দ আৰু অৰ্থৰ সন্ধেদ পাব পাৰে। উপভাষাটোৰ সম্পৰ্কে সম্পূৰ্ণ জ্ঞান আহৰণ কৰিবৰ বাবে উপভাষাৰ সকলো দিশ অধ্যয়ন

কৰিব লাগিব। উপভাষাতত্ত্ব উপভাষা অধ্যয়নৰ পথ প্ৰদৰ্শক। আৰু এটি দিশৰ কথা উল্লেখ নকৰিলে উপভাষাতত্ত্বৰ আলোচনা সম্পূৰ্ণ নহব। উপভাষা প্ৰচলিত অঞ্চলৰ ভৌগোলিক পৰিসীমা (geographical boundary) জানিবৰ বাবে মানচিত্ৰৰো আৱশ্যকতা আছে। ভৌগোলিক পৰিসীমা কিমান, জনসংখ্যা কিমান আদি পৰিসংখ্যা নিৰ্ণয় কৰিবৰ বাবে প্ৰয়োজনীয় মানচিত্ৰ আঁকি স্পষ্ট ধাৰণাৰ যোগান ধৰিব পাৰি। প্ৰয়োজন অনুসৰি কেমেৰা আদি অন্যান্য সামগ্ৰীৰো সহায় লব লাগে।

মানচিত্ৰৰ প্ৰয়োগ

**উপভাষাতত্ত্ব আৰু ভাষাগত সূত্ৰ:**

উপভাষা তত্ত্ব ভাষাতত্ত্ব ৰ এটি দিশ মাথোন। উপভাষা অধ্যয়নত গবেষকজনৰ যদিও ভাষা সম্বন্ধে সম্পূৰ্ণ জ্ঞান থাকে তথাপি কেতিয়াবা কেতিয়াবা তাৰ ভিতৰতো ভুল-ক্ৰটি থাকিব পাৰে। একেবাৰে শেহতীয়া ভাষাগত সূত্ৰ আদিৰ ক্ষেত্ৰত তেওঁৰ সম্পূৰ্ণ ধাৰণা নাথাকিবও পাৰে। তেনেবিলাক ক্ষেত্ৰত ভাষাগত সূত্ৰাদিৰ প্ৰয়োজনীয়তা আছে অৱশ্যে এইটো কথা ঠিক যে ভাষাতাত্ত্বিক সূত্ৰই উপভাষাতত্ত্বত সকলো সময়তে সঁহাৰি নজনাবও পাৰে। কিন্তু কেতিয়াবা কেতিয়াবা ইয়াৰ প্ৰয়োজন উলাই কৰিব নোৱাৰি। এইক্ষেত্ৰত নব্য বৈয়াকৰণিকসকলৰ প্ৰকল্প ( hypothesis ) আদি উল্লেখযোগ্য।[৫] ভাষাৰ ক্ষেত্ৰত যিদৰে কিছুমান ধৰাবন্ধা ৰীতি আছে, পৰিবৰ্তনৰ ধাৰা বা নিয়ম আছে উপভাষাৰ ক্ষেত্ৰতো থাকিব পাৰে। উপভাষাতত্ত্বৰ ক্ষেত্ৰত বাটকটীয়া ৱেঙ্কাৰৰ ( Wenker ) 'Deutscher Sprachatlas' আৰু গিল্লিআৰচনৰ ( Gillerson ) 'Atlas linguistique de la France'—নব্য বৈয়াকৰণিকৰ প্ৰকল্পৰ অন্তৰ্গত হয়। ভাষাগত সূত্ৰসমূহ সাধাৰণতে ভাষাবিদৰ দ্বাৰাই প্ৰতিষ্ঠিত হয়। আধুনিক উপভাষাতত্ত্বৰ আৰম্ভণি প্ৰাচীন নহয়, একেবাৰেই নতুন। কাৰণ, ঊনবিংশ শতাব্দীৰ শেষাৰ্ধৰ পৰাহে ইয়াৰ আৰম্ভণি হয়। ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দতত্ত্ব, অৰ্থ, শব্দকোষ আদি সকলোক্ষেত্ৰতে উপভাষাৰ তাৰতম্য মনকৰিবলগীয়া। উপভাষাতত্ত্ব আৰু ভাষাগত সূত্ৰৰ মাজৰ সম্বন্ধৰ ক্ষেত্ৰত ধ্বনিতত্ত্বই বিশেষ ভূমিকা গ্ৰহণ কৰে। উপভাষাগত ধ্বনিতত্ত্বৰ প্ৰধান বিভাজন চাৰিধৰণে কৰা হৈছে: পৰম্পৰাগত ( traditional ), গঠনমূলক ( structural ) বংশগত ( generative ) আৰু সমাজ ভাষাতাত্ত্বিক ( sociolinguistic )। পৰম্পৰাগত প্ৰণালী হ'ল ঐতিহাসিক ( diachronic ) আৰু বিষয়কেন্দ্ৰিক ( itemcentred ) গঠনমূলক হ'ল বৰ্ণনাত্মক আৰু পদ্ধতিকেন্দ্ৰিক ( system centred ), বংশগত প্ৰণালী ঐতিহাসিক, বৰ্ণনাত্মক আৰু নিয়মকেন্দ্ৰিক ( rule-centred ) আৰু সমাজ ভাষাতাত্ত্বিক প্ৰণালীও ঐতিহাসিক বৰ্ণনাত্মক আৰু বক্তাকেন্দ্ৰিক ( speaker-centred )।

ঊনবিংশ শতিকাৰ ঐতিহাসিক আৰু তুলনামূলক ভাষাতত্ত্বৰ পৰা পৰম্পৰাগত উপভাষাতত্ত্বৰ আৰম্ভণি ঘটে। এই উপভাষাতত্ত্বৰ ক্ষেত্ৰত কেবাটাও প্ৰয়োজনীয় দিশ নিহিত হৈ আছে। প্ৰথমতে, কিছুমান উপভাষা বা সম্পৰ্কিত ভাষা আগৰ প্ৰাচীন বা প্ৰত্ন-ভাষাৰ পৰা উদ্ভৱ হোৱা, দ্বিতীয়তে, ধ্বনিতাত্ত্বিক ভেদ যান্ত্ৰিক ( mechanical ), পদ্ধতিমূলক ( systematic )

পৰম্পৰাগত উপভাষাতত্ত্ব

৫. Francis, W. N. Dialectology, পৃ. ১৪৬

ধ্বনি পৰিবৰ্তনৰ পৰা উদ্ভৱ হোৱা ; তৃতীয়তে, এই ধ্বনি পৰিবৰ্তন পদ্ধতিগত হ'লেও, বিভিন্ন সম্প্ৰদায়ৰ পৰা বিভিন্ন ধৰণে অহা সত্ত্বেও মূলত সমগোত্ৰীয় ; চতুৰ্থতে, প্ৰত্যেক সমগোত্ৰীয় ভাষাৰ পৰা উপভাষাৰ বিকাশ হ'ব পাৰে আৰু প্ৰত্যেক প্ৰাচীন জননী ভাষাৰ পৰা নতুন নতুন ভাষাৰ উদ্ভৱ হ'ব পাৰে। পৰম্পৰাগত উপভাষাতাত্ত্বিক প্ৰায়ে সূত্ৰৰ ওপৰত নিৰ্ভৰশীল। উপভাষা কেনেকৈ নিৰ্ধাৰণ কৰিব পাৰি বা এটা উপভাষাৰপৰা আন এটা উপভাষাক কিহে পৃথক কৰি দেখুৱাই দিয়ে অথবা উপভাষাৰ ভৌগোলিক পৰিসীমা নিৰ্ধাৰণ কেনেকৈ কৰা যায় আদি পৰম্পৰাগত উপভাষাতত্ত্বৰ আলোচ্য বিষয়।

একোজন স্থানীয় লোক উপভাষিক পৃথকতাৰ দিশত জ্ঞাত হ'লেও তেওঁ উপভাষা অধ্যয়ন অথবা নিৰীক্ষণ নকৰিবও পাৰে। কিন্তু এইটো কথা স্পষ্ট যে বিভিন্ন উপভাষাৰ ক্ষেত্ৰত শব্দ বা উচ্চাৰণ আদি পাৰ্থক্য থাকিবই। ঐতিহাসিক দৃষ্টিকোণেৰে বিষয়ৰ ওপৰত আলোকপাত কৰিহে পৰম্পৰাগত উপভাষা তত্ত্ব আগবাঢ়ি যায়। প্ৰকৃততে এনেধৰণৰ আলোচনা অধ্যয়ন আদি বিংশ শতাব্দীতহে উদ্ভৱ হয়, অৰ্থাৎ ভাষাতত্ত্বৰ ইতিহাসত একেবাৰেই শেহতীয়া আৰু নতুন সংযোজন। কিন্তু চুইচ উপভাষাতাত্ত্বিক গে'চাটে ( Gauchat ) এই দিশত ১৯০৩ চনতে প্ৰকাশিত প্ৰবন্ধত পৰম্পৰাগত উপভাষাতত্ত্বৰ দিশত ইন্ধন যোগাই গৈছে।

গঠনমূলক উপভাষাতত্ত্ব পৰম্পৰাগত দিশতকৈ কিছু পৃথক। ই উপভাষাৰ গঠনৰ দিশটোত আলোকপাত কৰে। বৰ্ণনাত্মক হোৱাৰ লগে লগে ই পদ্ধতি কেন্দ্ৰিক। গঠনমূলক উপভাষাৰ প্ৰধান বৰঙণি হ'ল সাধাৰণভাৱে গঠনৰ অধ্যয়নতকৈ একোটা সমষ্টিৰ ( unit ) অনুৰূপ তুলনাত গঠন পদ্ধতিত গুৰুত্ব আৰোপ কৰা। চচাৰেৰ ( ১৯১৫ ) সময়ৰ পৰাই গঠনমূলক ভাষাতত্ত্বৰ বিকাশ ঘটে। তেওঁৰ পিছত গিল্লিয়াৰ্চন ( Gillierson ) আৰু জেবাৰ্গ ( gaberg ) আৰু উৰিয়েল ৱিনৰিচ ( Uriel Weinreich ) এই দিশৰ উল্লেখযোগ্য ভাষাতাত্ত্বিক। শেহৰজন ভাষাতাত্ত্বিকে গঠনমূলক উপভাষাতত্ত্বৰ দিশত অনেক প্ৰশ্নৰ উত্থাপন কৰি তাৰ সমাধানো নিৰ্ণয় কৰি গৈছে। বহু উপভাষাতাত্ত্বিকে বিভিন্ন উপভাষাৰ সমস্যাৰ ক্ষেত্ৰত গঠনমূলক পদ্ধতিৰ আশ্ৰয়তে অধ্যয়ন চলাই গৈছে। ভাষাগত সূত্ৰৰ দিশত এক নব্য বৈপ্লৱিক পদ্ধতিক আধাৰৰূপে লৈ চচাৰেৰ দিনৰপৰা বিভিন্ন গঠনবাদী ভাষাবিদে উপভাষাৰ ক্ষেত্ৰতো নতুন দৃষ্টিভংগীৰ সূচনা কৰিব পাৰিছে।

**গঠনমূলক উপভাষাতত্ত্ব**

ভাষাগত সূত্ৰৰ দিশত বংশগত উপভাষাতত্ত্বৰো বিশেষ ভূমিকা আছে। ই ঐতিহাসিক আৰু বৰ্ণনাত্মক দুয়োটা দিশেই সামৰি লৈছে আৰু বিশেষ নিয়মৰ অৱলম্বনত ভাষাৰ অধ্যয়নৰ পথ দেখুৱাইছে। এনে ধৰণৰ অধ্যয়নত বিশেষভাৱে বাক্যবিন্যাসৰ ( syntax ) ক্ষেত্ৰত ১৯৫০ খৃষ্টাব্দৰ পিছৰপৰাই গঠনবাদৰ পৰিবৰ্তনৰ পৰাই আৰম্ভ হয়। চমস্কিৰ 'syntactic structure' ( ১০৫৭ ) বংশগত আৰু ৰূপান্তৰ ক্ষেত্ৰ ( transformational ) উভয়কে সামৰি লোৱা এক পূৰ্ণাঙ্গ ব্যাকৰণ। বংশগত সূত্ৰই ভাষাৰ শব্দকোষ, বাক্য অৰ্থ আৰু ধ্বনি এই সকলো দিশৰ ধাৰণা স্পষ্ট কৰি দেখুৱায়। বিশেষভাৱে ধ্বনিতত্ত্বৰ ( phonology ) দিশটোহে

**বংশগত উপভাষাতত্ত্ব**

অধিক মনকৰিবলগীয়া। পৰম্পৰাগত আৰু গঠনমূলক ধ্বনিতত্ত্বই আধৰুৱা কৰি ৰথা দিশসমূহ বংশগত ধ্বনিতত্ত্বই স্পষ্ট ক'ৰি দেখুৱাব পাৰে। সমগ্ৰ ইউৰোপীয় ভাষাতত্ত্বৰ বুৰঞ্জীত বংশগত অধ্যয়নৰ দিশটোক গুৰুত্ব আৰোপ কৰা হৈছে। গ্ৰীক উপভাষা বিশেষভাৱে হেলেনিক 'কোইনে'ৰ (Koine) অধ্যযনত ঐতিহাসিক আয়তনৰ (historical dimention) কথা সংযোজন কৰা হৈছে—যি 'কোইনে' বৰ্তমানৰ প্ৰায় সমগ্ৰ গ্ৰীক উপভাষাসমূহৰ মূলৰূপে নিৰ্ণিত কৰা হৈছে।[৩] উপভাষা অধ্যয়নৰ বেলিকা বংশগত প্ৰণালীৰ দ্বাৰা জটিল তথ্যাদিৰ সম্ভেদ পোৱা সম্ভৱপৰ হয়।

উপভাষা তত্ত্বৰ ক্ষেত্ৰত সমাজ-ভাষাতাত্বিক দৃষ্টিভংগী ইতিমধ্যে উল্লেখ কৰা দিশসমূহতকৈ পৃথক। অৱশ্যে এটা কথা স্পষ্ট যে গঠনমূলক বা বংশগত সূত্ৰ আদি সমাজ ভাষাতাত্বিক তথ্যৰ ওপৰতহে নিৰ্ভৰশীল। কিন্তু পৰম্পৰাগত উপভাষাতাত্বিক যেতিয়া প্ৰধানভাৱে স্থানীয় উপভাষাৰ সৈতে জড়িত হৈ পৰে আৰু স্থানীয় উপভাষাৰ লগত মান্যভাষাৰ পাৰ্থক্য আদি আলোচনাত ৰত থাকে, গঠনমূলক উপভাষাতত্ত্ব পদ্ধতিমূলক বৰ্ণনাত্মক দিশত ব্যস্ত থাকে, সমাজ উপভাষাতাত্বিক সকল তেতিয়া প্ৰধানভাৱে সমাজত প্ৰচলিত বিভিন্ন ভাষাৰ প্ৰভেদ আৰু পৰস্পৰে পৰস্পৰৰ লগত থকা সম্বন্ধ নিৰ্ণয়ত ব্ৰতী হৈ থাকে। ভাষাগত সূত্ৰৰ ক্ষেত্ৰত সমাজ-ভাষাতাত্বিক উপভাষা তত্ত্বৰ বিশেষ এক স্থান আছে। ই ঐতিহাসিক বৰ্ণনাত্মক দুয়োা দিশকে সামৰি লোৱাৰ উপৰিও বিশেষভাৱে সমাজত প্ৰচলিত মানুহৰ কোৱা ভাষাৰ ওপৰত নিৰ্ভৰশীল।

সমাজ ভাষা তত্ত্ব

সমাজ ভাষাতাত্বিক দিশটো প্ৰধানভাৱে পৰম্পৰাগত উপভাষাতত্ত্বৰ ওপৰত নিৰ্ভৰ কৰে বুলিব পাৰি। জনসংখ্যাৰ নমুনা, ভাষাৰ আহিঁ, তথ্য সংগ্ৰহৰ কৌশল আৰু তথ্যৰ উপস্থাপন আদি ইয়াৰ প্ৰতিক্ৰিয়া স্বৰূপ। সমাজ স্থাপনৰ প্ৰক্ৰিয়া আৰম্ভণিৰ মূলতে আছে মানৱ ইতিহাসৰ বিৱৰ্তন। সমাজৰ মানুহৰ ভাষাৰ অধ্যয়ন কৰোঁতে সামাজিক শ্ৰেণী, বযস, লিঙ্গ, বৃত্তি, শিক্ষা, সমাজ-অৰ্থনৈতিক স্তৰ আদিৰ কথা উল্লেখ থাকিব লাগিব। সমাজ ভাষাতাত্বিক অধ্যযনৰ দিশত সমাজত বসবাস কৰা মানুহৰ ভাষাৰ অধ্যয়নহে মূল কথা যদিও আনুসঙ্গিক কিছুমান দিশো নোহোৱা নহয়। উপভাষাতত্ত্বৰ দিশত সমাজ ভাষাতাত্বিক সূত্ৰৰ ক্ষেত্ৰত মত আগবঢ়োৱা উইলিয়াম লাবভ্ (William Labov—১৯৬০) আৰু পিটাৰ—ট্ৰাড্গিলৰ (Peter trudgill—১৯৭৪) নাম উল্লেখযোগ্য। লাবভে নিউইয়ৰ্ক চহৰৰ ভাষা আৰু ট্ৰাড্গিলে নৰউইচৰ ভাষাৰ অধ্যযনৰ দ্বাৰা সমাজভাষাতাত্বিক উপভাষাতত্ত্বৰ দ্বাৰ উন্মোচন কৰে বুলিব পাৰ। অৱশ্যে পৰম্পৰাগত গঠনমূলক আৰু বংশগত উপভাষাতত্ত্বৰ গাত আঁউজিহে সমাজভাষাতাত্বিক দৃষ্টিকোণেৰে আগবাঢ়িব পাৰি। ধাৰণা বা অনুভৱ (assumption), পদ্ধতি (method) আৰু ফলাফল (result)—সমাজ ভাষাতাত্বিক উপভাষাত অপৰিহাৰ্য। কাৰণ কোনো একোখন সমাজৰ উপভাষা অধ্যয়ন কৰোঁতে প্ৰথমতে সেই ক্ষেত্ৰত আপোন অনুভৱ বা ধাৰণাৰ আশ্ৰয় লৈহে বিশেষ পদ্ধতি অৱলম্বন কৰি ফলাফলত উপনীত হ'ব পৰা যায়।

---

৩. Francis, W. N.: Dialectology, পৃ. ১৯১

উপভাষা অধ্যয়নৰ জৰিয়তে পৃথিৱীৰ বিভিন্ন ভাষাসমূহৰ অধ্যয়নত অধিক অগ্ৰগতি লাভ কৰিব পাৰি। একো একোটা ভাষাৰ সম্পূৰ্ণ জ্ঞান আহৰণ অসম্পূৰ্ণ হৈ ৰয় যদিহে সেই ভাষাৰ আঞ্চলিক ৰূপবোৰৰ ( উপভাষা ) সম্বন্ধে বিস্তৃত জ্ঞান নাথাকে। আদান-প্ৰদানৰ মাধ্যমৰূপ উপভাষাই এই ক্ষেত্ৰত মান্যভাষাৰ বিশেষ বৈশিষ্ট্য কিছুমান সংৰক্ষিত কৰি ৰাখে। উপযুক্ত অধ্যয়নৰ অভাৱত বহু উপভাষা লুপ্ত হোৱাৰ পথতো অগ্ৰসৰ হ'ব পাৰে।

**উপভাষাৰ সংৰক্ষণ আৰু সংমিশ্ৰণ ঃ** উপভাষা সৃষ্টিৰ মূল কাৰণসমূহ থূলমূলভাৱে এই অধ্যায়ৰ প্ৰাৰম্ভণিতে উল্লেখ কৰা হৈছে। উপভাষা অধ্যয়নৰ প্ৰয়োজনীয় দিশসমূহো ইতিমধ্যে আলোচনা কৰা হৈছে। উপভাষা কেতিয়াবা কেতিয়াবা অৱনতিৰ ফালে আগবাঢ়ে। কেতিয়াবা ভাষাৰ অখণ্ড ( মান্য ) ৰূপৰ লগত বহু পৰিমাণে মিশ্ৰিত হৈ যায়। কিন্তু উপভাষা সংৰক্ষণৰ ক্ষেত্ৰতো কিছুমান কাৰণ নিহিত হৈ থাকে। উপভাষা সংৰক্ষণৰ কাৰণ আৰু সংমিশ্ৰণৰ কাৰণ দুটি বিপৰীতমুখী প্ৰক্ৰিয়া। সংমিশ্ৰণ হলেই যে উপভাষা সম্পূৰ্ণৰূপ মৃত্যুমুখী হ'ব এনে নহয়। সংৰক্ষণৰ কাৰণতকৈ সংমিশ্ৰণৰ কাৰণহে অধিক যেন অনুভূত হয়। খণ্ড খণ্ড বা আঞ্চলিক ৰূপৰ সংৰক্ষণত উপভাষা বৰ্তি থাকে আৰু অখণ্ড ৰূপৰ ৰক্ষণত মূল মান্যভাষা অধিক সমৃদ্ধিশালী হয়।

উপভাষা সংৰক্ষণৰ দিশত নিহিত হৈ থকা কাৰণ সমূহ আলোচনা কৰিলে দেখা যাব যে বহুসময়ত আঞ্চলিক ভাষাৰ ৰূপৰ সংৰক্ষণত সেই অঞ্চলৰ লোকৰ সংৰক্ষণশীলতা জড়িত হৈ আছে। মান্যভাষাটোৰ লিখিত ৰূপটো গ্ৰহণ কৰিলেও অনেক লোকে উপভাষাটোৰ কথিত ৰূপটো পৰিহাৰ কৰিবলৈ ইচ্ছুক নহয়। বহুতে ভাষা অধ্যয়নৰ ক্ষেত্ৰ ক্ৰমাৎ বৃদ্ধি পোৱাৰ লগে লগে উপভাষাৰ প্ৰণালীবদ্ধ অধ্যয়নৰ দ্বাৰা তাৰ চিৰস্থায়ী ৰূপ একোটা সংৰক্ষণ কৰিবলৈ সক্ষম হয়। কাৰণ, ভাষাৰ পৰিবৰ্তনশীলতাক বাধা দিয়াৰ ক্ষমতা কাৰো নাথাকে। কথিত ৰূপ বা উপভাষাবোৰৰে মাজে সময়ে পৰিবৰ্তন ঘটি থাকে। গতিকে উপভাষাৰ লিখিত ৰূপৰ অবিহনে তাৰ ঐতিহাসিক প্ৰমূল্য জীয়াই ৰাখিব নোৱাৰে। উপভাষাৰ সংৰক্ষণ আৰু সম্প্ৰসাৰণে মূল মান্যভাষাক বহুসময়ত আৱশ্যকীয় তথ্যৰ সন্ধান দিব পাৰে। কেতিয়াবা কেতিয়াবা সাংস্কৃতিক বা ৰাজনৈতিক কাৰণতো উপভাষা সংৰক্ষিত হৈ থাকিব পাৰে। কাৰণ, একোটা উপভাষা অধ্যুষিত অঞ্চল যদি একোটা ৰাজনৈতিক গোষ্ঠীৰ হাতত থাকে আৰু সেই গোষ্ঠী উপভাষা প্ৰচলনৰ অনুকূলে থাকে, তেনেহলে তাত সেই উপভাষা সংৰক্ষণত কোনো বাধা নাথাকিব। সাংস্কৃতিকভাৱে একেধৰণৰ ( অৰ্থাৎ একেধৰণৰ জীৱন-ধাৰণৰ প্ৰণালী-ৰীতি, নীতি, আচাৰ-ব্যৱহাৰ, ধৰ্ম আদিৰ ক্ষেত্ৰত ) হ'লেও একোটা উপভাষা সেই অঞ্চলত সংৰক্ষিত হৈ থাকিব পাৰে। অৰ্থনৈতিক, বাণিজ্যিক, ভৌগোলিক আদি অন্যান্য গৌণ কাৰণতো উপভাষা সংৰক্ষিত হৈ থাকিব পাৰে।

উপভাষা সংৰক্ষণৰ কাৰণৰ তুলনাত সংমিশ্ৰণৰ কাৰণ অধিক। যাতায়াতৰ সুবিধা, শিক্ষা-দীক্ষাৰ প্ৰসাৰ আদিয়ে উপভাষাৰ সংমিশ্ৰণত সহায় কৰিছে। উপভাষাৰ সৃষ্টিৰ

ক্ষেত্ৰত যিবিলাক কাৰণ নিহিত হৈ থাকে, উপভাষা সংমিশ্ৰণৰ ক্ষেত্ৰত ঠিক তাৰ কিছুমান বিপৰীতধৰ্মী কাৰণৰ উদ্ভব হয়। প্ৰাকৃতিক কাৰণ কিছুমানৰ বাবে উপভাষাৰ সৃষ্টি হোৱা দেখা যায়। কিন্তু প্ৰাকৃতিক প্ৰতিবন্ধকত দূৰীকৰণে উপভাষা সংমিশ্ৰণত সহায় কৰে। ডাঙৰ পৰ্বত-পাহাৰ, নদ-নদী আদি এসময়ত এনেধৰণৰ প্ৰাকৃতিক বাধা আছিল। কিন্তু সভ্যতাৰ, সমাজৰ অগ্ৰগতিৰ লগে লগে এনেবোৰ কাৰণ ক্ৰমাৎ নোহোৱা হ'বলৈ ধৰে। উদাহৰণস্বৰূপে ডাঙৰ নদ-নদীৰ ওপৰেৰে দলং নিৰ্মাণ কৰা হ'ল বা জাহাজ আদিৰে অনায়াসে পাৰ হ'ব পৰা সুবিধা হ'ল। পৰ্বত-পাহাৰ, হাবি-জঙ্গল কাটি দুৰ্গম বাট সুগম কৰা হ'ল। যান-বাহনৰ চলা-ফিৰাৰ দ্বাৰা দূৰ ঠায়ো একেবাৰেই ওচৰৰ হৈ পৰিল। ফলত মানুহৰ আদান-প্ৰদানৰ পৰিসীমা এঠাইতে সীমাবদ্ধ হৈ নাথাকিল।

শিক্ষাৰ অগ্ৰগতি উপভাষা সংমিশ্ৰণৰ আন এক প্ৰধান কাৰণ। বিভিন্ন শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰীসকলে পাঠ গ্ৰহণ কৰে। শিশু অৱস্থাৰে পৰা যুৱাৱস্থালৈকে একোজন ছাত্ৰই বিভিন্ন ধৰণে আদান-প্ৰদানৰ সুবিধা লাভ কৰে। বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়, কেন্দ্ৰীয় শিক্ষানুষ্ঠান আদিত পাঠ গ্ৰহণ কৰোঁতে বিভিন্ন অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ভাবৰ বিনিময় ঘটে। তেওঁলোকে প্ৰত্যেকেই নিজৰ অঞ্চলৰ ভাষাৰ উপাদান কঢ়িয়াই লৈ আহে। ফলত এজনৰ কোৱা ভাষাত আনজনৰ কোৱা ভাষাৰ প্ৰভাৱ পৰে। তেনেদৰেই বহু সময়ত উপভাষা সংমিশ্ৰিত হয়।

বিয়া-বাৰু হৈছে উপভাষা সংমিশ্ৰণৰ অন্য এক প্ৰধান উপায়। কাৰণ, বিয়াৰ দ্বাৰা বহুসময়ত বিভিন্ন অঞ্চলৰ দৰা-কইনাৰ মাজত ভাষাৰ আদান-প্ৰদানে সংমিশ্ৰণ ঘটায়। ইয়াৰ ফলত উপভাষা সংমিশ্ৰণৰ স্থায়িত্ব প্ৰতিষ্ঠা হয় বুলিব পাৰি। কাৰণ, ভাবৰ আদান-প্ৰদানৰ ক্ষেত্ৰত বিয়া-বাৰুৰ দ্বাৰা একোটা নতুন পৰিয়ালৰ জন্ম হয়। মাক-দেউতাকে কোৱা ভাষাৰ প্ৰভাৱ সন্তানৰ প্ৰতি সংক্ৰামিত হয়। তেওঁলোকে মাক দেউতাকৰ এক উমৈহতীয়া ভাষা ক'বলৈ শিকে। শিশুৰ বাবে ভাষা-শিক্ষাৰ প্ৰধান প্ৰথম আলম হ'ল ঘৰখনৰ মাক-দেউতাকেই। শিক্ষানুষ্ঠান বা অন্যান্য পৰিবেশৰ প্ৰভাৱ শিশুৰ গাত ইয়াৰ পিছৰ পৰ্যায়ত'হে আৰম্ভ হয়।

সাহিত্যিক-সকলেও ভাষা সংমিশ্ৰণত ইন্ধন যোগায়। কাৰণ, বহুসময়ত লেখক সকলে মান্যভাষাটোকে লেখনিৰ মাধ্যমৰূপে গ্ৰহণ কৰে। ফলস্বৰূপে সাহিত্যিক ভাষাৰ প্ৰসাৰ আৰু প্ৰচলনে বহু অঞ্চলত প্ৰভাৱ বিস্তাৰ কৰে। তেতিয়া উপভাষাৰ ভেদ কমি যোৱাৰ উপক্ৰম ঘটে। সাহিত্যিকসকলৰ হাতত একোটা জাতিৰ ইতিহাসৰ চাবি-কাঠি লুকাই থাকে বুলিব পাৰি। কাৰণ, ভাষাৰ অগ্ৰগতি, উন্নতি, অৱনতিৰ বুৰঞ্জী নিৰ্ণয় কৰে সাহিত্যিক সকলেই। একোজন মহৎ লেখকেই ভাষাৰ ক্ষেত্ৰত চিৰস্থায়ী ৰূপ প্ৰদান কৰি যাব পাৰে। উৎসৱ-পাৰ্বন, সভা-সমিতি, দ'ল দেৱালয়, মেলা, ধৰ্মীয় অনুষ্ঠান, একোটা সমূহীয়া প্ৰতিষ্ঠান আদিয়েও উপভাষাৰ সংমিশ্ৰণত বিশেষভাৱে সহায় কৰে। কাৰণ, আদান-প্ৰদানৰ সুবিধা যতেই থাকে, তাতেই সংমিশ্ৰণ বাঢ়ে।

ৰেডিঅ', দূৰদৰ্শন আদি প্ৰচাৰ মাধ্যমে উপভাষা সংমিশ্ৰণত বিশেষ ইন্ধন যোগাৰ

পাৰে। প্ৰচাৰ মাধ্যমবোৰৰ সেইবাবে কিছুমান বিশেষ দায়িত্বও আছে। প্ৰচাৰ মাধ্যমৰূপে আলোচনী, বাতৰি-কাকত আদিয়ে বিভিন্ন অঞ্চলৰ লোকৰ মাজত সমূহীয়া ভাৱে মাতৃভাষাত লেখনি পৰিবেশত কৰাৰ ফলত উপভাষাৰ বহু উপাদান সংমিশ্ৰিত হৈ থকাৰ সম্ভাৱনা থাকে।

ব্যৱসায়, বাণিজ্য আদিৰ বাবে ইটো অঞ্চলৰ লোক সিটো অঞ্চললৈ গ'লেও উপভাষাৰ মিশ্ৰণ ঘটা স্বাভাৱিক। একোটা জাতিৰ নিৰাপত্তা বাহিনীৰ (সেনা বাহিনী) লোকেও ভাষাৰ মিশ্ৰণ ঘটায়। বৃহৎ চহৰ, মহানগৰ আদিত বিভিন্ন ঠাইৰ বিভিন্ন সম্প্ৰদায়ৰ লোকে বসবাস কৰে। তাৰ ফলস্বৰূপে বহু ঠাইৰ বহু উপভাষাৰ সংমিশ্ৰণ ঘটে।

ৰাজনৈতিকভাবে একোটা শাসন ব্যৱস্থাৰ মাজত যেতিয়া কেবাটাও অঞ্চলৰ লোক থাকিবলগীয়া হয় তেতিয়া সেই শাসন যন্ত্ৰৰ অনুকূলে একোটা উপভাষাই প্ৰসাৰতা লাভ কৰে। তেতিয়া উপভাষাৰ সংমিশ্ৰণ ঘটে। ধৰ্মীয় সংস্কাৰক আদিৰ বাবেও উপভাষা সংমিশ্ৰিত হ'ব পাৰে।

উপভাষা সংমিশ্ৰণে বহু সময়ত উপভাষাটোৰ অৱনতি ঘটায়, বহুসময়ত মূল মাতৃভাষাৰ সৌষ্ঠৱ বৃদ্ধিত সহায় কৰে। উপভাষা প্ৰকৃততে একোটা ভাষাৰ ক্ষেত্ৰীয় ৰূপহে, অশুদ্ধ বা নিম্ন পৰ্যায়ৰ নহয়।[৭] তদুপৰি উপভাষা বুলিলে কেৱল ভৌগোলিক উপভাষাকে নুবুজায়। বৰ্ণ বা জাতিভেদেও উপভাষা থাকিব পাৰে।[৮] পৃথিৱীৰ সকলো ভাষাৰে অধ্যয়ন কেৱল মান্য ভাষাতে সীমাবদ্ধ নহয়। উপভাষা সমূহৰ ব্যাপক অধ্যয়ন আৰু গৱেষণাইহে ভাষাৰ অধ্যয়ন সম্পূৰ্ণ কৰি তুলিব।

---

৭ পাঠক, ৰমেশ : ভাষা-বিজ্ঞানৰ ভূমিকা, পৃ. ২৫
৮ দত্তবৰুৱা, ফণীন্দ্ৰ নাৰায়ণ : আধুনিক ভাষা-বিজ্ঞান পৰিচয়, পৃ. ৬৭

# সপ্তম অধ্যায়

## অৰ্থতত্ত্ব

(ক) অৰ্থতত্ত্ব কি

(খ) অৰ্থ পৰিবৰ্তনৰ ইতিহাস

(গ) অৰ্থ পৰিবৰ্তনৰ ত্ৰিধাৰা : অৰ্থ বিস্তাৰ, অৰ্থ সঙ্কোচ, অৰ্থসংশ্লেষ

(ঘ) অৰ্থতত্ত্ব আৰু বাক্য

(ঙ) অৰ্থ পৰিবৰ্তনৰ কাৰণ

(চ) অৰ্থোৎকৰ্ষ আৰু অৰ্থাপকৰ্ষ

## অৰ্থতত্ত্ব

'অৰ্থতত্ত্ব' শব্দটো বৰ অৰ্থবহ আৰু ভাষাতত্ত্বৰ এটি বৰ আকৰ্ষণীয় দিশ। মানুহে মনৰ ভাব বিনিময়ৰ বাবে আশ্ৰয় লয় শব্দৰ, বাক্যৰ। কেৱল ধ্বনিৰ সমষ্টিয়েই শব্দ নহয় বা শব্দৰ সমষ্টিয়েই বাক্য নহয়। যদিহে সেই শব্দ বা বাক্যই একোটা পূৰ্ণ অৰ্থ প্ৰকাশ নকৰে। গতিকে ভাষা প্ৰকাশৰ সীমাবদ্ধতা উচ্চাৰণতে নহয় বৰং অৰ্থৰ লগত:হে অধিকভাৱে জড়িত। ভাষাৰ পৰিবৰ্তন কেৱল ধ্বনি বা শব্দৰ ক্ষেত্ৰতেই যে ঘটে এনে নহয়। শব্দৰ অৰ্থৰ পৰিবৰ্তনো ভাষাৰ পৰিবৰ্তনৰে অন্যতম ধাৰা মাথোন। ভাষাতত্ত্বৰ আলোচনাত অৰ্থৰ আলোচনাৰ দিশটোও অপৰিহাৰ্য্য। ইয়াৰ আলোচনা প্ৰাচীন ইউৰোপত বিশেষ-ভাৱে গ্ৰীচ আদিত বহু পৰিমাণে হৈছিল। প্ৰাচীন ভাৰতবৰ্ষতো শব্দ, বাক্য আদিৰ অৰ্থৰ দিশত বিস্তৃত আলোচনা হৈছিল। যি কোনো শব্দৰ প্ৰথম মূল অৰ্থ যি আছিল ভাষাৰ বোৱঁতি ধাৰাত তাৰ সেই অৰ্থ সদায় নাথাকিবও পাৰে। শব্দৰ জন্ম হয়, মৃত্যু ঘটে, শব্দৰ অৰ্থ পৰিবৰ্তিত হয়, নতুন নতুন শব্দৰ জন্ম হয়। শব্দৰ অৰ্থৰ পৰিবৰ্তনৰ দিশটোৰ অধ্যয়ন আৰু অনুসন্ধানে বহু নতুন তথ্য উদঘাটন কৰিছে। এইখিনিতে বাক্যৰ প্ৰয়োগ, অৰ্থৰ পৰিবৰ্তনৰ কথাও মনত ৰাখিব লাগিব। কাৰণ শব্দৰ সমষ্টিয়ে অৰ্থ প্ৰকাশ কৰোঁতেহে বাক্যৰ জন্ম হ'ব পাৰে। যি কি নহওক, শব্দৰ অৰ্থ, অৰ্থ পৰিবৰ্তনৰ ধাৰা, অৰ্থ পৰিবৰ্তনৰ কাৰণ,শব্দৰ মৃত্যু, নতুন শব্দৰ জন্ম আৰু তাৰ কাৰণ আদি সমস্ত দিশৰ আলোচনাকে অৰ্থতত্ত্ব, অৰ্থবিজ্ঞান বা শব্দাৰ্থতত্ত্ব বোলা হয়। ইংৰাজী অৰ্থতত্ত্বৰ প্ৰতিশব্দ ৰূপটো 'Semantics' শব্দটি গ্ৰহণ কৰা হৈছে যাৰ মূল হ'ল গ্ৰীক ভাষাৰ 'Semaino' শব্দটো যাৰ দ্বাৰা 'অৰ্থ' ( meaning ) শব্দটো বুজোৱা হয়। প্ৰথম অৱস্থাত অৱশ্যে 'Semiotics', 'Semiology', 'Rematics', 'Rematology', 'Semantology', 'Glossology' আদি নামেৰেহে ইয়াক বুজোৱা হৈছিল।

**অৰ্থতত্ত্ব কি ?**

শব্দৰ অৰ্থ পৰিবৰ্তনৰ ইতিহাস বৰ মনোৰম আৰু বৈচিত্ৰ্যপূৰ্ণ। মানুহৰ মনৰ ভাব চিন্তাৰ বিচিত্ৰ ৰূপৰ ফলতে অৰ্থৰ পৰিবৰ্তন সংঘটিত হয়। ব্যাকৰণ বা অভিধানেই শব্দৰ অৰ্থৰ সকলো দিশৰ যোগান নধৰিবও পাৰে। মাতৃভাষা বা বিদেশী ভাষা সকলোৰে অধ্যয়নৰ ক্ষেত্ৰত ব্যাকৰণ বা অভিধান আধাৰ সবল হ'লেও প্ৰচলিত বা কথ্যৰীতিৰ ওপৰতহে শব্দৰ অৰ্থৰ পৰিবৰ্তনৰ দিশটো নিহিত হৈ থাকে। অৱশ্যে গ্ৰীক, লেটিন, সংস্কৃত আদি প্ৰাচীন আৰু বহুকাল অপ্ৰচলিত ভাষাৰ ক্ষেত্ৰত অভিধান আদিৰ ওপৰত নিৰ্ভৰ কৰাৰ বাহিৰে গত্যন্তৰ নাই।[১]

শব্দৰ অৰ্থ পৰিবৰ্তনৰ দিশত বিভিন্ন ভাষাৰ ক্ষেত্ৰত শব্দবোৰৰ অৰ্থ পৰিৱেশ অনুযায়ী বেলেগ বেলেগ হ'ব পাৰে। প্ৰথমে 'অৰ্থ' শব্দটোকে চোৱা যাওক। 'অৰ্থ' বুলিলে প্ৰথমতে 'ইয়াৰ মানে কি' এই ক্ষেত্ৰত প্ৰয়োগ কৰা হয়। কিন্তু 'তেওঁ বিপুল অৰ্থসম্পদৰ

১ সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত, পৃ. ৫৯

গৰাকী হৈও অসুখী' বুলি ক'লে 'অৰ্থ' শব্দই ধন-সম্পত্তিকহে ( wealth ) বুজাব। আকৌ 'অৰ্থই অনৰ্থৰ মূল' বুলি ক'লে সেই একে অৰ্থকে বুজাব। কোনো কোনোৰ মতে 'শব্দ উচ্চাৰণত যি প্ৰতীতি হয়, সিয়ে তাৰ অৰ্থ সূচায়'। এনেধৰণে অৰ্থৰ অৰ্থ সম্পৰ্কেও বিভিন্নজনে বিভিন্ন মত প্ৰদান কৰিছে। 'অৰ্থ' শব্দৰ দৰেই আন আন শব্দৰ ক্ষেত্ৰতো পৰিবেশভেদে অৰ্থৰ তাৰতম্য ঘটে। অসমীয়াত 'মূৰ' শব্দটোকে যদি আলোচনা কৰা যায় তেতিয়াহ'লে দেখা যাব ইয়াৰো অৰ্থৰ প্ৰভেদ ঘটে। 'তেওঁৰ মূৰ বিষাইছে', 'তেওঁ একেবাৰে মূৰত উঠিল', 'তই মোৰ মূৰটো খালি আৰু', 'যদি এনে কৰ মোৰ মূৰকে খাব আৰু', 'তেওঁৰ বাবে মূৰ ঘমাই লাভ নাই', ৰচিডালৰ সিটো মূৰত ধৰাচোন'—আদি বাক্যত প্ৰয়োগ হোৱা 'মূৰ' শব্দই বেলেগ বেলেগ অৰ্থ প্ৰকাশ কৰিছে। প্ৰথম বাক্যত শৰীৰৰ এটি 'অংশক' বুজাইছে, দ্বিতীয় বাক্যত 'অতপালি' বুজাইছে, তৃতীয় বাক্যত 'সৰ্বনাশ কৰা', চতুৰ্থ বাক্যতো প্ৰায় একে অৰ্থকে প্ৰকাশ কৰিছে, পঞ্চম বাক্যতো 'চিন্তা' অৰ্থ বুজাইছে, শেষৰ বাক্যত 'মূৰ' শব্দই দীঘল ৰচি এডালৰ 'শেষৰ ফালটো' বুজাইছে। শব্দবোৰে অৰ্থৰ পৃথকতা বুজাওঁতে কেতিয়াবা মুখ্য অৰ্থ আৰু কেতিয়াবা গৌণ অৰ্থ প্ৰকাশ কৰে। 'গজ' শব্দটোৰ অৰ্থ হ'ল এবিধ জন্তু ( হাতী )। কিন্তু 'সি এটা গজ মূৰ্খ' বা 'গজহস্তীৰ দৰে আহিছে' বুলি ক'লে ঠিক একে অৰ্থকে নুবুজায়। পৰিবেশভেদে কিছুমান শব্দই বহু অৰ্থ প্ৰকাশ কৰে। কিন্তু কেতিয়াবা কেতিয়াবা ইয়াৰ বিপৰীত হোৱাও দেখা যায়। অৰ্থাৎ একে অৰ্থ বুজাবৰ বাবে বেলেগ বেলেগ শব্দ বা শব্দাংশৰ প্ৰয়োগ হয়। উদাহৰণস্বৰূপে 'মৃত্যু হ'ল', 'ইহলীলা সম্বৰিলে', 'স্বৰ্গলোকলৈ গতি কৰিলে', 'পৰলোক প্ৰাপ্তি হ'ল', 'মৰিল', 'ঢুকাল', 'স্বৰ্গত্ব প্ৰাপ্তি হ'ল' আদি বাক্যাংশই কেৱল এটা অৰ্থহে প্ৰকাশ কৰিলে। এনেবিলাক বাক্যাংশৰ দিশত অৱশ্যে অলঙ্কাৰ প্ৰয়োগৰ কথাটো নিৰ্ভৰ কৰে।

**অৰ্থ পৰিবৰ্তনৰ ইতিহাস:** শব্দৰ অৰ্থ পৰিবৰ্তনৰ দিশসমূহ আলোচনা কৰাৰ আগতে পৰিবৰ্তনৰ দিশটো অনুধাৱন কৰিব লাগিব। কাৰণ, অৰ্থ পৰিবৰ্তনৰ অন্তৰালত ভাষা-সম্প্ৰদায়ৰ অতীত ইতিহাস নিহিত হৈ থাকে। সেইবাবে মানুহৰ সামাজিক ৰীতি-নীতি, ধ্যান-ধাৰণাৰ অতীত বৰ্তমান আৰু ভৱিষ্যতৰ বুকুত লুকাই থাকে অৰ্থৰ পৰিবৰ্তনৰ কাৰণবোৰ। একো একোটা শব্দৰ মূল অৰ্থ সকলো সময়তে ৰক্ষিত নহয়। কেতিয়াবা তাৰ অৰ্থৰ সামান্য ( আংশিক ) পৰিবৰ্তন ঘটে, কেতিয়াবা সম্পূৰ্ণ পৰিবৰ্তন হয়। যুগৰ পৰিবৰ্তনৰ লগে লগে শব্দৰ অৰ্থৰ পৰিবৰ্তনো ঘটে। ইংৰাজী 'pen' শব্দটোৰ অসমীয়া প্ৰতিশব্দৰূপে আমি প্ৰয়োগ কৰোঁ 'কলম'। কিন্তু পূৰ্বতে এই শব্দটোৰ লেটিন ৰূপ 'penna' ৰ অৰ্থ তেনে নাছিল। তাৰ অৰ্থ আছিল 'পালক'। তেনেদৰেই সংস্কৃত 'পশু' শব্দই কেৱল বিশেষ শ্ৰেণীৰ জন্তুক বুজাইছিল। কিন্তু পিছত 'পশু' মানে সকলো শ্ৰেণীৰ জীৱজন্তুকে বুজোৱা হয়। 'ধুৰন্ধৰ' শব্দৰ অৰ্থ আছিল 'প্ৰধান' কিন্তু অসমীয়াত তাৰ অৰ্থ হয় 'বদমাচ'। ঠিক তেনেদৰে সংস্কৃত 'ৰাগ' শব্দৰ অৰ্থ আছিল 'প্ৰেম,' অসমীয়াত তাৰ অৰ্থ 'খং' হ'লগৈ। অসমীয়াত 'ৰৰ', শব্দৰ অৰ্থ হ'ল 'দৰা' যাৰ অৰ্থ সংস্কৃতত 'শ্ৰেষ্ঠ লোক' হে। 'মন্দিৰ বুলিলে বুজোৱা 'দেৱতাৰ ঘৰ' শব্দৰ মূল অৰ্থ—

'ঘৰ' আছিল। এইদৰেই দেখা যায় · বিভিন্ন ভাষাত প্ৰয়োগ হোৱা শব্দ অৰ্থ সদায় একেদৰেই নাথাকে। অৰ্থ পৰিবৰ্তনৰ একোটা ইতিহাস থাকে। প্ৰত্যেকটো শব্দৰ অৰ্থ পৰিবৰ্তন নিৰ্ণয় কৰোঁতে ইয়াৰ ইতিহাসৰ ধাৰাত কেইবাটাও দিশ নিহিত হৈ থকা দেখা যায়। অৰ্থ পৰিবৰ্তনৰ মূলতেও অনেক কাৰণ নিহিত হৈ থাকে। ভাষাৰ সম্বন্ধে জ্ঞান আহৰণ কৰোঁতে অৰ্থৰ পৰিবৰ্তনৰ ইতিবৃত্ত নাজানিলে ভাষাজ্ঞান সম্পূৰ্ণ নহয়। অৰ্থ পৰিবৰ্তনৰ আলোচনা কৰোঁতে বৰ্ণনাত্মক ভাষাতত্ত্ব ( Descriptive linguistics ) আৰু ঐতিহাসিক ভাষাতত্ত্বৰ ( Historical linguistics ) অতি প্ৰয়োজন।

**অৰ্থ-পৰিবৰ্তনৰ ত্ৰিধাৰা :** শব্দৰ অৰ্থ পৰিবৰ্তন সাধিত হোৱাৰ নিয়মাৱলী নিৰীক্ষণ কৰি পৰিবৰ্তনৰ ধাৰাটোক প্ৰধানভাৱে তিনিটা ভাগত বিভক্ত কৰা হৈছে। কেতিয়াবা পূৰ্বতে থকা সীমিত অৰ্থ বিস্তাৰিত হয়, কেতিয়াবা বিস্তাৰিত অৰ্থই সঙ্কুচিত ৰূপ লাভ কৰে, আৰু কেতিয়াবা প্ৰথম সূচনা কৰা অৰ্থৰ বিপৰীতে পিছলৈ একেবাৰে নতুন অৰ্থ একোটা লাভ কৰা দেখা যায়। প্ৰথম, সীমিত অৰ্থ বিস্তাৰিত হোৱাৰ নাম হ'ল অৰ্থবিস্তাৰ বা অৰ্থপ্ৰসাৰ ; দ্বিতীয়, ব্যাপক অৰ্থ যেতিয়া সংকুচিত হয় তাৰ নাম অৰ্থসংকোচ আৰু তৃতীয়তে প্ৰথম মূল অৰ্থৰ সম্পূৰ্ণ পৃথক অৰ্থ পৰিবৰ্তনৰ নাম অৰ্থসংশ্লেষ বা অৰ্থাদেশ বা অৰ্থসংক্ৰম। ব্যক্তি বা বস্তুবিশেষৰ গুণ বা ধৰ্ম অনুযায়ী কেতিয়াবা বস্তু বা ব্যক্তিৰ অৰ্থ পৰিসীমা পাৰ হৈ সাধাৰণ গুণ বা ধৰ্ম প্ৰকাশত ব্যস্ত থাকে।

**অৰ্থবিস্তাৰ ( Expansion of meaning ) :**

অৰ্থবিস্তাৰ শব্দৰ অৰ্থ পৰিবৰ্তনৰ প্ৰথম ধাৰা। বৈদিক 'বৃত্ৰ' শব্দই 'অসুৰ' অৰ্থ প্ৰকাশ কৰে যিটো কেতিয়াবা সাধাৰণ শত্ৰুবাচক শব্দৰ ক্ষেত্ৰতো প্ৰয়োগ কৰা হয়। তাত—তৰ প্ৰত্যয়ৰ সংযোগ কৰি 'বৃত্ৰতৰ' শব্দটো প্ৰস্তুত কৰা হয় যাৰ অৰ্থ হ'ল 'অধিক বলবান শত্ৰু'। 'ভাত হলনে' এইবুলি সোধোতে কেৱল চাউল সিজোৱা খিনিকে নুবুজায়। তাৰ লগতে যিমানবোৰ ব্যঞ্জন আছে সকলোকে বুজায়। গতিকে ইয়াত 'ভাত' শব্দটো অৰ্থবিস্তাৰৰ উদাহৰণ। প্ৰাচীন ইংৰাজীত 'Man' শব্দৰ অৰ্থ কেৱল 'গিৰিয়েক' অৰ্থ বুজাইছিল। পিছলৈ ই সকলো মানুহৰ ক্ষেত্ৰতে বুজোৱা হ'ল। তেনেদৰে বীনা বজোৱাত পাৰ্গত জনক 'প্ৰবীন' বোলা হৈছিল। কিন্তু পিছলৈ সকলো কামতে পাৰ্গতজনক 'প্ৰবীন' বোলা হয়। সংস্কৃতত 'তৈল্য' শব্দৰ পৰা উদ্ভব হোৱা 'তেল' শব্দই প্ৰথমতে কেৱল সৰিয়হৰ তেলকে বুজাইছিল। পিছলৈ অন্যান্য সকলো ( নাৰিকল, তিচি আদি ) তেলকে বুজাবলৈ ধৰিলে। 'গঙ্গা' শব্দৰ সাধাৰণ অৰ্থ এখন বিশেষ পবিত্ৰ 'নদী'ক মাথো বুজোৱা হয়। মাৰাঠী, হিন্দী আদি ভাষাত 'নদী'ৰ সাধাৰণ অৰ্থতে 'গঙ্গা' শব্দটো প্ৰয়োগ হয়।[২] এনেদৰেই অৰ্থ প্ৰসাৰণৰ প্ৰয়োগ পৃথিৱীৰ বিভিন্ন ভাষাৰ ক্ষেত্ৰতে প্ৰযোজ্য হয়। অৰ্থবিস্তাৰৰ ফলত বহুত সময়ত অৰ্থ প্ৰতীক স্থানীয় হৈ পৰে। তদুপৰি কেতিয়াবা ব্যক্তিৰ নাম সাধাৰণভাৱে বিশেষ্য বা গুণবাচক বিশেষণত পৰিণত-

২ গোস্বামী, উপেন্দ্ৰনাথ : ভাষাবিজ্ঞান, পৃ. ১৩২

হোৱাও দেখা যায়। 'সুৰদাস' বুলি ক'লে এজন বিশেষ লোকক বুজোৱা নাম হ'লেও বৰ্তমান কথ্যহিন্দীত ই 'অন্ধ ভিক্ষাৰী' মাত্ৰেই বুজায়। কেতিয়াবা আকৌ বস্তুবিশেষৰ উৎপত্তিস্থলৰ নাম বা উদ্ভৱ হোৱা নিজৰ নাম বস্তুৰ নামলৈও ৰূপান্তৰিত হব পাৰে। কেতিয়াবা ক্ষুদ্ৰ ক্ষুদ্ৰ কাহিনীৰ মাজত প্ৰয়োগ হোৱা নামটে বিশেষ অৰ্থত প্ৰয়োগ হব পাৰে। এনে ঠাই বুজোৱা নাম একাধিক বিভিন্ন বস্তুক বুজাবলৈ প্ৰয়োগ হব পাৰে। বঙালী ভাষাত প্ৰয়োগ হোৱা 'সুপাৰি' শব্দই পাণৰ লগত খোৱা শুকান ফলক বুজায়। উড়িয়াত 'সপুৰি' মানে হ'ল 'আনাৰস'। আকৌ বঙালী কথিত (উপভাষা) ৰূপত 'সোঁপুৰে' মানে হ'ল 'লঙ্কা' (ঠাইবিশেষ)।[৩] 'শিৱালা' শব্দৰ মূল অৰ্থ আছিল কেৱল 'শিৱৰ মন্দিৰ'। পিছলৈ হিন্দীত কেৱল শিৱৰ মন্দিৰকে নুবুজায়, যিকোনো মন্দিৰৰ অৰ্থতে 'শিৱালা' শব্দটো প্ৰয়োগ কৰা হয়।

অৰ্থবিস্তাৰৰ ক্ষেত্ৰত দুটা কথা লক্ষ্য কৰিব পাৰি। প্ৰথমটো হ'ল অৰ্থৰ বিস্তাৰণ যিটোতে কেতিয়াবা মূল অৰ্থটোৰ সম্পূৰ্ণ পৰিবৰ্তন নহয়, দ্বিতীয়তে মূল অৰ্থটোৰ কেতিয়াবা আমূল পৰিবৰ্তন হয়।

**অৰ্থসংকোচ ( Contraction of meaning ) :**

শব্দৰ অৰ্থ পৰিবৰ্তনৰ দ্বিতীয় ধাৰাটো হ'ল অৰ্থসংকোচ। অৰ্থবিস্তাৰত সংকুচিত অৰ্থৰ প্ৰসাৰ ঘটে। অৰ্থসংকোচত তাৰ বিপৰীত ক্ৰিয়া হয়। অৰ্থাৎ প্ৰথম অৱস্থাত কোনো এটা শব্দই যি বিস্তাৰিত অৰ্থ প্ৰদান কৰে পিছলৈ সেই অৰ্থৰ সংকোচন ঘটে। ব্যাপক অৰ্থই সীমিত অৰ্থ বুজোৱা ক্ষেত্ৰতে শব্দৰ অৰ্থৰ সংকোচন ঘটে, আৰু ইয়াৰ নামেই হৈছে অৰ্থ সংকোচ। বৈদিক সংস্কৃত ভাষাৰ অন্যান্য উদাহৰণৰ ক্ষেত্ৰত 'বৎসৰ' শব্দটো উল্লেখ কৰিব পাৰি। 'ব সৰ' শব্দৰ অৰ্থত যি 'বৰ্ষা'ৰ প্ৰয়োগ কৰা হয় তাৰ মূল অৰ্থ হ'ল 'বৰ্ষাকাল' অৰ্থাৎ বছৰৰ ভিতৰত এটি বিশেষ ঋতু বা কাল। সংস্কৃত 'মৃগ' শব্দটোৰ অৰ্থ প্ৰথমতে 'সকলো পশু' আছিল। পিছলৈ কেৱল এবিধ বিশেষ পশুক ( হৰিণ ) বুজোৱা হ'লগৈ। ঠিক তেনেদৰে ইংৰাজী 'meat' শব্দৰ অৰ্থ আছিল 'আহাৰ'। কিন্তু পিছত ই কেৱল 'মাংস' অৰ্থতহে প্ৰয়োগ হবলৈ ধৰিলে। 'Deer' শব্দটোৰ অৰ্থ প্ৰথমতে 'সকলোবিধ জন্তু' আছিল। কিন্তু পিছলৈ কেৱল এবিধ জন্তুক ( হৰিণ ) বুজোৱা হয়। 'পাত্ৰ' শব্দৰ অৰ্থ আছিল 'আধাৰ' পিছলৈ ইয়াৰ অৰ্থ 'কন্যা সম্প্ৰদানৰ আধাৰ'। এনেদৰেই বিভিন্ন ভাষাত অৰ্থৰ সংকোচন ঘটে।

**অৰ্থসংশ্লেষ ( Transference of meaning ) :**

শব্দৰ অৰ্থ পৰিবৰ্তনৰ তৃতীয় ধাৰাটো হ'ল অৰ্থসংশ্লেষ বা অৰ্থাদেশ। অৰ্থাদেশৰ উদাহৰণ প্ৰচুৰ পৰিমাণে পোৱা যায়। শব্দৰ প্ৰথম যি অৰ্থ আছিল, পিছলৈ সেই অৰ্থ সলনি হয়। এই ক্ষেত্ৰত দুটা কথা মনকৰিবলগীয়া। প্ৰথমতে শব্দটোৰ ভাল অৰ্থটো পিছলৈ বেয়া অৰ্থলৈ পৰিবৰ্তিত হয়। দ্বিতীয়তে বেয়া অৰ্থ কেতিয়াবা ভাল অৰ্থলৈ

৩ সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত, পৃ. ৬৯

ৰূপান্তৰিত হয়। প্ৰথমবিধৰ নাম অৰ্থাপকৰ্ষ আৰু দ্বিতীয়বিধৰ নাম অৰ্থোৎকৰ্ষ। অৰ্থ উৎকৰ্ষৰ তুলনাত অৰ্থ অপকৰ্ষৰ উদাহৰণ অধিক দেখা যায়। অৰ্থাদেশৰ উদাহৰণ অনেক আছে। সংস্কৃত 'দুহিতৃ' শব্দৰ পৰা হোৱা 'দুহিতা' শব্দটো ইয়াৰ এক উৎকৃষ্ট উদাহৰণ। 'দুহিতা'ৰ পৰা হোৱা 'জীয়ৰী' বা 'জীয়াৰী' শব্দটোৰ মূল অৰ্থ আছিল 'যি দোহন কৰে' সিয়ে 'দুহিতৃ'। কিন্তু 'জীয়াৰী' শব্দত তেনে অৰ্থ সংৰক্ষিত নহ'লগৈ। 'পাষ ' শব্দটোৰ মূল অৰ্থ আছিল 'ধৰ্ম-সম্প্ৰদায়' ( অশোকৰ অনুশাসনত )। পিছলৈ ইয়াৰ অৰ্থ হ'লগৈ 'ধৰ্মজ্ঞানহীন'। 'মহাজন' শব্দটোৰ মূল অৰ্থ আছিল 'মুখিয়াল' বা 'মহান লোক'। কিন্তু পিছলৈ ই 'পুঁজিপতি' অৰ্থত প্ৰয়োগ হবলৈ ধ'ৰলে। হিন্দীত প্ৰয়োগ হোৱা 'গৱাঁৰ' শব্দই 'গাঁৱত বাস কৰা লোক'ক বুজোৱা হৈছিল। কিন্তু পিছলৈ ই 'নিৰ্বোধ', 'মূৰ্খ' আদি অৰ্থতহে প্ৰয়োগ হবলৈ ধৰে। তেনে দৰে সংস্কৃত 'ধূৰন্ধৰ' শব্দৰ অৰ্থ আছিল শ্ৰেষ্ঠ বা প্ৰধান, কিন্তু পিছলৈ এই শব্দৰ অৰ্থ অসমীয়াত 'লম্পট', 'দগাবাজ' আদি অৰ্থত প্ৰকাশিত হবলৈ ধৰে। 'অসুৰ' শব্দই প্ৰথমতে 'দেৱতা'ক বুজালেও পিছলৈ 'ৰাক্ষস' অৰ্থতহে প্ৰয়োগ হোৱা হ'ল। অসমীয় 'দৰা' শব্দ বুজোৱা 'বৰ' শব্দটোৰ সংস্কৃতত অৰ্থ আছিল 'শ্ৰেষ্ঠ লোক'হে। 'দেৱতা'ৰ বিপৰীত অৰ্থ বুজাবা 'দেৱী' শব্দৰ অৰ্থ হিন্দী ভাষাত আকৌ 'কলেৰা'। 'জনসাধাৰণ'ক বুজোৱা 'প্ৰজা' শব্দটোৰ মূল অৰ্থ আছিল 'সন্তান'। দেৱ-দেৱীৰ উপাসনা ঘৰ 'মন্দিৰ' শব্দৰ প্ৰথম অৰ্থ কেৱল 'ঘৰ' হে আছিল। এনেদৰেই অৰ্থ সংশ্লেষৰ অসংখ্য উদাহৰণ পোৱা যায়।

শব্দৰ অৰ্থ পৰিবৰ্তন কেৱল শব্দক কেন্দ্ৰ কৰিয়ে কৰা নহয়। অৰ্থতত্ত্বই বাক্যৰ অৰ্থ নিৰ্ধাৰণৰ কথাও সামৰি লয়।[৪] অৰ্থসংশ্লেষৰ ক্ষেত্ৰত কেতিয়াবা শব্দৰ পুৰণি অৰ্থৰ পৰিবৰ্তন ঘটি একেবাৰেই নতুন অৰ্থৰ সূচনা হোৱা দেখা যায়। কেতিয়াবা পুৰণি শব্দৰ অৰ্থৰ কিছু সালসলনি ঘটে। বাংলা ভাষাত এনে কিছুমান শব্দ আছে যিবোৰ অৰ্থসংশ্লেষৰ উৎকৃষ্ট উদাহৰণ। 'মিল' বা 'মেল' এই ধাতুৰ পৰা সৃষ্টি 'মেলানি' শব্দৰ প্ৰথম অৰ্থ আছিল আত্মীয় কুটুম্ব মিলিত হ'লে 'দিয়া প্ৰাপ্য যৌতুক'। কিন্তু পিছলৈ ইয়াৰ অৰ্থ হ'লগৈ 'বিদায়'। অসমীয়া ভাষাতো 'মেলানি মগা' বুলি ক'লে বিদায়ৰ অৰ্থকে সূচায়। ইংৰাজী ভাষাতো কিছুমান শব্দ আছে যিবোৰৰ মূলত তেনে অৰ্থ নাছিল। পূৰ্ববৰ্তী অধ্যায়ত উল্লেখ কৰি অহা হৈছে যদিও প্ৰসঙ্গক্ৰমে ইয়াতো এটা ইংৰাজী ভাষাৰ শব্দাৰ্থ পৰিবৰ্তন উদাহৰণ এটি দাঙি ধ'ৰিব পাৰি। ইংৰাজী ভাষাত প্ৰয়োগ হোৱা 'Person' শব্দটো বৰ্তমান যি অৰ্থত প্ৰয়োগ কৰা যায় মূলত তেনে অৰ্থ নাছিল। লেটিন ভাষাত প্ৰকাশিত 'Persona' শব্দৰ অৰ্থ আছিল 'মুখা' ( Mask )। ৰোমান নাটক বিলাকত মঞ্চত 'মুখা'ৰ প্ৰয়োগ হোৱা হেতু এই শব্দই পিছলৈ মুখাই নিৰ্দেশ কৰা চৰিত্ৰক বুজোৱা হ'ল। পিছলৈ ইয়াৰ অৰ্থ পৰিবৰ্তিত হৈ 'এটা চৰিত্ৰৰ প্ৰতিনিধি হ'ল। শেষলৈ আকৌ ইয়াৰ অৰ্থ হ'ল 'সাধাৰণ ভাৱে প্ৰতিনিধি' ( representative in general )। গতিকে প্ৰত্যেকটো শব্দৰ একোটা সুদীৰ্ঘ ইতিহাস থাকে। ভাষাৰ ক্ৰমবিৱৰ্তনৰ গতিত বিভিন্ন কাৰণত শব্দবোৰে

৪ মজুমদাৰ, ৰবীন্দ্ৰনাৰায়ণ : আধুনিক ভাষাবিজ্ঞান পৰিচয়, পৃ. ১৫০

মূল অৰ্থ সংৰক্ষিত নকৰিবও পাৰে। অৰ্থতত্ত্বৰ ইতিহাস অনুধাৱন নকৰিলে ভাষাতত্ত্বৰ এটি অমূল্য দিশ অপূৰ্ণ হৈয়ে ৰ'ব।

**অৰ্থতত্ত্ব আৰু বাক্য ( Semantics and Sentence ) :**

শব্দবিলাকৰ অৰ্থ পৰিবৰ্তনৰ ক্ষেত্ৰত কিন্তু বিশেষভাৱে মনকৰিবলগীয়া কথা হ'ল শব্দবোৰ বাক্যত প্ৰয়োগ হওঁতে ইটো শব্দৰ লগত সিটোৰ সম্পৰ্ক থাকে। অৰ্থ পৰিবৰ্তন হওঁতে কেৱল গাইগুটীয়াভাৱে শব্দবোৰৰ প্ৰয়োগৰ দিশ:টোৱেই অন্তৰ্ভুক্ত নহয়; বাক্যত প্ৰয়োগ হওঁতেও ইটো শব্দৰ লগত সিটোৰ পাৰম্পৰিক সম্পৰ্কৰ ওপৰতো অৰ্থ পৰিবৰ্তন ঘটিব পাৰে। সুৰ লহৰ ( inotonation ) আৰু বিৰামৰ ( punctuation ) বাবেও বাক্যৰ অৰ্থ পৰিবৰ্তিত হব পাৰে। কেতিয়াবা কেতিয়াবা একে গঠনৰ বাক্য পদ্ধতিত কেৱল বানানৰ বাবেই বাক্যৰ অৰ্থৰ পৰিবৰ্তন ঘটিব পাৰে। তেনেধৰণৰ বাক্যৰ ভিতৰত উদাহৰণস্বৰূপে এনে ধৰণৰ বাক্য দেখুৱাব পাৰি—

(ক) সি বাকী খায়।
(খ) সি বাকি খায়।
(গ) সি বা কি খায়।

এই বাক্যতিনিটাৰ গাঁথনিৰ ক্ষেত্ৰত বিশেষ পাৰ্থক্য দেখা নগলেও তিনিওটা বাক্যৰে স্বতন্ত্ৰ অৰ্থ আছে। (ক) প্ৰথম বাক্যৰ অৰ্থ—কিবা বস্তু কিনি নাথাই ঋণ ( ধাৰ ) কৰি খোৱা অৰ্থ, (খ) দ্বিতীয় বাক্যৰ অৰ্থ—কিবা বস্তু ঢালি দিয়া অৰ্থ, (গ) তৃতীয় বাক্যৰ অৰ্থ—সন্দেহবোধক ভাবে ভাৱ প্ৰকাশ কৰা বা এজনে কি বস্তু খায়—এই বেলেগ বেলেগ অৰ্থ সূচাইছে। তেনেধৰণৰ আৰু বাক্য আছে। উদাহৰণস্বৰূপে—

(ক) তোমাৰ বাৰু নে?
(খ) সি বাৰুকৈ তিতিল।
(গ) বাৰু, হ'ব নালাগে।

ইয়াত 'বাৰু' শব্দটোৱে প্ৰথমতে (ক) 'ভাল', দ্বিতীয়তে (খ) বেছিকৈ, তৃতীয়তে (গ) হ'ব অৰ্থ প্ৰকাশ কৰিছে। অসমীয়া ভাষাত 'আৰু' শব্দটোৰো একাধিক অৰ্থ হব পাৰে বাক্যত প্ৰয়োগ হোৱা ধৰণ অনুসৰি।

(ক) তুমি আৰু তেওঁ যাবা।
(খ) মোক আৰু নালাগে।
(গ) হ'ব আৰু, কিমাননো কথা চোবাই থাকা।

ইয়াতো 'আৰু' শব্দই তিনিটা অৰ্থ প্ৰকাশ কৰিছে। প্ৰথমতে (ক) তুমি, তেওঁক মাজত সংযোগাত্মকৰূপে বহিছে, দ্বিতীয়তে (খ) বেছি বা অলপ, তৃতীয়তে (গ) 'অপ্ৰয়োজন' এনে অৰ্থ প্ৰকাশ কৰিছে। সেইদৰে 'জানো' শব্দটোৰো একাধিক অৰ্থ হয়।

(ক) মই ভালদৰেই জানো।
(খ) তুমি জানো আহিবা?
(গ) জানো জানো, হ'ব।

'নহয়' শব্দটো মুক্তৰ্থত বুজোৱা হয় যদিও বাক্যত প্ৰয়োগ হওঁতে তাৰ অৰ্থৰ সাল-সলনি ঘটে।

(ক) এইটো কাম আজি শেষ নহয়।
(খ) তুমি যোৱা, মই দিম নহয়।
(গ) আমি তেনে মানুহ নহয়।

এইদৰেই বিভিন্ন পৰিচিত শব্দবোৰেই বাক্যত প্ৰয়োগ হওঁতে বিভিন্ন অৰ্থ প্ৰকাশ কৰিব পাৰে। বাক্যৰ বাহ্যিক অৰ্থৰ অন্তৰালত একোটা পৃথক অৰ্থত যুক্ত হৈ থাকিব পাৰে। প্ৰত্যেক ভাষাতে অৰ্থৰ পৰিবৰ্তন সাধিত হয় ভাষাবোৰৰ স্বকীয় বৈশিষ্ট্য আৰু পৰিবেশজনিত প্ৰভাৱৰ বাবে।

অৰ্থৰ পৰিবৰ্তনৰ ধাৰাসমূহ বিচাৰ কৰোঁতে ইয়াৰ ঐতিহাসিক আৰু গঠনমূলক (বৰ্ণনাত্মক) এই দুয়োটি দিশ পৰ্য্যালোচনা কৰিব লাগিব। একোটা শব্দৰ ইতিবৃত্ত জানিবলৈ হ'লে ইয়াৰ ঐতিহাসিক বিচাৰ বিশ্লেষণ অতি প্ৰয়োজনীয়। প্ৰত্যেক যুগতে একোটা ভাষাৰ পৰিবৰ্তনৰ ধাৰাত শব্দৰ অৰ্থৰো পৰিবৰ্তনৰ ধাৰাটো সংলগ্ন হৈ থাকে। অৱশ্যে এইখিনিতে গঠনমূলক বা বৰ্ণনামূলক অধ্যয়নবো প্ৰয়োজনীয়তা উলাই কৰিব নোৱাৰি। শব্দ একোটাৰ অৰ্থ পৰিবৰ্তনৰ কথা আলোচনা কৰোঁতে ইয়াৰ অৰ্থগত উপাদান (semantic componant) আৰু সম্পৰ্কগত উপাদানৰ (relational componant) কথাও স্মৰণযোগ্য। অৰ্থ পৰিবৰ্তনৰ দিশত প্ৰয়োজনীয় সকলো দিশৰ প্ৰতি আলোকপাত কৰিলেহে প্ৰকৃতাৰ্থত অৰ্থতত্ত্বৰ সম্যক জ্ঞান আহৰণ কৰিব পৰা হব।

## অৰ্থ পৰিবৰ্ত্তনৰ কাৰণ :

অৰ্থ পৰিবৰ্তন কেনেকৈ কিদৰে সাধিত হয় সেইকথা আলোচনা কৰা হৈছে। কিন্তু অৰ্থ পৰিবৰ্তনৰ মূলতে কি কি কাৰণ জড়িত হৈ আছে সেইকথাও অধ্যয়নৰ বিষয়। শব্দৰ অৰ্থ পৰিবৰ্তনৰ মূলতে প্ৰধানকৈ মনস্তাত্ত্বিক কাৰণ নিহিত হৈ থকা যেন লাগে। তাৰ লগে লগে অৱশ্যে ভৌগোলিক, সাংস্কৃতিক, সামাজিক, ৰাজনৈতিক আদি দিশবোৰো জড়িত হৈ থাকে। অৰ্থ পৰিবৰ্তনৰ কাৰণবোৰ বৰ সূক্ষ্ম আৰু মনোযোগ আকৰ্ষক। অভিধা (denotation), লক্ষণা (indication of secondary meaning) আৰু ব্যঞ্জনা (suggestion)—এই তিনি শক্তিৰ মাজেৰে শব্দৰ অৰ্থৰ ৰহস্য ধৰা পৰে। প্ৰাচীন বৈয়াকৰণিক সকলে শব্দৰ এই তিনি শক্তিৰ ওপৰত নিৰ্ভৰ কৰিয়ে শব্দৰ বিভিন্ন প্ৰয়োগৰ কথা আলোচনা কৰিছে। শব্দতত্ত্বৰ (semantics) বিজ্ঞান সম্মত আলোচনাৰ গুৰি ধৰিছে মিচায়েল ব্ৰিল (Michael Breal) নামৰ এজন পণ্ডিতে।[৫] ইয়াৰ পিছৰ পৰা এই দিশত গৱেষণা তথা আলোচনাৰ দুৱাৰ মুকলি হৈছে। ভাষা যিহেতু গতিশীল, শব্দবো এক গতিশীলতা আছে, আকৌ দীৰ্ঘকাল কালৰে পৰা শব্দৰ অৰ্থ স্থিৰ হৈ আছে—এনে দৃষ্টান্ত পোৱা কঠিন। মনস্তাত্ত্বিক কাৰণক মুখ্যৰূপে লৈ আৰু কিছুমান গৌণ কাৰণক

৫ ভট্টাচাৰ্য, পৰেশচন্দ্ৰ : ভাষাবিদ্যা পৰিচয়, পৃ. ১৪৬

কথা উল্লেখ কৰিব পাৰি। তলত শব্দৰ অৰ্থ পৰিবৰ্তনৰ কাৰণৰ থূলমূল আভাস দাঙি ধৰা হ'ল—

(ক) **আলঙ্কাৰিক কাৰণ :** পৃথিৱীৰ সকলো ভাষাতেই অলঙ্কাৰৰ প্ৰয়োগৰ ফলত শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটা দেখা যায়। প্ৰাচীন ভাৰতীয় সাহিত্যৰাজিত ( সংস্কৃত আদি ) ৰূপক আদি অলঙ্কাৰৰ প্ৰয়োগৰ ফলত বহুত শব্দৰ অৰ্থ এনেভাৱে পৰিবৰ্তিত হৈছে যে তাৰ মূল অৰ্থৰ লগত পৰিবৰ্তিত অৰ্থৰ কোনো সম্পৰ্কই বহু সময়ত বিচাৰি পোৱা টান। কেতিয়াবা কেতিয়াবা ভাষাৰ কথিত ৰূপৰ ক্ষেত্ৰত দেখা যায় যে কিছুমান শব্দত ৰহণ লগাই কোৱা মানুহৰ স্বভাব। ফলত তাৰ অভিধা অৰ্থ প্ৰকাশ নকৰি সি এটা নতুন অৰ্থ প্ৰকাশ কৰিব পাৰে। তেনেধৰণৰ আলঙ্কাৰিক প্ৰয়োগ সাহিত্যৰ প্ৰতিটো স্তৰতে দেখা যায়। সংস্কৃত সাহিত্য উপমা অলঙ্কাৰৰ বাবেই বিখ্যাত। ইয়াত শব্দ শক্তিৰ বিপুল পয়োভৰ আৰু প্ৰয়োগৰ বাবে বহুসময়ত শব্দৰ অৰ্থ পৰিবৰ্তিত হয়। কথিত ভাষাৰ ক্ষেত্ৰত দৈনন্দিন জীৱনত প্ৰয়োগ হোৱা শব্দৰ আলঙ্কাৰিক প্ৰয়োগত মানুহৰ চহা জীৱনৰ প্ৰাণ-স্পন্দন ধ্বনিত হয়। কণমানি শিশুটিয়ে যেতিয়া প্ৰথম ফলি-পুথি লৈ মাতৃভাষাৰ ( অসমীয়া ) প্ৰাৰম্ভিক জ্ঞান আহৰণ কৰিবলৈ লয়—

'কোনে মোক তুলি-তালি কৰিলে ডাঙৰ,
মউ সনা মিঠামাতে পাহৰে ভাগৰ।'

কবিতাটিৰ দ্বিতীয় শাৰীৰ 'মউ সনা মিঠামাত'ত বাক্যাংশটিয়ে অভিধা অৰ্থ চেৰাই এনে এক অৰ্থৰ সূচনা কৰিছে য'ত 'মাতৃস্নেহৰ কোমল মধুৰ পৰশ' নিগৰিত হৈ আছে। তেনেদৰে 'তেওঁৰ মুখেৰে যেন মউ বৰষিছে' বুলি কলে সুন্দৰ সুমধুৰ বাক্য প্ৰকাশৰ কথা সূচায়। তেওঁক 'ভাত-কাপোৰৰ' যোগান ধৰিবা বুলিলে কেৱল খোৱা আৰু পিন্ধাকে নুবুজায়, যাৱতীয় ভৰণ-পোষণৰ কথা সূচায়। ধৰ্ম যুধিষ্ঠিৰ, মহাত্মা, ৰাম পাৰ, পদধূলি, হাতদীঘল, হাতলৰ, গোটগৰু আদি শব্দই অসমীয়া ভাষাত আলঙ্কাৰিক প্ৰয়োগকে বুজায়। কিছুমান শব্দত বক্ৰোক্তি প্ৰকাশ পায়। এইবিলাক শব্দই আক্ষৰিক অৰ্থ পাৰ হৈ তাৰ বিপৰীতে আনবিশেষ অৰ্থহে সূচায়। তেনেদৰেই 'লঘু আহাৰ', 'ভাত-পানী নিষেধ', 'চকুত লগা', 'চকুৰ কুটা', 'দাঁতৰ শূল' আদি শব্দই একোটা বিশেষ ব্যঞ্জনা অৰ্থ প্ৰকাশ কৰিছে যিবোৰে অসমীয়া ভাষাৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। 'জুই পৰি গ'ল', 'চকুৰে সৰিয়হ ফুল দেখা' আদি বাক্যাংশইও আলঙ্কাৰিক প্ৰয়োগৰ দ্বাৰা শব্দৰ পৰিবৰ্তনৰ কথাকে সূচায়। এই আলঙ্কাৰিক প্ৰয়োগৰ প্ৰয়োজনীয়তা হ'ল মানুহৰ মনৰ সৌন্দৰ্য্য প্ৰৱণতা আৰু কল্পনাৰ পয়োভৰ। একেটা উপমা বা প্ৰতীকৰূপে মানুহৰ মনৰ অপৰূপ কল্পনা শক্তিৰ প্ৰকাশ প্ৰতিপন্ন কৰে।

(খ) **পৰিবেশৰ প্ৰভাৱ :** ভাষাৰ ক্ষেত্ৰত পৰিবেশৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী। শব্দৰ অৰ্থ পৰিবৰ্তনৰ মূলতেও পৰিবেশৰ প্ৰভাৱ মনকৰিবলগীয়া। স্থান-কাল-পাত্ৰৰ পৰিবৰ্তন ভেদে শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটে। শব্দৰ অৰ্থ পৰিবৰ্তনৰ ইতিহাস বিশ্লেষণ কৰিলে দেখা যায় কেৱল ভৌগোলিক পৰিবেশৰ পৰিবৰ্তনেই যে অৰ্থ পৰিবৰ্তনত মূল

ভূমিকা গ্ৰহণ কৰে এনে নহয়, বৰং বিভিন্ন জাতি উপজাতিৰ সামাজিক ইতিহাসৰ দিশটোৱেও ইয়াত ভূমিকা গ্ৰহণ কৰিছে। একে অঞ্চলতে একেটা শব্দ ভিন্ন অৰ্থত প্ৰয়োগ হ'ব পাৰে। আকৌ একে ভাষা-ভাষী সম্প্ৰদায়ৰ বিচ্ছিন্নতাৰ বাবেও শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটে। লেটিন শব্দ 'pecus' ইংৰাজীত 'fees', মূল ইন্দো ইউৰোপীয়ত আছিল 'fekus' আৰু সংস্কৃতত ই হ'ল 'পশু'। হিন্দী আৰু বাংলাত প্ৰয়োগ হোৱা 'নীল' শব্দটো গুজৰাটীত হ'ল 'সবুজ'। বেদত প্ৰয়োগ হোৱা 'উষ্ট্ৰ' শব্দৰ প্ৰথম অৰ্থ আছিল ম'হ বা মেথোনজাতীয় জন্তু। পিছলৈ ই 'উট' ক বুজাবলৈ ল'লে। ইয়াৰ মূলতে স্থান পৰিবৰ্তনৰ ফলত অৰ্থ পৰিবৰ্তন হ'ব পাৰে। ইৰাণী ভাষাত প্ৰয়োগ হোৱা 'মুৰ্গ' (পাখি) শব্দৰ দৰে সংস্কৃতত 'মৃগ' (পশু) শব্দৰ প্ৰয়োগ হব পাৰে। ধৰ্ম, সংস্কৃতি আৰু সমাজৰ পৰিবৰ্তনে শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটায়। উদাহৰণ স্বৰূপে ইংৰাজী 'father', 'mother', 'sister' আদি শব্দৰ কথা উল্লেখ কৰিব পাৰি। ধৰ্মীয় (খৃষ্টিয়া) পৰিবেশত এই শব্দ বাজিয়ে মূল প্ৰথম অৰ্থতকৈ একোটা মৰ্য্যাদা সম্পন্ন অৰ্থ প্ৰকাশ কৰে। 'sister' শব্দটোৰ অৰ্থ 'বাই' বা 'ভনী'। কিন্তু বিভিন্ন পৰিবেশত ইয়াৰ অৰ্থ বেলেগ বেলেগ হ'ব পাৰে। হস্পিটেলত 'sister' মানে 'নাৰ্চ' গৰাকীক বুজায়, ঘৰত সহোদৰ বাই বা ভনীক বুজায়। 'বাইদেউ' বুলিলে শিক্ষানুষ্ঠানত শিক্ষয়িত্ৰী গৰাকীক বুজায়। (খৃষ্টিয়ান) ধৰ্মীয় অনুষ্ঠানত 'sister' বুলিলে পৃথক অৰ্থ সূচায়। এনেদৰে একেটা শব্দই ভিন্ন পৰিবেশত ভিন্ন অৰ্থ প্ৰকাশ কৰিব পাৰে।

ৰাষ্ট্ৰ, জাতি, সম্প্ৰদায় আদিৰ ক্ষেত্ৰত হীন মনোভাৱৰ ফলত বহু পুৰাতন শব্দ বৰ্তমান অপকৃষ্ট অৰ্থত ব্যৱহৃত হোৱা দেখা যায়। তেনে শব্দৰ ক্ষেত্ৰত বুৰ্জোৱা, পুঁজিবাদী, অসুৰ আদিৰ কথা উল্লেখ কৰিব পাৰি। সংস্কৃতৰ পৰা অহা 'দুহিতা' শব্দই প্ৰথমতে যি অৰ্থ বহন কৰিছিল (যি দোহন কৰে) পিছলৈ তাৰ অৰ্থ পৰিবৰ্তিত হৈ হ'লগৈ 'জীয়াৰী' (কন্যা)। 'লংকাকাণ্ড' 'কুৰুক্ষেত্ৰ' আদি মহাকাব্যৰ ক্ষেত্ৰত প্ৰয়োগ হোৱা শব্দবাজি দৈনন্দিন জীৱনত প্ৰয়োগ হৈ কিছু ভিন্ন অৰ্থ বা সাধাৰণ অৰ্থত প্ৰকাশিত হবলৈ ধৰিছে। তেনেদৰে 'পুৰোহিত' 'যজমান' আদি শব্দইও পূৰ্বৰ অৰ্থ প্ৰকাশ নকৰি কিছু ভিন্ন অৰ্থত প্ৰয়োগ হবলৈ ধৰিলে।

(গ) **সুভাষণ প্ৰদৰ্শন :** বহু সময়ত শুনিবলৈ কিছুমান কথা শুৱলা নোহোৱা বাবে পোনে পোনে নকৈ শোভনীয় ৰূপত প্ৰকাশ কৰা হয়। একেটা কথাকে সুভাষণ প্ৰদৰ্শনৰ দ্বাৰা কেইবাটাও ৰূপত প্ৰকাশ কৰিব পাৰি। সেই শব্দবোৰে বহুক্ষেত্ৰত অভিধা অৰ্থ অতিক্ৰম কৰে। মানুহৰ 'মৃত্যু'ৰ বাতৰিকে কেবাধৰণেও প্ৰকাশ কৰা হয়। মৰিল বুলি নকৈ ইহলীলা সামৰিলে, স্বৰ্গপ্ৰাপ্তি হ'ল, পৰলোকলৈ গতি কৰিলে, স্বৰ্গগামী হ'ল, নশ্বৰ দেহা ত্যাগ কৰিলে, শৰীৰ ত্যাগিলে আদি বিভিন্ন ধৰণে কোৱা হয়।

(ঘ) **নম্ৰতা প্ৰদৰ্শন :** শব্দৰ অৰ্থ পৰিবৰ্তনৰ ক্ষেত্ৰত অতি বেচি নম্ৰতা, বিনম্ৰতাৰ প্ৰকাশ কৰিবৰ বাবেও কিছুমান শব্দৰ প্ৰয়োগ মন কৰিবলগীয়া। উৰ্দু, জাপানী আদি ভাষাত নম্ৰতা ভৰা শব্দৰ প্ৰয়োগ বৰ বেছি।[৩] এজন লোকে আন এজনক খুব অতি

৩ গোস্বামী, উপেন্দ্ৰনাথ : ভাষাবিজ্ঞান, পৃ. ১৩৪

বিনম্রভাবে এনেদৰে নিমন্ত্ৰণ কৰে—'দৰিদ্ৰৰ ভগাপঁজাত আপোনাৰ একেৰি পদধূলি পালে পৰম কৃতাৰ্থ মানিম' বুলি ক'লে ঘৰটো ভগাপজাঁ নহৈ মনোৰম অট্টালিকাও হব পাৰে। কিন্তু নম্ৰতাসূচক ব্যৱহাৰহে তেনেধৰণৰ শব্দপ্ৰয়োগৰ উপযোগী। অৱশ্যে একেজাতীয় শব্দ সকলো ক্ষেত্ৰতে বা সকলো পৰিবেশতে থাপ নাখাবও পাৰে। একবচনৰ ঠাইত বহুবচনৰ প্ৰয়োগো ( 'মই'ৰ ঠাইত 'আমি' ) বিনম্ৰভাৱৰে প্ৰয়োগ। পুৰণি অসমীয়া ভাষাত বহুঠাইত 'মই'ৰ ঠাইত 'আমি'ৰ প্ৰয়োগ মনকৰিবলগীয়া।

(ঙ) **কুসংস্কাৰ বা অন্ধবিশ্বাস :** কুসংস্কাৰ অৰ্থ পৰিবৰ্তনৰ এক অন্যতম কাৰণ। কিছুমান শব্দৰ পৰিবৰ্তে অন্ধ বিশ্বাসৰ বাবে আন শব্দৰ প্ৰয়োগ কৰা হয়। 'হালধি'ৰ প'ৰিবৰ্তে বংগুড়ি', 'সাপ'ৰ পৰিবৰ্তে 'দীঘল', 'ভূত'ৰ পৰিবৰ্তে 'দেৱতা', 'চুনৰ' পৰিবৰ্তে 'বগা' আদি শব্দ গধূলি হোৱাৰ লগে লগে প্ৰয়োগ কৰা হয়। ইয়াৰ মূলতে কোনো যুক্তিসঙ্গত কাৰণ নাই, কেৱল কুসংস্কাৰৰ ফলতে বেলেগ বেলেগ সম্প্ৰদায়ৰ মাজত বেলেগ বেলেগ শব্দৰ প্ৰয়োগ ঘটে।

(চ) **অজ্ঞতা বা অসতৰ্কতা :** নজনাৰ বাবে বা অসতৰ্কভাৱেও কেতিয়াবা কেতিয়াবা শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটিব পাৰে। উদাহৰণস্বৰূপে 'অৱদান' শব্দটো উল্লেখ কৰিব পাৰি যাৰ অৰ্থ হ'ল 'মহৎ কীৰ্তি'। কিন্তু বৰ্তমান যিকোনো দান বা কাৰ্য্যকে অবদান আখ্যা দিয়া হয়। 'নাস্তিক' শব্দৰ অৰ্থ কেৱল ভগৱানক বিশ্বাস নকৰাজনক বুজোৱা হৈছিল যদিও বৰ্তমান দেশাচাৰ নমনা যিকোনোকে নাস্তিক বোলা হয়। 'পাষণ্ড' শব্দই আগতে বৌদ্ধ সন্ন্যাসীকহে বুজাইছিল, বৰ্তমান ইয়াৰ অৰ্থ হ'লগৈ নিষ্ঠুৰ। 'ক্ৰন্দসী' শব্দৰ প্ৰয়োগ ৰবী ঠাকুৰে 'আকাশ'ৰ ক্ষেত্ৰতহে প্ৰয়োগ কৰিছিল যাৰ মূল অৰ্থ আছিল 'চিৎকাৰকাৰী সৈন্ত'।[৭] এনেদৰে অসাৱধানতা বা অজ্ঞতাৰ ফলত কিছুমান শব্দৰ অৰ্থৰ ৰূপান্তৰ চিৰস্থায়ী হয়গৈ।

(ছ) **অতিশয়োক্তি :** মনৰ ভাব বিশেষভাবে বুজাবৰ বাবে কেতিয়াবা অতিশয়োক্তি অলঙ্কাৰৰ প্ৰয়োগ হয়। 'ভয়ঙ্কৰ সাপ' 'কি ভীষণ দৃশ্য', 'মূৰত আকাশ ভাগি পৰিল' 'বিৰাট আযোজন' আদি বাক্যাংশই অনুভূতিৰ আতিশয্যৰ বাবে শব্দৰ অৰ্থ পৰিবৰ্তন কৰে। এনেধৰণৰ শব্দৰ অৰ্থ পৰিবৰ্তন ইংৰাজী আদি অন্যান্য সকলো ভাষাৰ ক্ষেত্ৰতে দেখা যায়। অতিশয়োক্তি মনস্তাত্ত্বিক কাৰণৰে অন্তৰ্গত।

(জ) **শব্দৰ অৰ্থৰ এটি তত্ত্বৰ প্ৰমুখতা :** কিছুমান শব্দৰ ক্ষেত্ৰত বিশেষ একোটি তত্ত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়। 'ৰঙাটুপী' মানে 'পুলিচ', 'গান্ধীটুপী' মানে 'কংগ্ৰেছী লোক' আদি শব্দসমূহ মানুহে দৈনন্দিন প্ৰয়োগ কৰি আছে।

(ঝ) **গৌণ অৰ্থৰ প্ৰমুখতা :** কেতিয়াবা কেতিয়াবা শব্দৰ মুখ্য বা প্ৰধান অৰ্থৰ পৰিবৰ্তে গৌণ অৰ্থক অধিক প্ৰাধান্য দিয়া হয়। ফলত শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটে। 'সিন্ধু নদী'ৰ পাৰত বসবাস কৰা লোক সকলক 'হিন্দু' আখ্যা দিয়া হয়। সেয়ে বোধহয়

৭ ভট্টাচাৰ্য, পৰেশচন্দ্ৰ : ভাষাবিদ্যা পৰিচয়, পৃ. ১৫০

'সিন্ধু' শব্দৰ মূল অৰ্থবো পৰিবৰ্তন ঘটিল। এনেধৰণে অৰ্থ পৰিবৰ্তন হোৱা শব্দৰ সংখ্যা বহুত আছে।

(ঞ) সাদৃশ্য : শব্দৰ অৰ্থ পৰিবৰ্তনৰ এক অন্যতম কাৰণ হ'ল সাদৃশ্য (analogy)। সাদৃশ্য হ'ল এক ভিতৰুৱা ধাৰ বা পৰিবৰ্তন। প্ৰত্যেক ভাষাতে শব্দ নিৰ্মাণৰ ক্ষেত্ৰত কিছুমান বিশেষ পদ্ধতি বা নিয়ম থাকে। কিন্তু সকলো সময়তে সেই পদ্ধতি প্ৰয়োগ নহৈ ব্যতিক্ৰমো লক্ষ্য কৰা যায়। অসমীয়া ভাষাত √খা ধাতুৰ পৰা 'খালে' ৰ ক্ৰিয়াৰূপ হোৱাৰ দৰে √যা ধাতুৰ পৰা 'যালে' নহৈ 'গ'লে' হয়। কিন্তু শিশু অথবা ন-কৈ অসমীয়া ভাষা শিকা লোকে 'গ'লে'ৰ পৰিবৰ্তে যালে'ৰ প্ৰয়োগ কৰিব। তেনেদৰে 'মেম' শব্দত 'নী' প্ৰত্যয় লগাই 'মেমনী' ( মাষ্টৰ+নী ) কৰাটোও সাদৃশ্যৰে উদাহৰণ। ইংৰাজী, সংস্কৃত আদি ভাষাতো সাদৃশ্যৰ প্ৰয়োগত শব্দৰ অৰ্থ পৰিবৰ্তনৰ উদাহৰণ আছে। সংস্কৃতত 'প্ৰশ্ৰয়' শব্দই নম্ৰতা, বিনয় আদি গুণবোৰ বুজাইছিল। কিন্তু 'আশ্ৰয়' শব্দৰ সাদৃশ্যত 'প্ৰশ্ৰয়' শব্দৰ অৰ্থও প্ৰায় সমপৰ্য্যায়ৰ হ'লগৈ।

(ট) লোক বুৎপত্তি : লোক বুৎপত্তি শব্দৰ অৰ্থ পৰিবৰ্তনৰ এক বিশেষ কাৰণ হব পাৰে। কিছুমান অপ'ৰচিত বা বিদেশী শব্দ প্ৰয়োগ কৰোঁতে মূল অৰ্থ পৰিবৰ্তিত হৈ নতুন অৰ্থ প্ৰস্তুত হব পাৰে। ইয়াৰ প্ৰধান কাৰণ হ'ল মানুহে সচৰাচৰ সদায় প্ৰয়োগ নকৰা শব্দ উচ্চাৰণৰ সুবিধাৰ অৰ্থে নতুন ধৰণে কৰলৈ ধৰে। ফলত শব্দৰ গঠন সলনি হয় আৰু অৰ্থবো ৰূপান্তৰ ঘটে। ইংৰাজী 'আৰ্ম চেয়াৰ' শব্দটোকে ইয়াৰ উদাহৰণস্বৰূপ দেখুৱাব পাৰি। ইয়াৰ অৰ্থ হ'ল 'বাহু থকা চকী'। কিন্তু অসমীয়া ভাষাত 'আৰ্ম' শব্দ হ'লগৈ 'আৰাম'। গতিকে 'আৰ্ম চেয়াৰ'ৰ অৰ্থ হ'লগৈ 'আৰামী চকী'। ইংৰাজী 'গ্লাচ' শব্দৰ অৰ্থ হ'ল 'কাঁচ'। কিন্তু অসমীয়াত 'গ্লাচ'ৰ পৰা হোৱা 'গিলাচ' শব্দই 'পানী খোৱা পাত্ৰ' এটিকহে বুজালেগৈ। এনেধৰণে বিভিন্ন শব্দৰ মূল অৰ্থৰ পৰিবৰ্তন ঘটে। শব্দৰ এনে নতুন অৰ্থ আবিষ্কাৰৰ নাম 'লোক বুৎপত্তি' ( folk etimology )।

(ঠ) উৎকৃষ্ট অৰ্থৰ ৰূপান্তৰ : কেতিয়াবা কেতিয়াবা নিকৃষ্ট কাৰ্য্যক শোভনীয়তা প্ৰদানৰ উদ্দেশ্যে বহু সময়ত উৎকৃষ্ট শব্দক নিকৃষ্ট অৰ্থত ব্যৱহাৰ কৰা হয়। এইবিলাক হ'ল অৰ্থালংকাৰৰ উদাহৰণ। প্ৰাচীন অসমীয়াত 'ঠাকুৰ' শব্দটোক ভগৱানৰ উদ্দেশ্যে প্ৰয়োগ কৰা হৈছিল ( দয়াৰ ঠাকুৰ হৰি যদুমনি ঐ ৰাম )। কিন্তু আধুনিক অসমীয়াত 'ঠাকুৰ' শব্দই ভগৱানক নুবুজাই আন অৰ্থহে সূচালে। বৰ্তমান 'ঠাকুৰ' শব্দটো 'ৰান্ধনি' অৰ্থতহে প্ৰয়োগ কৰা হ'ল গৈ। পুৰণি অসমীয়াত 'দাস' শব্দটো বিনয় অৰ্থতহে বুজোৱা হৈছিল ( দাসবো দাস )। কিন্তু পিছলৈ ইয়াৰ অৰ্থ 'চাকৰ'হে হ'লগৈ। বাংলা ভাষাত কাম কাজ কৰা দাসীক কন্যাৰ মৰ্য্যাদা দি 'ঝি' শব্দেৰে বুজোৱা হৈছিল। কিন্তু 'ঝি' শব্দবো প্ৰয়োগ কমি আহি 'মাসি' শব্দৰ প্ৰবেশ হয়। তেনেদৰে 'তস্কৰ' শব্দৰ অৰ্থ আছিল 'উত্তম কৰ্ম সম্পাদক'। কিন্তু এতিয়া তাৰ অৰ্থ হ'ল 'চোৰ'।

(ড) বক্তাভেদে : বক্তাৰ ইচ্ছানুযায়ীও শব্দৰ অৰ্থ পৰিবৰ্তন হ'ব পাৰে। কাৰণ, পাত্ৰভেদে সুখ-দুখৰ অনুভূতি, অন্যান্য ধ্যান-ধাৰণা আদিৰ স্বৰূপ একে নহবও পাৰে। তেনে ক্ষেত্ৰত বিভিন্ন শব্দৰ প্ৰয়োগৰ পৰিবৰ্তন হব পাৰে। এনেদৰেই বেলেগ বেলেগ সময়ত, বিভিন্ন শব্দৰ পৰিবৰ্তন হ'ব পাৰে। বাক্যৰ গাঁথনি, বাক্যৰ অৰ্থৰ গুণবাচক শব্দৰ

অৰ্থ নিৰ্ভৰ কৰিব পাৰে। গতিকে শব্দাৰ্থৰ দিশটো বাক্যতত্ত্বৰ লগত সাঙোৰ খাই আছে। নিম্ন অৰ্থযুক্ত শব্দই যেতিয়া উচ্চতৰ ভাব প্ৰকাশ কৰে তাক অৰ্থ উৎকৰ্ষ ( Elevation of meaning ) আৰু উচ্চ অৰ্থযুক্ত শব্দই নিম্ন অৰ্থ প্ৰকাশ কৰিলে তাক অৰ্থ অপকৰ্ষ ( Deterioration of meaning ) বোলা হয়। অৰ্থোৎকৰ্ষৰ উদাহৰণ অসংখ্য আছে। 'মন্দিৰ' শব্দৰ অৰ্থ হ'ল 'দেৱতাৰ ঘৰ'। 'ভীষণ' শব্দই প্ৰথম অৱস্থাত 'ভয়লগা' অৰ্থ প্ৰকাশ কৰিলেও পিছলৈ 'অতিশয়' অৰ্থকে প্ৰকাশ কৰে। 'সাহস' শব্দই প্ৰথমে 'ডকাইতি' আদিক বুজাইছিল, পিছলৈ অৰ্থ সলনি হৈ 'ভাল কাৰ্য্য'ৰ অৰ্থ প্ৰকাশিত হ'ল। তেনেদৰে 'সম্ভ্ৰম' শব্দৰ মূল অৰ্থ আছিল 'ভয়'। পিছলৈ 'মান্য' অৰ্থ প্ৰকাশ কৰা হ'ল। 'গবেষণা' শব্দৰ অৰ্থ আছিল 'গো অন্বেষণ' অৰ্থাৎ 'গৰু বিচৰা'। কিন্তু পিছত 'গবেষণা' শব্দৰ অৰ্থ হ'ল 'তত্ত্ব নিৰূপণৰ অন্বেষণ'।

অৰ্থাপকৰ্ষৰ উদাহৰণ তুলনামূলকভাৱে অৰ্থোৎকৰ্ষতকৈ অধিক। 'ৰাগ' শব্দৰ সংস্কৃত অৰ্থ মূলতে আছিল 'প্ৰেম' বা 'আকৰ্ষণ'। পিছত অসমীয়াত ইয়াৰ অৰ্থ হ'লগৈ 'খং'। সংস্কৃতত 'ধূৰন্ধৰ' শব্দৰ অৰ্থ প্ৰথমে 'শ্ৰেষ্ঠ' ( হিন্দী ভাষাত ) বুজাইছিল। অসমীয়াত তাৰ অৰ্থ হ'ল লম্পট, দগাবাজ আদি। 'মহাজন' মানে হ'ল 'মহৎ ব্যক্তি', কিন্তু পিছলৈ তাৰ অৰ্থ ব্যৱসায় আদি কৰাজনক বুজোৱা হ'ল। 'ইতৰ' শব্দই প্ৰথমতে 'অন্য' অৰ্থ প্ৰকাশ কৰিছিল, পিছলৈ ইয়াৰ অৰ্থ হ'ল 'নিম্নস্তৰৰ লোক'। এনেদৰেই উৎকৃষ্ট অৰ্থৰ নিকৃষ্ট অৰ্থলৈ ৰূপান্তৰিত হোৱা শব্দ অলেখ আছে।

শব্দৰ অৰ্থ পৰিবৰ্তনৰ দ্বাৰা ভাষাগোষ্ঠীৰ অতীত ইতিহাসৰ স্বাক্ষৰ পোৱা যায়। সেইবাবে শব্দৰ অৰ্থ পৰিবৰ্তনৰ ইতিহাস আলোচনা কৰোঁতে পুৰাতন সামাজিক ৰীতি-নীতি আদিৰ বিষয়ে বহু কথা জানিব পাৰি। ভৌগোলিক, সামাজিক আদি পৰিবেশৰ পৰিবৰ্তনৰ বাবে শব্দৰ অৰ্থৰ যি পৰিবৰ্তন হয় সি অতি মনকৰিবলগীয়া বিষয়। একোটা ভাষা-সম্প্ৰদায় এঠাইৰ পৰা আন ঠাইলৈ যাবলগা হ'লেও ভাষাৰ বিভিন্ন পৰিবৰ্তন হব পাৰে। তেনে ক্ষেত্ৰতো শব্দৰ অৰ্থৰ পৰিবৰ্তন ঘটে। সকলো শব্দৰে সদায় স্বতন্ত্ৰ অৰ্থ নাথাকিবও পাৰে। বাক্যত প্ৰয়োগ হোৱাৰ ক্ষেত্ৰত ভিন ভিন অৰ্থ তাত থাকিব পাৰে। সকলো সময়তে শব্দৰ আক্ষৰিক বা অভিধা অৰ্থ প্ৰকাশ নহবও পাৰে। অৰ্থতত্ত্বই এই সকলোবোৰ দিশ সামৰি লয়। গতিকে ভাষাজ্ঞান আহৰণ কৰোঁতে অৰ্থৰ বিভিন্ন দিশ, পৰিবৰ্তনৰ ধাৰা সম্পৰ্কে জ্ঞান আয়ত্ব কৰাও অতি প্ৰয়োজন। 'লিখিত বা কথিত উক্তি ( উচ্চাৰিত কথা ) আৰু পাৰিপাৰ্শ্বিক জগতখনৰ মাজৰ পাৰস্পৰিক সম্পৰ্কৰ সৈতে অৰ্থৰ পৰিসীমা নিহিত হৈ আছে। ( বাক্যৰ ) অৰ্থই ভাষাৰ লগতে চিহ্ন আৰু প্ৰতীক ব্যৱস্থাইও বহন কৰে বুলিব পাৰি আৰু ইয়াৰ অধ্যয়নেই অৰ্থতত্ত্ব ( Semantics ) নামে পৰিচিত।'[৮] অৰ্থতত্ত্বই অকলেই ভাষাৰ এটি বিশাল দিশ আবৰি থাকে।

৮ "Within the scope of meaning are involved the relations between utterances, written and spoken, and the world at large. Meaning is an attribute not only of language but of all sign and symbol systems, and the study of meaning is called semantics, which, there fore, embraces a wider range than language alone."

Rabins. R. H. : General Linguistics An Introductory Survey, পৃ. ১৮

# ভাষাৰ ভেদ

**ভাষাৰ ভেদ ( Variation of Language ) :**

ভাষা মানুহৰ জীৱনৰ প্ৰত্যেক মুহূৰ্তৰ বাবেই অপৰিহাৰ্য উপাদান। জন্মৰপৰা মৃত্যু পৰ্য্যন্ত মানুহৰ ওৰেটো জীৱনত ভাষাই প্ৰভাৱ পেলায়। শিশু অৱস্থাত কোৱা ভাষাৰ লগত পূৰ্ণাঙ্গ বয়সৰ ভাষাৰ পাৰ্থক্য থাকে। এজন বৃদ্ধৰ ভাষাৰ লগতো আন এজন যুৱা বয়সৰ লোকৰ ভাষা একে নহয়। কেৱল এজন মানুহেই আকৌ বিভিন্ন ঠাইত বিভিন্ন ধৰণে মনৰ ভাৱ ব্যক্ত কৰিব পাৰে। তেনেদৰে একেটা ভাষাৰে আকৌ অঞ্চলভেদে বিভিন্ন ৰূপৰ পাৰ্থক্য থাকিব পাৰে। ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, ভৌগোলিক আদি কাৰণত ভাষাৰ পাৰ্থক্য পৰিলক্ষিত হয়। গতিকে ভাষা এনে এক গতিশীল আৰু অভিনৱ প্ৰক্ৰিয়া যে স্থান-কাল-পাত্ৰ ভেদেও ভাষাৰ তাৰতম্য ঘটে। ঘৰুৱা পৰিবেশৰ ভাষা, শিক্ষানুষ্ঠানৰ ভাষা, সভা-সমিতি আদিৰ ভাষা, প্ৰশাসনৰ ভাষা আদি পৰিবেশ অনুযায়ী একেটা ভাষাৰে ভেদ পৰিলক্ষিত হয়। ভাষাৰ ভেদৰ ক্ষেত্ৰত আকৌ কেতিয়াবা কেতিয়াবা মনস্তাত্বিক কাৰণো নিহিত থাকিব পাৰে। মানুহৰ জীৱন ধাৰণৰ প্ৰণালী সকলোৰে একে নহয়। ঠিক তেনেদৰে ভাষাৰো প্ৰয়োগত বিভিন্ন পাৰ্থক্য পৰিলক্ষিত হয়। ভাষাৰ ভিন্নতা কথিত আৰু লিখিত দুয়োটাতেই প্ৰতিফলিত হয়।

**ব্যক্তি ভাষা ( Idiolect ) :**

ভাষাৰ প্ৰয়োগত প্ৰত্যেক ব্যক্তিৰে অৱদান আছে। ভাষাৰ আটাইতকৈ সংকীৰ্ণ ৰূপটো ব্যক্তিভাষাই সংৰক্ষণ কৰে বুলিব পাৰি। প্ৰত্যেক ব্যক্তিৰ ভাষা কোৱা ৰীতি সুকীয়া সুকীয়া। শিক্ষিত লোক এজনে কোৱা কথা, উচ্চাৰণৰ প্ৰক্ৰিয়া, শব্দ প্ৰয়োগৰ লগত নিৰক্ষৰ লোক এজনৰ কথাৰ বহু পাৰ্থক্য পৰিলক্ষিত হয়। অৱশ্যে সমপৰ্য্যায়ৰ দুজন লোকৰ মাজতো কথা কোৱাৰ পাৰ্থক্য থাকে। ব্যক্তিভেদে ভাষাৰ যি তাৰতম্য ঘটে, প্ৰত্যেক ব্যক্তিৰ একান্তভাৱে কোৱা কথাই ব্যক্তিভাষা আখ্যা পাব পাৰে। ব্যক্তিজনে কথা কওঁতে প্ৰয়োগ হোৱা ধ্বনি উচ্চাৰণ পদ্ধতি, শব্দ প্ৰয়োগত ভাষাৰ ব্যক্তিগত বিশেষত্ব নিহিত থাকে। সেয়ে ব্যক্তিৰ গাইগুটীয়া ভাষাই ব্যক্তিভাষা ( Idiolect )। আনহাতে আকৌ পুৰুষ আৰু মহিলাৰ ভাষাৰ মাজতো প্ৰভেদ থাকে। এই ব্যক্তিভাষাৰ প্ৰভেদ বিভিন্ন কাৰণত থাকিব পাৰে।

সকলো লোকে উচ্চাৰণ কৰা পদ্ধতি একে নহয়, কোনোজনৰ আকৌ থৰকৈ কথা কোৱাৰ অভ্যাস, কোনো কোনো জনৰ লে-নিয়াই কথা কোৱা স্বভাৱ। কোনো লোকে অস্পষ্টভাৱে, কোনোজনে স্পষ্টকৈ কথা কয়। মানুহৰ মন আৰু ব্যৱহাৰে ( Mind and Behaviour ) ব্যক্তিভাষা নিৰ্ণয়ত সহায় কৰে। এটা কথা এইখিনিতে উল্লেখ কৰিব পাৰি যে বয়সৰ তাৰতম্যইও ভাষাৰ ভেদত সহায় কৰে। সুবলহৰ, যতি, বিৰাম আদি ভাষাৰ বৰ প্ৰয়োজনীয় দিশ। সেইবিলাকৰ প্ৰয়োগৰ ক্ষেত্ৰতো ব্যক্তিভেদে পাৰ্থক্য ঘটে।

একেটা পৰিয়ালতে বসবাস কৰা সদস্যসকলৰ মাজতো বয়স অনুসৰি ভাষাৰ ভিন্নতা ঘটে। এটি শিশুৱে কোৱা ভাষাৰ লগত মাক দেউতাকৰ ভাষা একে নহয়, বা ককা-দেউতাক আইতাকৰ কথাৰ পাৰ্থক্য আছে। ইয়াৰ মূলতে আছে যুগৰ প্ৰভাৱ আৰু পৰিবেশৰ প্ৰভাৱ ; তাৰ লগতে আছে সময় সাপেক্ষে সেই ভাষাৰ লগত হোৱা আন ভাষাৰ সম্পৰ্ক। একোটা ভাষাত যিদৰে আধুনিক, মধ্য আৰু প্ৰাচীন যুগৰ নিৰ্ণয় কৰা হয় ( ভাষাৰ পৰিবৰ্তনৰ ধাৰা লক্ষ্য কৰি ) ঠিক তেনেদৰে একোটা পৰিয়ালতো ব্যক্তিৰ ভাষাত ন-পুৰণিৰ সমাবেশ ঘটে।

বৃত্তি অনুযায়ীও ব্যক্তিভাষা নিৰ্ণয় কৰা হয়। এজন ডাক্তৰৰ ভাষাৰ লগত এজন মাছমৰীয়াৰ ভাষাৰ নিশ্চয় পাৰ্থক্য থাকিব। কথা কোৱাৰ ধৰণ আৰু শব্দ-প্ৰয়োগত স্পষ্টভাৱেই সেই পাৰ্থক্যসমূহ ওলাই পৰিব। এজন চহকী ল'ৰাৰ ভাষাৰ লগতো একেবাৰে নিচলা দুখীয়া ল'ৰাৰ ভাষাৰ মাজত কিছু পাৰ্থক্য থাকিব। কে'তিয়াবা আকৌ দেখা যায় যে একেটা পৰিয়ালতে যদি এজন ডাক্তৰ, এজন অভিযন্তা, এজন শিক্ষক, এজন ব্যৱসায়ী হয়, প্ৰত্যেকৰে ভাষাৰ মাজত বৃত্তিগত কিছুমান বৈশিষ্ট্য পৰিলক্ষিত হয়। তদুপৰি বিভিন্ন ধৰ্মীয় প্ৰভাৱো ব্যক্তিভাষাত পৰা দেখা যায়। হিন্দু, মুছলমান খৃষ্টান, শিখ আদি ভিন ভিন ধৰ্মৰ লোকে সমাজত বসবাস কৰে। তেওঁলোকে বসবাস কৰোঁতে একেটা ভাষা ব্যৱহাৰ কৰিব পাৰে ; কিন্তু শব্দ প্ৰয়োগৰ ক্ষেত্ৰত প্ৰত্যেক ধৰ্ম অনুসৰি কিছুমান প্ৰভাৱ পৰে।

সামাজিক, সাংস্কৃতিক আদি পৰিবেশেও বহু সময়ত ব্যক্তিভাষাৰ ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। সচৰাচৰ ব্যক্তিজনে মাতৃভাষা প্ৰয়োগ কৰে, কেতিয়াবা কেতিয়াবা পৰিবেশভেদে আন ভাষাও ক'ব লগা হব পাৰে। এজন অসমীয়া লোক দীৰ্ঘদিন বিদেশত থাকিলে সেই বিদেশী ভাষা প্ৰয়োগ কৰোঁতেও তেওঁৰ ব্যক্তিভাষাৰ বিশেষত্ব তাত ফুটি উঠিব পাৰে। কেতিয়াবা আকৌ একেজন লোকেই নিজৰ ঘৰত, শিক্ষানুষ্ঠানত বা আন পৰিবেশত ( হাট-বজাৰ আদিত ) প্ৰয়োগ কৰা ভাষাৰ মাজত তাৰতম্য ঘটিব পাৰে। উপভাষাগত প্ৰভাৱৰ কাৰণেও এঠাইৰপৰা আন এঠাইলৈ গৈ স্থায়ীভাৱে বসবাস কৰা লোক এজনৰ ব্যক্তিভাষাৰ তাৰতম্য ঘটিব পাৰে। নামনি অসমৰ এজন লোক যদি উজনি অসমত দীৰ্ঘদিন ধৰি থাকে তেনেহলে তেওঁ দুয়ো ঠাইতে দুই ধৰণে ভাষা প্ৰয়োগ কৰিব। তাৰফলতে তেওঁ ব্যক্তিভাষাৰে কিছু বৈসাদৃশ্য পৰিলক্ষিত হ'ব। গতিকে ভাষাত ভেদৰ সৃষ্টি কৰাৰ ক্ষেত্ৰত সমাজৰ প্ৰত্যেকজন ব্যক্তিয়েই অংশীদাৰস্বৰূপ। পুৰুষ আৰু মহিলাৰ ভাষাতো প্ৰভেদৰ কথা উল্লেখ কৰা হৈছে। সাধাৰণতে পুৰুষৰ কণ্ঠস্বৰ গলগলীয়া, মহিলাৰ কোমল দেখা যায়। বহুতে ভাবে, পুৰুষতকৈ মহিলাৰ বহিৰ্জগতৰ লগত কম সম্পৰ্ক বা চলা-ফুৰা কম হোৱা বাবে তেওঁলোকে তুলনামূলকভাৱে পুৰুষতকৈ অধিক ভাষাৰ প্ৰকৃত ৰূপ সংৰক্ষণ কৰিব পাৰে। মহিলাসকল বৰ্তমান শিক্ষা আদি সকলো ক্ষেত্ৰতে আগবাঢ়ি গৈছে। গতিকে ব্যক্তিভাষাৰ ক্ষেত্ৰত ভাষা সংৰক্ষণৰ যুক্তিটো আগতকৈ কিছু কমিছে বুলিব পাৰি। তথাপি মৌখিক সাহিত্য আদিত মহিলাই বহু সংৰক্ষণৰ পৰিচয় দিব পাৰিছে য'ত ভাষাৰ প্ৰকৃত স্বৰূপ লুকাই থাকে।

**পৰিয়ালৰ ভাষা :**

একোজন ব্যক্তিৰ যিদৰে নিজৰ একোটা ভাষা থাকে, ঠিক তেনেদৰে কেবাজনো ব্যক্তিৰ সমষ্টি একোটা পৰিয়ালৰ মাজতো এটা ভাষা থাকিব পাৰে। পৰিয়ালৰ ভাষা নিয়ন্ত্ৰণৰ ক্ষেত্ৰত প্ৰধানভাৱে পৰিয়ালৰ মূৰব্বী লোকজনৰ প্ৰভাৱ পৰে। এজন সম্ভ্ৰান্ত পৰিয়ালৰ লোকৰ ঘৰত যেনে ধৰণৰ ভাষাৰ, শব্দাদিৰ প্ৰয়োগ ঘটিব, এজন মাছমৰীয়া বা ধোবা অথবা নিম্নস্তৰৰ লোকৰ পৰিয়ালত একে ধৰণৰ প্ৰয়োগ নিশ্চয় নঘটিব। মাক-দেউতাক, ল'ৰা-ছোৱালী, ককাদেউতাক, আইতাক—এই সকলোৰে পৰিবেষ্টিত এখন ঘৰলৈকে যদি চোৱা যায় তেতিয়াহ'লে দেখা যাব সকলোৰে কথা-বতৰাৰ মাজত এক সামঞ্জস্য লক্ষ্য কৰিব পাৰি। অৱশ্যে এই দিশবোৰ অতি সূক্ষ্মভাৱে পৰ্য্যবেক্ষণ কৰিলেহে দৃষ্টিগোচৰ হ'ব। যিহেতু এনেবোৰ ভাষাৰ একেবাৰেই সংকীৰ্ণ ৰূপ। সাধাৰণতে মাতৃভাষা আয়ত্ব কৰোঁতে শিশু যিদৰে মাকৰদ্বাৰা বিশেষভাৱে প্ৰভাৱান্বিত হয়, ঠিক তেনেদৰে ব্যক্তিগত পৰিয়াল একোটাৰ ভাষা আয়ত্ব কৰোঁতেও শিশুৰ গাত মাকৰ প্ৰভাৱেই বেচিকৈ পৰে। পৰিবেশৰ প্ৰভাৱৰ বাবে শিশুৱে কেতিয়াবা কিছুমান বাহিৰৰ উপাদান কঢ়িয়াই আনিলেও মাক বা আনে সেইবোৰ নিৰ্মূল কৰে। মাৰ্জিত ৰুচিবোধৰ পৰিয়াল একোটাত ভাষাৰীতিৰ সুৰুচিৰ পৰিচয় নিহিত হৈ থাকে। গতিকে ভাষাৰ ভেদত প্ৰত্যেক পৰিয়ালৰ ভাষাতো স্ব-উপাদান নিহিত হৈ থাকিব পাৰে।

**উপভাষা ( Dialect ) :**

একোটা ভাষা যেতিয়া বিশাল জনসমষ্টিৰে এক বৃহৎ অঞ্চল জুৰি থাকে তেনে ক্ষেত্ৰত যাতায়াতৰ অসুবিধা, যোগাযোগৰ অভাৱ আদিৰ বাবে অঞ্চল বিশেষে একোটা স্বকীয়া স্বকীয়া ভাষাৰূপৰ সৃষ্টি হয়। যাতায়াতৰ অসুবিধা বিভিন্ন প্ৰাকৃতিক, ৰাজনৈতিক আদি কাৰণৰ বাবেও হ'ব পাৰে। একোটা মান্যভাষাত ( Standard Language ) এনেবোৰ কাৰণত বহু আঞ্চলিক ৰূপৰ সৃষ্টি হ'ব পাৰে। ভাষাৰ আঞ্চলিক ৰূপকে উপভাষা ( Dialect ) আখ্যা দিয়া হৈছে। ব্যক্তিভাষা বা পৰিয়ালৰ ভাষাবোৰৰ মাজত থকা ভেদবোৰৰ অতি সামান্য আৰু প্ৰবল সূক্ষ্ম দৃষ্টিৰে নিৰীক্ষণ নকৰিলে সকলোবোৰ ভেদ নিৰূপণ কৰা সহজ নহয়। কিন্তু উপভাষাৰ ক্ষেত্ৰত ভাষাৰ ভেদ নিৰূপণ বিশেষ জটিল কাম নহয়। উপভাষাৰ সৃষ্টিৰ কাৰণ আৰু সংৰক্ষণ কিদৰে হয় সেইকথা বহলভাৱে উপভাষাতত্ত্ব (Dialectology) অধ্যায়ত বৰ্ণনা কৰা হৈছে। ইয়াত কেৱল ভাষাৰ ভেদত উপভাষাৰ কি ভূমিকা অথবা উপভাষা-ভাষাৰ তাৰতম্য নিৰূপণৰ কিদৰে সহায়ক সেইকথাহে আলোচনা কৰা হ'ব। উপভাষাৰ বিস্তৃত অধ্যয়নেহে ভাষাৰ মৌলিক তথ্য নিৰূপণত বিশেষভাৱে সহায় কৰে। এটা জনসমষ্টিৰ এজনৰ ব্যক্তিভাষা আন এজনে যেতিয়া বুজিব, সেই জনসমষ্টিৰ ব্যক্তিভাষাৰ সমগ্ৰভাই হ'ল এটা উপভাষা[১]। বহু ব্যক্তিৰ মিলিত সমষ্টিৰ পৰাই উপভাষাৰ সৃষ্টি।

---

১ দত্তবৰুৱা, ফণীন্দ্ৰনাৰায়ণ : আধুনিক ভাষাবিজ্ঞান পৰিচয়, পৃ. ৬১

উপভাষাৰ একোটা কাল্পনিক ভৌগোলিক সীমাৰেখা থাকে যদিও প্ৰকৃততে ৰাষ্ট্ৰ, ৰাজ্য, জিলা আদিৰ দৰে উপভাষাৰ ভৌগোলিক সীমাৰেখা অংকন কৰা জটিল। কেতিয়াবা কেতিয়াবা দুটা উপভাষা কোৱা যি সীমান্ত অঞ্চল থাকে তেওঁলোকে সেই দুয়োটা উপভাষাকে ভালকৈ ক'ব বা বুজিব পাৰে। যি কাল্পনিক সংক্ষিপ্ত সীমাৰেখাৰ মাজত এটাতকৈ অধিক উপভাষাৰ প্ৰচলন থাকে তেনে ক্ষেত্ৰত সেই অঞ্চলৰ লোকসকলে এটাতকৈ অধিক উপভাষা ক'ব পাৰে। ফলস্বৰূপে সেই অঞ্চল দ্বি-ভাষী অঞ্চলৰূপে (Diglossia) পৰিচিত হয়। উপভাষাৰ সীমা নিৰূপন কৰোঁতে কিছুমান কাল্পনিক ৰেখাচিত্ৰ অংকন কৰিব লগা হয় আৰু সিবোৰকে শব্দৰেখা (Isogloss) বোলা হয়। দুটা বা ততোধিক উপভাষা বা ভাষাৰ ভেদ নিৰ্ণয়ৰ ক্ষেত্ৰত ভৌগোলিক সীমাৰেখা নিৰূপণৰ বাবেই শব্দৰেখাৰ প্ৰয়োজন। এতিয়া উপভাষাগত ভেদৰ কথা আলোচনা কৰোঁতে আমি অসমীয়া ভাষাটোকে উদাহৰণস্বৰূপে দেখুৱাব পাৰোঁ। অসমত প্ৰচলিত অসমীয়া ৰাজ্য-ভাষাৰূপে প্ৰচলিত হ'লেও ইয়াৰ উপভাষা কেবাটাও আছে। প্ৰধানকৈ অৱশ্যে উজনি অসমৰ ভাষা আৰু নামনি অসমৰ ভাষা—এই দুটা প্ৰধান উপভাষাগত প্ৰভেদৰ কথাহে বৰ্তমানলৈকে আলোচিত হৈছে। কিন্তু নামনি অসমৰ ভাষাতে দুটা প্ৰধান উপভাষা আছে—কামৰূপী আৰু গোৱালপৰীয়া উপভাষা। ডাঙৰ নদ-নদী, পৰ্বত-পাহাৰ, অটব্য-অৰণ্য আদি উপভাষা সৃষ্টিৰ প্ৰাকৃতিক মূল কাৰণ। এইবিলাক কাৰণতেই হয়তো অসমৰ এই নামনি আৰু উজনিৰ উপভাষাগত প্ৰভেদ পৰিলক্ষিত হ'ল। কিন্তু এইখিনিতে এটা প্ৰধান ৰাজনৈতিক কাৰণো নিহিত হৈ আছে। সেয়া হ'ল ছশ বছৰ জুৰি উজনি অসমত আহোম ৰজাসকলৰ ৰাজত্ব। নামনি অসমৰ লগত যোগাযোগৰ অভাৱে উজনি অসমৰ ভাষাতকৈ নামনি অসমৰ ভাষাৰ পৃথকতা সংৰক্ষণ কৰাত সহায় কৰিলে। কিন্তু দলং-নিৰ্মাণ, পাহাৰ-পৰ্বত, অৰণ্য আদি নিৰ্মূল কৰি যাতায়তৰ সুবিধাৰ ফলত ক্ৰমান্বয়ে উপভাষাগত বিভেদবোৰ আঁতৰিবলৈ আৰম্ভ কৰিলে। বিশেষভাৱে ব্যৱসায়-বাণিজ্য, শিক্ষাৰ প্ৰসাৰ, সামাজিক অনুষ্ঠান, বিয়া-বাৰু, পূজা-পাতল, উৎসৱ আদিত পৰস্পৰৰ মাজত সংমিশ্ৰণৰ ভেটি গঢ় লৈ উঠিছে। তথাপি উপভাষাগত তাৰতম্য একেবাৰেই নিঃশেষ হৈ নাযায়। ভাষাৰ খণ্ডৰূপৰ সহায়ক হ'ল উপভাষাৰ সংৰক্ষণশীলতা আৰু ভাষাৰ অখণ্ডৰূপৰ সহায়ক হ'ল উপভাষাৰ সংমিশ্ৰণ। উপভাষা সংৰক্ষণৰ ক্ষেত্ৰত কেতিয়াবা কেতিয়াবা আকৌ প্ৰাকৃতিক বা ৰাজনৈতিক প্ৰতিবন্ধক সমূহো প্ৰধান কাৰণ নহ'ব পাৰে। তেনেক্ষেত্ৰত সামাজিক ব্যৱধানৰ কথা উল্লেখ কৰিব পাৰি। উদাহৰণস্বৰূপ কামৰূপী উপভাষা আৰু গোৱালপৰীয়া উপভাষাৰ কথা উল্লেখ কৰিব পাৰি। মূল অসমীয়া ভাষাৰে দুটি পৃথক পৃথক উপভাষাৰূপেই কামৰূপী আৰু গোৱালপৰীয়া উপভাষা পৰিচিত। চাবলৈ গ'লে এই দুই উপভাষাৰ মাজত তেনেধৰণৰ প্ৰভেদ থাকিব নালাগিছিল। কাৰণ, ওচৰ চুবুৰীয়া জিলাৰূপে এই দুয়া ঠাইৰ মাজত সংমিশ্ৰণ বহু পৰিমাণে ঘটিব লাগিছিল। কিন্তু এই দুয়ো উপভাষাই পৃথক পৃথক বৈশিষ্ট্য সংৰক্ষণ কৰি আহিছে। অৱশ্যে সকলো ক্ষেত্ৰতে সংমিশ্ৰণ একেবাৰেই হোৱা নাই বুলিও ক'ব নোৱাৰি। গোৱালপৰীয়া উপভাষাত অৱশ্যে

পশ্চিমৰ ভাষাৰ প্ৰভাৱ মন কৰিবলগীয়া। কামৰূপী উপভাষাৰ গৱেষণা, অধ্যয়নে উপভাষাগত ভেদবোৰ আঙুলিয়াই দিবলৈ সক্ষম হৈছে। গোৱালপৰীয়া উপভাষাবো বৰ্তমান গৱেষণাৰ পথ মুকলি হৈছে। তেনেদৰে প্ৰত্যেক ভাষাবে উপভাষাবোৰে ভাষাৰ তাৰতম্য নিৰূপণত সহায় কৰে।

### স্থানীয় উপভাষা ( Sub Dialect ) :

উপভাষা হ'ল মান্যভাষাটোৰ একোটা আঞ্চলিক ৰূপ। কিন্তু একোটা উপভাষাবো আকৌ একাধিক আঞ্চলিক ৰূপ থাকে। তেনে উপভাষাক স্থানীয় উপভাষা আখ্যা দিয়া হয়। অৱশ্যে মান্যভাষাৰ লগত উপভাষাৰ সম্পৰ্কটোৰ যিদৰে স্পষ্ট কৰি দেখুৱাব পাৰি তেনেদৰে স্থানীয় উপভাষাৰ ক্ষেত্ৰত সকলো সময়তে দেখুৱাব নোৱাৰি। স্থানীয় উপভাষা কোৱা লোকসকলৰ মাজত ধ্বনি, ৰূপ, শব্দ, বাক্য-গঠনৰ প্ৰক্ৰিয়া আদিত সমৰূপতা ( uniformity ) পৰিলক্ষিত হয়। কিন্তু এটা স্থানীয় উপভাষাৰ লগত আন এটাৰ আকৌ কিছুমান প্ৰভেদ থাকে। সাধাৰণতে বাক্য, শব্দ আৰু ৰূপৰ ক্ষেত্ৰতহে সাধাৰণ কিছুমান বৈসাদৃশ্য পৰিলক্ষিত হয়। অৱশ্যে উচ্চাৰণগত পাৰ্থক্য অলপ থাকিব পাৰে। সামান্য ভেদ থকা সত্বেও ইটো অঞ্চলৰ লোকে সিটো অঞ্চলৰ লোকৰ ভাষা বুজিব পাৰে ' অৱশ্যে তেওঁলোকে নিজৰ অঞ্চলৰ কথিত ৰূপটো পৰিহাৰ নকৰে। স্থানীয় উপভাষাৰ উদাহৰণস্বৰূপে কামৰূপী উপভাষাৰ স্থানীয় ৰূপৰ কথা উল্লেখ কৰিব পাৰি। বৰপেটা অঞ্চলৰ উপভাষাৰ লগত নলবাৰী অঞ্চলত উপভাষাৰ পাৰ্থক্য আছে। তেনেদৰে বৰপেটা নলবাৰী উপভাষাৰ লগত ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ ছয়গাঁও বকো অঞ্চলৰ উপভাষাৰ পাৰ্থক্য আছে। স্থানীয় উপভাষাৰ ভিতৰতো কিছুমান ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চলৰ মাজত কিছু পাৰ্থক্য থাকে। নলবাৰী আৰু বৰপেটাৰ মাজৰ অঞ্চলৰ ( পাঠশালা আদি ) লোকৰ ভাষাতো আকৌ সামান্য পাৰ্থক্য আছে। এনেদৰে একোটা উপভাষাতে বিভিন্ন ভাষাগত ভেদ পৰিলক্ষিত হয়। উপভাষাৰূপে উজনি অসমৰ ভাষাৰে কিছুমান আঞ্চলিক ৰূপ থাকে। অৱশ্যে সেই পাৰ্থক্যবোৰ সকলো ক্ষেত্ৰতে স্পষ্ট নহয়। নগাঁও অঞ্চলৰ ভাষাৰ লগত শিৱসাগৰৰ কথিত ভাষাৰ কিছু পাৰ্থক্য পৰিলক্ষিত হয় আৰু শিৱসাগৰৰ কথিত ভাষাৰ লগত লক্ষীমপুৰৰ কথিত ভাষাৰ পাৰ্থক্য পৰিলক্ষিত হয়। তেনেদৰে স্থানীয় উপভাষাগত প্ৰভেদ সকলো ভাষাৰ ক্ষেত্ৰতেই প্ৰযোজ্য।

### বৰ্ণ উপভাষা ( Caste-dialect ) :

উপভাষাৰ সংকীৰ্ণ ৰূপৰ ক্ষেত্ৰত কোনো কোনোৱে বৰ্ণ-উপভাষাৰ কথাও উল্লেখ কৰিছে। জাতিভেদেও উপভাষাগত পাৰ্থক্য কেতিয়াবা কেতিয়াবা লক্ষ্য কৰা যায়। অৱশ্যে পৃথিৱীৰ সকলো ঠাইতে বৰ্ণ-উপভাষাৰ প্ৰাবল্য নাই। যিবোৰ ঠাইত জাতিগত বৈষম্যই প্ৰাধান্য লাভ কৰিছে তেনেবোৰ ঠাইতহে ভাষাৰ ভেদৰ ক্ষেত্ৰত বৰ্ণগত উপভাষাৰ প্ৰয়োজনীয়তা আছে। অসম বা অন্যান্য কিছুমান ৰাজ্যত বৰ্ণ-উপভাষা বিশেষ পৰিস্ফুট

নহয়। অন্যান্য ৰাজ্যত জাতিগত বৈষম্যৰ বাবে বৰ্ণ বৈষম্যৰ উদ্ভৱ হৈছে। বৰ্ণ-উপভাষাৰ উপৰিও সম্প্ৰদায় অনুসৰিও উপভাষাগত পাৰ্থক্য থাকিব পাৰে। ইয়াক সাম্প্ৰদায়িক উপভাষা ( Community dialect ) বোলা হয়।

## দোৱান :

ভাষা বা উপভাষাৰ অধ্যয়নৰ ক্ষেত্ৰত সঘনে 'দোৱান' শব্দ এটাৰ প্ৰয়োগ হয়। 'দোৱান' বুলিলে একেবাৰেই সাধাৰণ অৰ্থত আমি সৰ্বসাধাৰণতে দুৰ্বোধ্য ( ভাষা ) অৰ্থকে বুজোঁ। কিন্তু 'ভাষা' বা 'উপভাষা'ৰ যি সংজ্ঞা আছে 'দোৱান'ক তেনেধৰণৰ সংজ্ঞাৰে বুজাব নোৱাৰোঁ। প্ৰথম অৱস্থাত 'দোৱান' শব্দটো অনুন্নত, নিৰক্ষৰ জনজাতীয় লোকে মনৰ ভাব আদান প্ৰদানৰ বাবে ব্যৱহাৰ কৰা 'কথোপকথন'ৰ অৰ্থতে প্ৰয়োগ কৰা হৈছিল। কিন্তু বৰ্তমান অসমৰ ভিতৰুৱা আৰু দাঁতি কাষৰীয়া সমতল বা পাহাৰীয়া অঞ্চলৰ 'দোৱান' বুলি আখ্যা দিয়া বহু ভাষা পোহৰৰ বাটলৈ আহিল। উপযুক্ত গৱেষণা আৰু অধ্যয়নৰ অবিহনে যিকোনো ভাষা-গোষ্ঠীয়ে 'দোৱান' ব্যৱহাৰ কৰে বুলিব নোৱাৰি। বহুতো ভাষা বা উপভাষা লিখিত নিদৰ্শনৰ অবিহনে লুপ্তপ্ৰায় হয়। কিন্তু লিখিত নিদৰ্শন যিকোনো ভাষাৰে কথিত ৰূপৰ পৰৱৰ্তী বিকাশহে। 'দোৱান' বুলিলে আমি এতিয়ালৈকে গৱেষণা বা অধ্যয়নৰ বাটলৈ নহা এনে ভাষা-সম্প্ৰদায় বা ভাষা-ফৈদৰ কথোপকথনক বুজোঁ যাক ব্যাকৰণৰ নিয়মেৰে বান্ধিব নোৱাৰি আৰু বুজিবলৈ কষ্টসাধ্য। সেই কথোপকথন কেৱল সেই সম্প্ৰদায়ৰ মাজতেই সীমাবদ্ধ। উদাহৰণ স্বৰূপে নগালেণ্ডত প্ৰচলিত নগাভাষাৰ মাজত অলেখ ৰূপ, যিবোৰ এটা ফৈদৰ বাহিৰে আনটো ফৈদে বুজিব নোৱাৰে। এই দুৰ্বোধ্যতাৰ বাবেই নগা আৰু অসমীয়া মিলি 'নাগামিজ' ( Nagamese ) এই সংযোগী ভাষাৰ সৃষ্টি হৈছে। আনহাতে অৰুণাচলৰ ভাষাৰ সৃষ্টি হৈছে। আনহাতে অৰুণাচলৰ ভাষাৰ ক্ষেত্ৰতো এনে মন্তব্য দিব পাৰি। অৰুণাচলৰ বহু ফৈদৰ মাজত দুৰ্বোধ্য ভাষাকো 'দোৱান' আখ্যা দিয়া হয় আৰু অসমীয়াৰ লগত অৰুণাচলৰ ভাষাৰ সংযোগ ঘটি অৰুণামিজৰ ( Arunamese ) সৃষ্টি হৈছে।

## মান্যভাষা ( Standard Language ) :

ব্যক্তিভেদে ব্যক্তিভাষা, অঞ্চলভেদে উপভাষাৰ প্ৰচলন হয়। ভাষাৰ প্ৰয়োজন হয় কেৱল আদান-প্ৰদানৰ বাবেহে। ব্যক্তিগত কাৰণ, আৰ্থ-সামাজিক কাৰণ, সাংস্কৃতিক কাৰণ আদিৰ বাবেই ভাষাই যোগাযোগৰ মাধ্যম বিচাৰে। ভাষাৰ কেৱল দুজন ব্যক্তি, কেবাজনো ব্যক্তি অথবা এটা অঞ্চলৰ এমুঠি লোকৰ মাজতেই সীমাবদ্ধ হ'ব নোৱাৰে। ভাষা মাধ্যমৰ বাবে প্ৰয়োজন বহল পৰিসৰৰ। তেনেক্ষেত্ৰত একোটা বৃহৎ অঞ্চলৰ যোগাযোগৰ মাধ্যমৰূপে এটি মাথোঁ উমৈহতীয়া ভাষাৰ প্ৰয়োজন হয়। পৃথিৱীৰ সকলো ভাষাৰ বুৰঞ্জীতে দেখা যায় প্ৰথম অৱস্থাত হোৱা কথিত ভাষাৰ প্ৰচলনেই পিছলৈ পৰিমাৰ্জিত হৈ সাহিত্যিক ৰূপ লাভ কৰে। অঞ্চলভেদে প্ৰয়োগ হোৱা উপভাষা একোটাই কেতিয়াবা

বহু উপভাষা কোনো লোকৰ মাজত প্ৰচলিত হৈ সাহিত্যিক মৰ্য্যাদা লাভ কৰেগৈ। সেই ভাষাকে মান্যভাষা ( Standard Language ) আখ্যা দিয়া হয়। বহুতো উপভাষাৰ মাজত এটি মাথোঁ উপভাষাই মান্যভাষা আখ্যা পোৱাৰ মূলতে এইটো নহয় যে বাকী সকলোবিলাক উপভাষাতকৈ সেই উপভাষাটোহে উৎকৃষ্ট। উপভাষাৰ ক্ষেত্ৰত কোনোবা এটা উৎকৃষ্ট বা কোনোবা এটা নিকৃষ্ট এনে আখ্যা ভ্ৰান্তিহীন। কাৰণ ভাষাতত্ত্বৰ আলোচনাত সকলো উপভাষাৰে সমান গুৰুত্ব থাকে। অৱশ্যে বিশেষ মৰ্য্যাদাসম্পন্ন বুলি বিবেচনা কৰা উপভাষাকহে মান্যভাষাৰূপে অন্যান্য উপভাষীলোক সকলে গ্ৰহণ কৰে—এই কথাও অসত্য নহয়।

একোটা উপভাষাই একাধিক উপভাষাৰ মাজত মান্যভাষাৰূপে স্বীকৃতি লাভ কৰাৰ মূলতে বহুতো কাৰণ থাকিব পাৰে। ভাষাতত্ত্বৰ আলোচনাৰদ্বাৰা তাৰ গুণগত দিশ ফঁহিয়াই চাই মৰ্য্যাদাসম্পন্ন ভাষা আখ্যা দিয়া নহয়। বিভিন্ন ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, ধৰ্মীয় আদি কাৰণত উপভাষাই মান্যৰূপ লয়। অসমীয়া ভাষাৰ ক্ষেত্ৰতে এই উদাহৰণলৈ আঙুলিয়াব পাৰি। অসমত উজনি অসমৰ উপভাষাই মান্যৰূপ লোৱাৰ মূলতেও এনেধৰণৰ কাৰণবোৰ নিহিত হৈ আছে। ছশ বছৰ জুৰি আহোম ৰজাসকলে উজনি অসমত ৰাজত্ব কৰিছিল আৰু শিৱসাগৰ অঞ্চলেই প্ৰধান কেন্দ্ৰস্বৰূপ আছিল। সেই সময়ত নামনি অসমৰ লগত উজনি অসমৰ যোগাযোগ বৰ কম আছিল। ফলত উজনি অসম একেটা ৰাজকীয় শাসনত থকাৰ ফলত উজনি অসমৰ ভাষাত উপভাষাগত পাৰ্থক্যৰ সীমাৰেখা বহু কমি যায়। সেইবাবে এই উজনিৰ ভাষাই প্ৰাধান্য লাভ কৰে। ঠিক তেনেদৰে ধৰ্ম প্ৰচাৰৰ হকে অহা খৃষ্টান বেপ্টিষ্ট মিছনেৰীসকলে ইংৰাজৰ আমোলত, মানৰ আক্ৰমণত মৃতপ্ৰায় অসমীয়া ভাষাৰ পুনৰুদ্ধাৰৰ বাবে যি প্ৰচেষ্টা চলালে সেই ক্ষেত্ৰতো তেওঁলোকে উজনি অসমৰ ভাষা বিশেষকৈ শিৱসাগৰৰ কথিত ভাষাকে মৰ্য্যাদা দান কৰিলে। ফলত উজনি অসমৰ ভাষাই মান্যভাষাৰূপে প্ৰতিষ্ঠিত হ'ল। যোগাযোগৰ মাধ্যম ৰেডিঅ', দূৰদৰ্শন, বাতৰি কাকত আদিৰ ক্ষেত্ৰতো মৰ্য্যাদা সম্পন্ন উপভাষাটোৱেই প্ৰাধান্য লাভ কৰে। সভা-সমিতি, শিক্ষানুষ্ঠান আদিতো মান্যভাষাৰ প্ৰয়োগ হয়; মান্যভাষাৰূপে পৰিচিত ভাষা প্ৰবৰ্তনৰ ক্ষেত্ৰত বিভিন্ন কাৰণ, ইতিহাস জড়িত থাকে। পৃথিৱীৰ মান্যভাষাসমূহৰ ইতিহাস অনুধাৱন কৰিলে দেখা যায় যে উপভাষাৰূপে থকা অৱস্থাত সেইসকলোবোৰ ভাষাই সমানে পৰিচিত বা আগবঢ়া নাছিল। কেতবোৰ ঐতিহাসিক ঘটনাইও একোটা উপভাষাক মান্যভাষালৈ উন্নীত কৰে। পৃথিৱীৰ উৎকৃষ্ট ভাষাসমূহৰ ভিতৰত ফৰাচী, ইংৰাজী, জাৰ্মানী, গ্ৰীক, লেটিন আদি দেশবোৰত প্ৰতিষ্ঠা হোৱা মান্যভাষাবোৰৰ ক্ষেত্ৰতো দেখা যায় সেই ভাষাবোৰ প্ৰতিষ্ঠা হোৱাৰ আগতে কিন্তু বহু উপভাষাৰ প্ৰচলন আছিল। গ্ৰীক ভাষাটো পৃথিৱীৰ ভিতৰতে উল্লেখযোগ্য ভাষা। কিন্তু বহু উপভাষাৰ প্ৰচলিত গ্ৰীচত পিছলৈহে মান্যভাষাই প্ৰতিষ্ঠা লাভ কৰে। অৱশ্যে উপভাষা একোটাই মান্যৰূপ লাভ কৰিলেও তাৰ ভাষা ৰীতিটোৱে অলৰ-অচৰ হৈ থাকিব এনে নহয়। ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আদি কেন্দ্ৰৰ পৰিবৰ্তনৰ ফলত কেতিয়াবা কেতিয়াবা উপভাষাইও

অধিক মর্য্যাদা লাভ কৰিব পাৰে। ভাষাৰ গতিশীলতাইও ৰাষ্ট্ৰভাষাৰ পৰিবৰ্তন ঘটায়। একোটা ৰাষ্ট্ৰভাষা ৰাজ্যখনৰ ৰাজ্য ভাষাৰূপেও স্বীকৃত হয়।

**কথিত আৰু লিখিত ভাষা ( Spoken and Written Language) :**

ভাষা জন্মৰ বহু পিছতহে সেই ভাষাই সাহিত্যিক ৰূপ লাভ কৰে। পৃথিৱীৰ সকলো-বিলাক ভাষাৰে প্ৰথম অৱস্থাত কথিত ৰূপহে ( Colloquail ) প্ৰচলিত হৈ থাকে। সেইবাবেই জাতি একোটাৰ সাহিত্যৰ বুৰঞ্জী অনুধাৱন কৰোঁতে মৌখিক সাহিত্যৰ কথা সদায় প্ৰথমতেই উল্লেখ কৰিব লাগে। পৃথিৱীত প্ৰচলিত সকলোবোৰ ভাষাৰ ভিতৰত কিছুমানৰ লিখিত নিদৰ্শন নাথাকিবও পাৰে। ভাষা যদি সদায়েই কথিত ৰূপতেই থাকিল-হেঁতেন তেনেহ'লে ভাষ'-সাহিত্যৰ ইতিহাস নিৰ্ণয় কষ্টসাধ্য হ'লহেঁতেন। কাৰণ কথিত ভাষা পৰিবৰ্তনশীল। ভাষাৰ কোনোটো ৰূপই চিৰদিন-চিৰকাল অপৰিবৰ্তিত হৈ থাকিব বুলি ভবাটো ভুল। গতিকে ভাষাৰ লিখিত ৰূপৰ অবিহনে একোটা ভাষাৰ ইতিহাস ধৰি ৰখা টান। কথ্যভাষা বা কথিত ভাষাই স্থায়ীৰূপ লাভ কৰাতেই লিখিত ভাষাৰ জন্ম দিয়ে। পৃথিৱীৰ প্ৰায় সকলোবিলাক ভাষাৰ কথিত আৰু লিখিত দুয়োটা ৰূপই থাকে। কেতিয়াবাহে লিখিতৰূপ নাথাকে। বহু সময়ত কথিত ভাষাৰ প্ৰতিনিধিত্ব কৰে উপভাষা-সমূহে। অৱশ্যে উপভাষাই পিছলৈ লিখিত ৰূপ লাভ কৰিব পাৰে।

কথিত আৰু লিখিত ৰূপৰ মাজত কেতিয়াবা পাৰ্থক্যৰ সীমাৰেখা অধিক হয় আৰু কেতিয়াবা আপেক্ষিকভাৱে কম হয়। অসমীয়া ভাষাৰ ক্ষেত্ৰত লিখিত ৰূপৰ লগত কথিত ৰূপৰ পাৰ্থক্য বৰ বেছি নহয়। তেনেদৰে সকলো ভাষাতে কিন্তু এই দুয়োটা ৰূপৰ পাৰ্থক্য কম নাথাকে। উদাহৰণস্বৰূপে বাংলাভাষাৰ কথাই উল্লেখ কৰিব পাৰি। বাংলা ভাষাত কথিত ভাষাক 'চলিত ভাষা' আৰু লিখিত ভাষাক 'সাধুভাষা' আখ্যা দিয়া হয়। বঙালী-ভাষাত এই দুয়োটা ৰূপৰ পাৰ্থক্য অধিক হোৱাৰ কাৰণ হয়তো পশ্চিমবংগত বিভিন্ন আঞ্চলিক কথ্যভাষাৰ প্ৰচলন। বাংলা লিখিত ভাষা মূলতঃ পশ্চিমবংগৰ প্ৰাচীন কথ্য-ভাষাৰ ওপৰত প্ৰতিষ্ঠিত। সেয়ে হ'লেও বাংলা দেশৰ ( পূৰ্বৰ পূৰ্ববংগ ) কথ্য ভাষাৰ প্ৰভাৱো ইয়াত কিছু পৰিমাণে পৰিছে। বাংলাভাষাত দুটা আহিৰ ভাষা প্ৰয়োগ হয়— এটা ৰবীন্দ্ৰনাথ, শৰৎচন্দ্ৰ, বঙ্কিমচন্দ্ৰৰ ভাষাৰ আহিৰ আৰু আনটো কলিকতা অঞ্চলৰ কথিত বঙালী ভাষাৰ আহিৰ। বাংলাভাষাত ভাগীৰথীৰ দুয়োপাৰৰ অঞ্চলসমূহৰ শিক্ষিত জনগণৰ ভাষাৰ ওপৰত ভিত্তি কৰি 'আদৰ্শ চলিত ভাষা' ( S andard Colloquail ) গঢ়ি উঠিছে। সাহিত্যিক মৰ্য্যাদা লাভ কৰাৰ লগে লগে কথিত ভাষাৰ গৌৰৱ আৰু আভিজাত্য বাঢ়ি যায়। এই ক্ষেত্ৰত ৰবীন্দ্ৰনাথ ঠাকুৰৰ এটি মন্তব্য প্ৰণিধানযোগ্য— "রূপকথায় বলে, এক যে ছিল রাজা, তার দুই রাণী—সুয়োরাণী আর দুয়োরাণী। তেমনি বাংলা বাক্যাধিপেরও আছে দুয়োরাণী; একটাকে আদর করে নাম দেওয়া হয়েছে সাধুভাষা; আর একটিকে কথ্যভাষা, কেউ বলে চলতি ভাষা[২]।"......বাংলা ভাষাত

২ সেন, সুকুমাৰ/মুৰাৰিমোহন : ভাষার ইতিহাস, পৃ. ১৫৫

ধিদৰে কথিত আৰু লিখিত ৰূপৰ পাৰ্থক্য অধিক তেনেদৰে তামিল ভাষাতো এই দুয়োৰূপৰ মাজত পাৰ্থক্য যথেষ্ট[৩]। কোনো কোনো ভাষাত কথিত মান্যভাষাই সাহিত্যিক-ৰূপে লাভ কৰে ; কোনো কোনো ভাষাত কথিত মান্যভাষাই সাহিত্যিক ৰূপ লাভ নকৰিবও পাৰে।

## ৰাজ্য ভাষা ( State Language ) :

একোখন প্ৰদেশ বা ৰাজ্যত প্ৰশাসন চলাবৰ বাবে এটা প্ৰধান ভাষাৰ প্ৰয়োজন। তদুপৰি শিক্ষানুষ্ঠান, আদালত আদি চলাবৰ বাবে এটা ভাষাৰ প্ৰয়োজন। এখন ৰাজ্যত যদি একাধিক ভাষা থাকে সামূহিক কামসমূহ চলাবৰ বাবে তাৰে এটা ভাষা বাছি উলিয়াব লগীয়া হয়। সেই ভাষাটো সমূহ জনসাধাৰণৰ মাজতে প্ৰভাৱ বিস্তাৰ কৰিব পৰা মৰ্য্যাদাসম্পন্ন, বোধগম্য ভাষা হ'ব লাগিব। ৰাজ্য চলাবৰ বাবে বাছি লোৱা উদ্দেশ্যহেতুীয়া ভাষাটোকে ৰাজ্য ভাষা ( State Language ) আখ্যা দিয়া হয়। অসম ৰাজ্যত অসমীয়া, পশ্চিমবঙ্গত বাংলা, উৰিষ্যাত উড়িয়া ভাষা ৰাজ্যভাষাৰূপে প্ৰতিষ্ঠিত। তেনেদৰে বিভিন্ন ৰাজ্যত বিভিন্ন ৰাজ্যভাষা প্ৰচলিত। ৰাজ্যভাষাই ৰাজ্যখনৰ প্ৰশাসনত, সকলো লোকৰ মাজত ঐক্য স্থাপনত সহায় কৰে। সাধাৰণতে ৰাজ্যভাষাটো মাতৃভাষাৰেই নামান্তৰ হয়। কিন্তু এনে কিছুমান ৰাজ্য আছে য'ত একাধিক ভাষাৰ প্ৰচলন আৰু জনসংযোগৰ মাধ্যমৰূপ কোনোটো ভাষাকেই গ্ৰহণ কৰিব নোৱাৰি। তেনেক্ষেত্ৰত কেতিয়াবা সংযোগী ভাষা, কেতিয়াবা ৰাষ্ট্ৰভাষা বা অন্তঃৰাষ্ট্ৰীয় ভাষাইও ৰাজ্যভাষাৰ ভূমিকা গ্ৰহণ কৰিবলগীয়া হয়। উদাহৰণস্বৰূপ নগালেণ্ডৰ ৰাজ্যভাষা হ'ল ইংৰাজী। বৰ্তমানে অৱশ্যে নাগামিজৰ ( সংযোগী ভাষা ) প্ৰচাৰ আৰু প্ৰসাৰ দৃষ্টিগোচৰ হৈছে।

## ৰাষ্ট্ৰ ভাষা ( National Language ) :

এখন ৰাজ্যত যিদৰে ৰাজ্য ভাষাই মাধ্যমৰূপে যোগাযোগ স্থাপন কৰে ঠিক তেনেদৰে ৰাষ্ট্ৰ এখন পৰিচালনা কৰিবৰ বাবেও এটা উদ্দেশ্যহেতুীয়া ভাষাৰ প্ৰয়োজন। বহু ৰাজ্য লগ লাগি থকা ৰাষ্ট্ৰ এখন যেতিয়া পৰিচালনা কৰিবলগীয়া হয় তেনে ক্ষেত্ৰত তাৰ মাজৰপৰা ৰাষ্ট্ৰভাষা এটা নিৰ্ণয় কৰা বৰ জটিল কাম। তদুপৰি এটি কৃত্ৰিম ভাষাক ৰাষ্ট্ৰভাষাৰূপ অভিহিত কৰাতকৈ স্বাভাৱিক ভাষা এটা গ্ৰহণ কৰাহে সমীচিন। পাৰস্পৰিক যোগাযোগৰ বাবেই যিহেতু ৰাষ্ট্ৰভাষাৰ প্ৰয়োজন তেনেক্ষেত্ৰত ৰাষ্ট্ৰভাষা এটা বাছি উলিওৱা বৰ সহজ নহয়। ৰাষ্ট্ৰভাষা এটা প্ৰাচীন ঐতিহ্যপূৰ্ণ, মৰ্য্যাদাসম্পন্ন, জনসাধাৰণৰ বোধগম্য আৰু সকলোৰে গ্ৰহণযোগ্য হ'ব লাগিব। কিন্তু সকলো ৰাজ্যভাষাতে সেই সকলোবিলাক দিশ নাথাকিবও পাৰে। ৰাষ্ট্ৰভাষা নিৰ্ণয়ত বহুসময়ত ৰাজনৈতিক দল আদিৰ ওপৰতো নিৰ্ভৰ কৰে। কিন্তু ভাষাৰ বৈশিষ্ট্যৰাজি উদ্ধাৰ কৰা ভাষাবিজ্ঞানীৰ কামহে। গতিকে তেনেক্ষেত্ৰত কেতিয়াবা কেতিয়াবা অসুবিধাইও দেখা দিব পাৰে।

৩ দত্তবৰুৱা, ফণীন্দ্ৰনাৰায়ণ : আধুনিক ভাষাবিজ্ঞান পৰিচয়, পৃ. ৭৭

কেতিয়াবা ৰাষ্ট্ৰভাষা এটা নহৈ একাধিকো হ'ব পাৰে। উদাহৰণস্বৰূপে চুইজাৰলেণ্ড, ছোভিয়েত-ৰুচিয়া আদিৰ কথা উল্লেখ কৰিব পাৰি। অৱশ্যে সকলো ক্ষেত্ৰতে একাধিক ৰাষ্ট্ৰভাষা প্ৰৱৰ্তন কৰাৰ ক্ষেত্ৰত অসুবিধাও হ'ব পাৰে। ভাৰতবৰ্ষত মহাত্মা গান্ধীয়ে 'হিন্দুস্থানী' নামৰ এটা কৃটিম ভাষাক উমৈহতীয়া ভাষা অৰ্থাৎ ৰাষ্ট্ৰভাষা মৰ্য্যাদা দিয়াৰ প্ৰয়াস কৰিছিল ; কিন্তু সেই চেষ্টা ফলৱতী নহ'ল। বহুতে সংস্কৃত ভাষাৰ কথাও উত্থাপন কৰে ; কিন্তু সংস্কৃত ভাষাৰ গঠন প্ৰণালী বৰ জটিল। ই জনসাধাৰণৰ উপযোগী নহ'ব। বৰ্তমান অনেকে হিন্দী ভাষাকে ৰাষ্ট্ৰভাষাৰ মৰ্য্যাদা দিয়াৰ পোষকতা কৰিছে। কাৰণ, ইয়াৰ সাহিত্যিক মৰ্য্যাদা বাঢ়িছে আৰু পাৰস্পৰিক যোগাযোগৰ উপযুক্ত মাধ্যম হৈছে। কিছুমানে হিন্দীক ৰাষ্ট্ৰভাষা মৰ্য্যাদা দি ইংৰাজী ভাষাক বিতাড়িত কৰাৰ কথাও নভবা নহয়। কিছুমানে আকৌ হিন্দী ভাষাৰ সপক্ষেও মত আগনবঢ়ায়। বৰ্তমান হিন্দী ভাষাই চৰকাৰী মৰ্য্যাদাসম্পন্ন ভাষাৰূপে প্ৰতিষ্ঠিত হৈছে যদিও ইংৰাজী ভাষা চৰকাৰী সহযোগী ভাষাৰূপে গৃহীত হৈ আছিছে। গতিকে সমান্তৰালভাৱে হিন্দী আৰু ইংৰাজী ভাষাই ভাৰতবৰ্ষত প্ৰাধান্য লাভ কৰিছে ; কিন্তু ৰাষ্ট্ৰীয় ঐক্য সাধনৰ বাবে যি ৰাষ্ট্ৰভাষাই স্বীকৃতি নাপাওক লাগে—ইয়াৰ প্ৰাচীন ঐতিহ্য আৰু অন্তঃৰাষ্ট্ৰীয় যোগাযোগৰ দিশটোৰ প্ৰতি মনোযোগ দিব লাগিব। লগতে ৰাষ্ট্ৰৰ কৰ্ণধাৰসকলে ভাষাবিজ্ঞানীৰ সহায় সহযোগিতা নিবিচাৰিলে ৰাষ্ট্ৰভাষা সমস্যাৰ সমাধান সুদূৰ পৰাহত।

**অন্তঃৰাষ্ট্ৰীয় ভাষা ( International Language ) :**

বিভিন্ন ৰাষ্ট্ৰৰ মাজত যোগাযোগ ৰক্ষা কৰিবৰ বাবে এটা উমৈহতীয়া ভাষাৰ প্ৰয়োজন। এই ভাষাই সমগ্ৰ পৃথিৱীতে মাধ্যমৰূপে কাম কৰিব। এই ভাষাকে অন্তঃৰাষ্ট্ৰীয় ভাষা আখ্যা দিয়া হৈছে। এই ভাষা কেতিয়াবা আকৌ কৃত্ৰিমো হয়। বৰ্তমান পৃথিৱীত ইংৰাজী ভাষাটোৱে অন্তঃৰাষ্ট্ৰীয় ভাষাৰূপে স্বীকৃতি লাভ কৰিছে। এই অন্তঃৰাষ্ট্ৰীয় ভাষা বাছনি কৰোঁতেও যথেষ্ট জটিলতাৰ সন্মুখীন হ'ব লগা হৈছে। কৃত্ৰিম অন্তঃৰাষ্ট্ৰীয় ভাষা প্ৰচলন কৰিবৰ বাবেও কেবাবাৰো চেষ্টা কৰা হৈছিল। ১৬২৯ খৃষ্টাব্দৰ পৰা এতিয়ালৈকে কেবাবাৰো এনে চেষ্টা কৰা হৈছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল ১৮৭৭ খৃষ্টাব্দত বাৰ্ছৰ ঝমেনহফে উলিওৱা 'এচপিৰেণ্টো ভাষাটো। অৱশ্যে এই ভাষাৰ উপৰিও ইডো, গ্লোবো, নোভিয়ল, ৱোলাপক আদি ভাষাকো কৃত্ৰিম অন্তঃৰাষ্ট্ৰীয় ভাষালৈ উন্নীত কৰাৰ চেষ্টা কৰা হৈছিল। ঝমেনহফ এজন ভাষা বিজ্ঞানী আছিল। ইউৰোপৰ সকলোবিলাক ভাষা তেওঁ আয়ত্ত কৰিছিল। তেওঁ আয়ত্ত কৰা ভাষাবোৰৰ বিশ্লেষণ কৰি সূত্ৰসমূহ নিৰ্ণয়ৰ চেষ্টা কৰিছিল। পৃথিৱীৰ সমগ্ৰ ভাষাৰ চৰ্চাতে তেওঁ জীৱন নিয়োগ কৰিছিল। তেওঁৰ আৱিষ্কৃত 'এচপিৰেণ্টো' ভাষাৰ প্ৰতি বহুতেই আগ্ৰহ প্ৰকাশ কৰিছিল। ভাষাটোৰ সৰল গুণ থকা সত্ত্বেও ই কৃত্ৰিম ভাষা হোৱাৰ বাবে অন্তঃৰাষ্ট্ৰীয়ৰূপে বৰ্তি নাথাকিলগৈ। কাৰণ, ভাষাৰ প্ৰয়োগ আৰু বিকাশত স্বাভাৱিক ভাষাইহে সফলতা লাভ কৰিব পাৰে।

এচপিৰেণ্টো ভাষাটোৰ কেইটামান বৈশিষ্ট্য চমুকৈ উল্লেখ কৰা হ'ল—

(ক) এই ভাষাত অনির্দিষ্টতাবাচক প্ৰত্যয় নাই, নির্দিষ্টতাবাচক প্ৰত্যয়ৰ প্ৰয়োগ আছে। নির্দিষ্টতাবাচক প্ৰত্যয় হ'ল la, যাৰ ৰূপৰ কোনো পৰিবর্তন নহয় আৰু লিঙ্গ, বচন, কাৰক অনুযায়ী ই ব্যৱহৃত হয়। উদাহৰণ—libro ( কিতাপ ), la libro ( কিতাপখন ) আদি।

(খ) এই ভাষাত ২৪টা ব্যঞ্জন আৰু ৫টা স্বৰ ধ্বনি আছিল।

(গ) ৯২১টা শব্দমূল বা ধাতুৰ লগত বিভিন্ন প্ৰত্যয়, বিভক্তি যোগ হৈ শব্দ প্ৰস্তুত হয়। বিভিন্ন শব্দ প্ৰস্তুতৰ প্ৰণালী এনে ধৰণৰ—'-o'ৰ যোগত বিশেষ্য পদ, '-a,ৰ যোগত বিশেষণ, '-e'ৰ যোগত ক্ৰিয়া বিশেষণ, '-j'ৰ যোগত বহুবচনৰ সৃষ্টি হয়।

(ঘ) ক্ৰিয়াৰ কালৰ ক্ষেত্ৰত, বর্তমান কালত '-a(s)', অতীত কালত '-i(s)', ভৱিষ্যত কালত '-o(s)' আৰু অনুজ্ঞাত '-u-' যোগ হয়।

(ঙ) ইয়াৰ প্ৰধান সংখ্যাবাচক শব্দবোৰ এনেধৰণৰ—unu, du, tri, cent, mil আদি।

অন্তঃৰাষ্ট্ৰীয় ভাষাৰূপে স্বীকৃতি লাভ কৰিবলৈ হ'লে ভাষাটো সহজ-সৰল, বিস্তৃতিৰ ক্ষেত্ৰত বৃহৎ আৰু ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, বাণিজ্যিক আদি সকলো দিশতে আগবঢ়া হ'ব লাগিব। লগতে সকলোৰে স্বীকৃতিপ্ৰাপ্ত মর্য্যাদাসম্পন্ন গুণো ভাষাটোৰ থাকিব লাগিব। বর্তমান পৃথিৱীত ইংৰাজী ভাষাই অন্তঃৰাষ্ট্ৰীয় ভাষাৰূপে স্বীকৃতি লাভ কৰিছে।

## সংযোগী ভাষা ( Lingua-franka ) :

কেতিয়াবা কেতিয়াবা শিক্ষা-দীক্ষা, ব্যৱসায়-বাণিজ্য, জীৱন-নির্বাহৰ অন্যান্য কাৰণত এটা ভাষাই যোগাযোগৰ মাধ্যমৰূপে কাম নকৰিবও পাৰে। পৰস্পৰৰ মাজত যোগাযোগৰ বাবে দুটা বা তাতোকৈ অধিক ভাষাই সংযোগী ভাষাৰূপে কাম কৰে। তেতিয়া দুটা ভাষা বা ততোধিক ভাষাৰ মাজত এক মিশ্ৰণ ঘটে। যিকোনো ভাষাই সংযোগী আখ্যা পাব পাৰে। কেতিয়াবা এই ভাষাৰ পৰিবর্তন অথবা বিলুপ্তিও হ'ব পাৰে। সংযোগী ভাষাৰ কেইটিমান ভাল নিদর্শন আমাৰ অসমীয়া ভাষাৰ ক্ষেত্ৰতে আছে। অসমৰ দাঁতিকাষৰীয়া নগা ৰাজ্য এসময়ত অসমৰ ভিতৰুৱা আছিল। কিন্তু ১৯৬৩ চনত ই অসমৰপৰা ফাটি ভাৰতৰ আন এক কেন্দ্ৰীয় শাসিত ৰাজ্যৰূপে পৰিচিত হ'ল। অসমৰ লগত নগাসকলৰ সম্পর্ক আজিৰ নহয়, বহু পুৰণি। নগাসকলে যি ভাষা ব্যৱহাৰ কৰে, তাৰে এটা ফৈদৰ লগত আনটো ফৈদৰ মিল নাই আৰু পৰস্পৰ দুর্বোধ্য ভাষা। ফলত তেওঁলোকৰ ৰাজ্যভাষাৰূপে ইংৰাজী ভাষাই প্ৰচলিত। কিন্তু ব্যৱসায়-বাণিজ্য, শিক্ষা-দীক্ষা আদিৰ বাবে নগাসকলে অসমৰ লগত যোগাযোগ কৰাৰ ফলত নগাভাষাৰ লগত অসমীয়া ভাষাৰ মিশ্ৰণ ঘটি 'নাগামিজ' ( Nagamese ) নামৰ সংযোগী ভাষা এটিৰ উদ্ভৱ হয়।

বৰ্তমান নগালেণ্ডত এই সংযোগীভাষাৰ দ্ৰুত-প্ৰসাৰণ ঘটিছে। ঠিক নাগামিজৰ দৰেই অসমীয়া ভাষাৰ লগত অৰুণাচল প্ৰদেশৰ ভাষাৰ মিশ্ৰণ ঘটি 'অৰুণামিজ' ( Arunamese ) নামৰ সংযোগী ভাষা গঢ়ি উঠিছে। অৰুণাচল প্ৰদেশৰ বিভিন্ন জনগোষ্ঠীৰ এটা ভাষা আনটোৰ বাবে দুৰ্বোধ্য। এনেদৰে পৃথিৱীৰ ভাষাসমূহৰ মাজত কেতিয়াবা কেতিয়াবা সংযোগী ভাষাৰ সৃষ্টি হয়।

## মিশ্ৰ ভাষা ( Mixed Language ) :

এক ভাষাভাষী জনগোষ্ঠীৰ লগত আন এক ভাষা সম্প্ৰদায়ৰ লোক স্থায়ীভাৱে বসবাস কৰিবলগীয়া হ'লে পৰস্পৰ মিশ্ৰণৰ ফলত এক নতুন ভাষাৰ সৃষ্টি হয়। এই মিশ্ৰিত ভাষাকে মিশ্ৰ ভাষা বোলা হয়। এনে ধৰণৰ মিশ্ৰভাষা সাধাৰণতে বন্দৰ আদিত থকা নাৱিকৰ মাজত, ব্যৱসায়ীসকলৰ মাজত সৃষ্টি হয়। পৃথিৱীত সৃষ্টি হোৱা মিশ্ৰভাষাবিলাকৰ ভিতৰত উল্লেখযোগ্য ভাষাকেইটা হ'ল—

(ক) বীচ-লা মাৰ ( Beach-La-Mar )
(খ) পিজিন ইংৰাজী ( Pidgin English )
(গ) মৰিচাচ্ ক্ৰেওল ( Maurtius Creoel )
(ঘ) চিনুক-মিশ্ৰভাষা ( Chinook Jargon )

এই ভাষাসমূহৰ সৃষ্টিৰ মূলতে আছে ইংৰাজী, ফৰাচী আদি ইউৰোপীয় ভাষাসমূহক স্থানীয় ভাষা-সম্প্ৰদায়ৰ বোধগম্য কৰি তোলা। তদুপৰি ইংৰাজ আৰু ফৰাচী আদি জাতিৰ উপনিবেশ স্থাপনৰ প্ৰচেষ্টা ইয়াৰ মূল কাৰণ।

### (ক) বীচ-লা মাৰ ( Beach-La-Mar ) :

এই ভাষা প্ৰশান্ত মহাসাগৰৰ পশ্চিম অঞ্চলত প্ৰচলিত। এই ভাষাত শব্দৰ সংখ্যা সীমিত আৰু প্ৰায়বোৰ শব্দই ইংৰাজী, স্পেনীয় বা পৰ্টুগীজ। অৱশ্যে ইংৰাজী শব্দৰ সংখ্যাই আটাইতকৈ বেছি। ক্ৰিয়াৰ কাল ৰূপ নাই, পুৰুষ বচনৰ অভেদতা ইয়াৰ লক্ষণ। বিশেষ শব্দৰ যোগত কেতিয়াবা অতীত আৰু ভবিষ্যৎ কাল বুজায়। শব্দৰ ক্ষেত্ৰত ৰূপভেদ নাথাকে। কৰ্তা, কৰ্ম, একবচন, বহুবচন, স্ত্ৰীলিঙ্গ, পুংলিঙ্গ সকলো একে প্ৰকাৰৰ হোৱাৰ বাবে সহজ-সৰল ৰূপটি স্পষ্ট।

### (খ) পিজিন ইংৰাজী ( Pidgin English ) :

অষ্টাদশ শতিকাৰ মাজভাগত সৃষ্টি হোৱা এই মিশ্ৰ ভাষাটি প্ৰধানভাৱে চীনত প্ৰচলিত। তদুপৰি জাপান আৰু কালিফৰ্ণিয়াতো ইয়াৰ প্ৰচলন আছে। 'পিজিন' নামটো ইংৰাজী 'business' শব্দৰ বিকৃত চীনা উচ্চাৰণৰ পৰা আহিছে আৰু নামটোৰ অৰ্থ হ'ল কেজো ইংৰাজী'। প্ৰধানভাৱে এই ভাষাৰ মূল ভিত্তি ইংৰাজী হ'লেও চীন ভাষাৰো মিশ্ৰণ ঘটিছে।

(গ) মৰিচাচ্ ক্ৰেওল ( Mauritius Creole ) :

মৰিচাচ দ্বীপত ফৰাচী ভাষাৰ লৈতে নিগ্ৰোভাষাৰ সংমিশ্ৰণৰ ফলত এই মিশ্ৰভাষাটিৰ জন্ম। এই ভাষাৰ ব্যাকৰণ অতি সহজ। কাৰক-বিভক্তি-বচন-ক্ৰিয়া ৰূপৰ কোনো পাৰ্থক্য নাই। শব্দসম্ভাৰ অধিকাংশ ফৰাচী ভাষাৰপৰা অহা হ'লেও বানানৰ ক্ষেত্ৰত বৈচিত্ৰ্য বিদ্যমান।

(ঘ) চিনুক মিশ্ৰভাষা ( Chinook Jargon ) :

উত্তৰ আমেৰিকাৰ ইংৰাজী ভাষাৰ লগত আমেৰিকাৰ আদিম অধিবাসীসকলৰ ( চিনুক আদি ) ভাষাৰ মিশ্ৰণত এই ভাষাৰ সৃষ্টি হৈছে। কিছু কিছু ফৰাচী শব্দও ইয়াত পোৱা যায়। ইংৰাজী শব্দৰ অপৰিচিত ধ্বনিৰ ওপৰত আমেৰিকাৰ ধ্বনিৰ প্ৰভাৱ আৰু আমেৰিকাৰ অপৰিচিত ধ্বনিৰ ওপৰত ইংৰাজী ভাষাৰ প্ৰভাৱ এই ভাষাৰ বৈশিষ্ট্য।

এই কেইটা প্ৰধান মিশ্ৰভাষাৰ উপৰিও জিপ্‌চী বা যাযাবৰী ভাষাও মিশ্ৰভাষাৰ অন্তৰ্গত বুলি অনুমান কৰা হয়। যিটো ভাষাৰ মূল ভাৰতীয় আৰ্যভাষা আৰু খৃষ্টীয় পঞ্চম শতিকামানত ই ভাৰতবৰ্ষৰপৰা বাহিৰলৈ আহি ইৰাণ, আৰ্মেনীয় আদিলৈ যায়। এটা দল ইংল্যাণ্ড, ফ্ৰান্স, জাৰ্মানী, পোলেণ্ড, আদিলৈ যায় আৰু সেইবোৰ ঠাইৰ ভাষাৰ লগত ভাৰতীয় আৰ্য্যভাষাৰ মিশ্ৰণ ঘটি এই যাযাবৰী ভাষাৰ সৃষ্টি হয়।

## মৃতভাষা আৰু জীৱন্ত ভাষা :

কেতিয়াবা কেতিয়াবা কিছুমান জীৱন্ত ভাষা বিশেষ বিশেষ ৰাজনৈতিক, সামাজিক আদি কাৰণত মৃত্যুমুখত পতিত হয়। বিশেষভাৱে উপভাষাৰ ক্ষেত্ৰত এনে বিলুপ্তিকৰণ হয়। এনেধৰণৰ বিলুপ্তি হোৱা উপভাষাক পাটোই ( Patois ) বোলা হয়। কিন্তু যি উপভাষাৰ বাবে সেই উপগোষ্ঠীয়ে যথেষ্ট সংৰক্ষণৰ চেষ্টা কৰে তেনেক্ষেত্ৰত বিলুপ্ত নহৈ সি জীৱন্ত ভাষাৰূপে স্বীকৃত হয়। তেনে উপভাষাক পাৰ্লে ( Parle ) বোলা হয়।

## পুথিভঁৰালৰ ভাষা ( Library Language ) :

পুথিভঁৰালৰ ভাষা নামেৰেও এটি ভাষাৰ কথা বৰ্তমান আলোচনা কৰা দেখা যায়। পুথিভঁৰালৰ ভাষা বুলিলে কেৱল পুথিভঁৰালৰ ভিতৰত প্ৰয়োগ কৰা ভাষাক নুবুজায়। শিক্ষাৰ ক্ষেত্ৰত মাতৃভাষাৰ উপৰিও আমি প্ৰত্যেকেই আন কেবাটাও ভাষা শিকিবলগীয়া হয়। বিশেষভাৱে ৰাষ্ট্ৰভাষা আৰু অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ কথা উল্লেখ কৰিব পাৰি। তদুপৰি নিজৰ ভাষাটোৰ প্ৰাচীন ঐতিহ্যৰ প্ৰতিও লক্ষ্য ৰাখিবলগীয়া হয়। বহুতে শিক্ষাৰ ক্ষেত্ৰত এই সকলোবোৰ ভাষা-প্ৰয়োগৰ সপক্ষে মত প্ৰদান নকৰে। আমাৰ দেশত নিজৰ ৰাজ্যখনৰ ভাষাৰূপে এটা ভাষাৰে শিক্ষা গ্ৰহণ কৰিলেই বাহিৰৰ ৰাজ্য অথবা সমগ্ৰ পৃথিৱীৰ লগত যোগাযোগ ৰক্ষা নহয়। ৰাজ্যভাষাৰূপে মাতৃভাষা ( সকলোৰে বাবে ৰাজ্যভাষাটো মাতৃভাষা নহবও পাৰে ) গ্ৰহণ কৰাৰ লগে লগে হিন্দী ভাষাৰো শিক্ষণৰ

ব্যৱস্থা থাকিব লাগিব। তাৰ লগে লগেই ইংৰাজী ভাষাটোৰো প্ৰয়োজন আছে। গতিকে আমি সদায় ত্ৰি-ভাষী সূত্ৰৰ আশ্ৰয় লব লগা হয়। পশ্চিমীয়া ভাষা-সাহিত্যৰ পোহৰ নাপালে সামগ্ৰিকভাৱে সৰ্বদেশৰ, সৰ্বকালৰ জ্ঞান সম্পূৰ্ণ হ'ব নোৱাৰে। সেয়ে ইংৰাজী ভাষা-শিক্ষাৰ প্ৰয়োগ থাকিলে ইংৰাজী ভাষাৰ মৰ্য্যাদা পুথিভঁৰালৰ ভাষা হ'ব পাৰে।

কোনো কোনোৱে সংস্কৃত ভাষাকো পুথিভঁৰালৰ ভাষাৰ মৰ্য্যাদা দিয়াৰ সপক্ষে মত দিয়ে। কাৰণ, সংস্কৃত ভাষা হৈছে ভাৰতৰ ভালে কেইটা ভাষাৰ জননী। এই ভাষা অতি সৌন্দৰ্য্যময়, সাহিত্যিক মৰ্য্যাদাপ্ৰাপ্ত ভাষা। এই সমৃদ্ধিশালী ভাষাৰ জ্ঞানৰ অবিহনে আমাৰ দেশৰ শিক্ষা অসমাপ্ত হৈ ৰ'ব। সংস্কৃত ভাষাৰ জ্ঞানে ভাৰতীয় আৰ্য্যভাষাৰ প্ৰাচীন ৰূপৰ বিষয়ে অৱগত কৰায়। কিন্তু সংস্কৃত অতি ঐশ্বৰ্যশালী ভাষা হোৱা সত্ত্বেও ইয়াৰ জটিলতাৰ বাবে সহজে বোধগম্য নহয়। মানুহৰ দৈনন্দিন ব্যৱহাৰৰ উপযোগী ভাষাহে মানুহে কথ্য ভাষাৰূপে গ্ৰহণ কৰে। পুথিভঁৰালৰ ভাষা হ'ল অধ্যয়ন আৰু গৱেষণাৰ বাবে মাধ্যমৰূপে যি ভাষা গ্ৰহণ কৰা হয়। ইয়াৰ বাবে কথিত ভাষাৰ প্ৰয়োজন থাকিব লাগিব—এনে মন্তব্য নিষ্প্ৰয়োজন। পুথিভঁৰালৰ একান্ত উপযোগী ভাষা কোনটো হ'ব সেইটো ভালদৰে চিন্তা কৰি চালেই স্পষ্ট হৈ পৰিব।

প্ৰত্যেকেই জন্মলব্ধভাৱে মাতৃভাষাৰ শিক্ষা আহৰণ কৰে। মাতৃভাষা মানুহৰ বাবে প্ৰথম ভাষা। দ্বিতীয়তে, শিক্ষা গ্ৰহণৰ পৰ্য্যায়ত মাতৃভাষাৰ লগে লগে আনুষঙ্গিকভাৱে আৰু এটি ভাষা শিক্ষণৰ প্ৰণালী আৰম্ভ হয়। এই দ্বিতীয় ভাষা এটি বা একাধিকো হ'ব পাৰে। তৃতীয়তে, বিদেশী ভাষা শিক্ষণো ভাষা শিক্ষণৰ এটি পৰ্য্যায়।

# নৱম অধ্যায়

## ভাষাতত্ত্বৰ আনুষঙ্গিক পৰিচয়

(ক) ভাষাতত্ত্ব আৰু নৃতত্ত্ব
(খ) ভাষাতত্ত্ব আৰু দৰ্শন
(গ) ভাষাতত্ত্ব আৰু মনস্তত্ত্ব
(ঘ) ভাষাতত্ত্ব আৰু সাহিত্য
(ঙ) ভাষাতত্ত্ব আৰু সংস্কৃতি
(চ) ভাষাতত্ত্ব আৰু সমাজ
(ছ) ভাষাতত্ত্ব আৰু বুৰঞ্জী

## ভাষাতত্ত্বৰ আনুষঙ্গিক পৰিচয়

### (ক) ভাষাতত্ত্ব আৰু নৃতত্ত্ব ( Linguistics and Anthropology ) :

ভাষাতত্ত্ব বা ভাষাবিজ্ঞান হ'ল ভাষাৰ শৃংখলাবদ্ধ আৰু বিজ্ঞানসন্মত অধ্যয়ন। মানৱ সভ্যতাৰ প্ৰথম সোপান হ'ল ভাষা। ভাষাৰ বিজ্ঞানৰূপে ভাষাতত্ত্বৰ লগত অন্যান্য দিশৰ বিশেষ সম্পৰ্ক আছে। ভাষাতত্ত্বৰ লগত নৃতত্ত্বৰ এক গভীৰ সম্পৰ্ক আছে। মানৱ সংস্কৃতিৰ অধ্যয়নৰ প্ৰথম চাপতে নৃতত্ত্বৰ প্ৰয়োজনীয়তা আছে। 'নৃতত্ত্ব' শব্দটোৰ ইংৰাজী সমাৰ্থক শব্দ হ'ল 'Anthropology', যিটো প্ৰথম প্ৰচলন গ্ৰীক দাৰ্শনিক এৰিষ্টটলে কৰিছিল। 'Anthropos'-অৰ অৰ্থ হ'ল 'মানুহ', আৰু 'Logos'-অৰ অৰ্থ হ'ল 'বিজ্ঞান', গতিকে নৃতত্ত্ব হ'ল মানৱ বিজ্ঞান। অৱশ্যে ইয়াৰ দুটা প্ৰধান বিভাজন আছে— সামাজিক নৃতত্ত্ব ( Social Anthropology ) আৰু শাৰীৰিক নৃতত্ত্ব ( Physical Anthropology )। ভাষাৰ জন্মৰ প্ৰাক্ ইতিহাস অধ্যয়ন কৰোঁতেই নৃতত্ত্ব হ'ল হাত ধৰী লিগিৰী। নৃতত্ত্বৰ মতে, সংস্কৃতি শব্দটোৰ প্ৰয়োগ কাৰিকৰীগত প্ৰয়োগ ( term )। মানৱ সংস্কৃতি অধ্যয়নত নৃতত্ত্ব আৰু ভাষাতত্ত্ব দুয়োৰে স্বকীয় স্বকীয় ভূমিকা থাকিলেও কিছু সাদৃশ্যও দুয়োৰে মাজত বিদ্যমান।

নৃতাত্ত্বিক অধ্যয়ন মানৱ কৃষ্টি সংস্কৃতিৰ পৰ্যবেক্ষণৰ ওপৰত নিৰ্ভৰশীল, য'ত ভাষা প্ৰধান বিষয় নহয়। নৃতত্ত্ব হ'ল মানৱ জীৱনৰ প্ৰত্নস্তৰৰ বিশেষ অধ্যয়ন য'ত ভাষাৰ প্ৰশ্নটো গৌণৰূপে থাকে। নৃতত্ত্বক প্ৰত্নবিজ্ঞান ( Primitive Science ) ৰূপেও নামাঙ্কিত কৰিব পাৰি। ভাষাতত্ত্ব আৰু নৃতত্ত্বৰ মাজত থকা সম্পৰ্কৰ ওপৰত নিৰ্ভৰ কৰি তাত্ত্বিক বা প্ৰায়োগিক দুয়ো দিশৰ পৰা ইয়াক নৃতাত্ত্বিক-ভাষাতত্ত্ব নামে ( Anthro-linguistics ) অভিহিত কৰিব পাৰি। সামগ্ৰিক ভাবে চাবলৈ গ'লে নৃতত্ত্ব হ'ল এনে এক অধ্যয়ন য'ত সমাজ-শাস্ত্ৰ ( Sociology ) শব্দটো সাঙোৰ খাই আছে। সামাজিক নৃতত্ত্ব আৰু সমাজ-শাস্ত্ৰ পৰস্পৰৰ মাজত যি সাদৃশ্য বা বৈসাদৃশ্য আছে, তাৰ লগত কিন্তু ভাষাতত্ত্বৰ মুঠেই সম্পৰ্ক নাই। ভাষাবিদ আৰু নৃতাত্ত্বিক দুয়ো এনে পৰিবেশতে নিবিড়ভাৱে কাৰ্যৰত হয় যেতিয়া মানুহৰ ভাষা বা সংস্কৃতি-অনুসন্ধানৰত অৱস্থাত যিটো ইউৰোপীয় প্ৰভাৱ বা ইউৰোপীয় সভ্যতাৰ পথৰ পৰা দূৰত থাকে। ইয়াৰ কাৰণ অতি স্পষ্ট যে এনেধৰণৰ সম্প্ৰদায়ৰ ক্ষেত্ৰত পৃথিৱীৰ বাকী অংশৰ জ্ঞান অতি তাকৰীয়া আৰু এনেধৰণৰ কামৰ ক্ষেত্ৰত অনুসন্ধানীৰো সংখ্যা সীমিত। সেইবাবে শৃংখলাবদ্ধ সংবাদৰ বাবে মানুহৰ সংস্কৃতি আৰু ভাষা সমূহৰ সম্পূৰ্ণ জ্ঞানৰ আৱশ্যক। আধুনিক ভাষাতত্ত্ব সম্পূৰ্ণৰূপে বিজ্ঞানসন্মত বিশ্লেষণৰ ওপৰত নিৰ্ভৰশীল। আনহাতে অধ্যয়নহীন, অজ্ঞাত ভাষা সমূহক পোহৰৰ বাটলৈ আনোতে প্ৰত্ন সংস্কৃতি জনা দৰকাৰ। এইখিনিতে নৃতাত্ত্বিক আৰু ভাষাতাত্ত্বিক পৰস্পৰে পৰস্পৰৰ কাষ চাপিবলগীয়া হয়। য'ত গৱেষকৰ সংখ্যা কম হয়, আৰু ভাষা আৰু জনসংখ্যা বেছি হয়, তেনেক্ষেত্ৰত এমুঠি গৱেষকৰ পৰাই সেই অঞ্চলৰ লোক আৰু ভাষাৰ জ্ঞান আহৰণ কৰিব লগীয়া হয়। বৰ্তমান সময়ত পৃথিৱীৰ দ্ৰুতভাৱে উন্নতিশীল দেশসমূহত

সৰু সৰু সম্প্ৰদায়ৰ মাজত মাথোন প্ৰচলিত অকলশৰীয়া ভাষা আৰু উপভাষা সমূহ যিবোৰ অপ্ৰচলিত আৰু বিস্মৃতিৰ গহ্বৰৰ পৰা মুক্ত হৈ আধুনিক যুগৰ প্ৰগতিমুখী হ'ব ধৰিছে। কাৰীকৰী অগ্ৰগতি, উদ্যোগ আৰু বাণিজ্যিক ক্ৰমবিকাশৰ লগে লগে এই দেশসমূহৰ ভাষাইও নব্য ধাৰাৰ সৈতে ফেৰ মাৰিব পৰা হৈছে। এনে দেশৰ ভিতৰত আফ্ৰিকা আৰু দক্ষিণ পূব এচিয়া অন্যতম। কিন্তু সম্ভৱতঃ সকলোবোৰৰ ভিতৰত উত্তৰ আৰু দক্ষিণ আমেৰিকাতো ভাষাৰ বিভিন্ন পাৰিবাৰিক বংশলতা আৰু ভৌগোলিক বৰ্গীকৰণৰ দৃষ্টান্ত দেখা যায়, তাৰে কিছুমান ভাষা এতিয়াও কিছুসংখ্যক লোকৰ মাজত প্ৰচলিত হৈ আছে। তাৰে কিছুমান বিৱৰণমূলক বিশ্লেষণৰ স্তৰ নৌ পাওঁতেই কোনো সাঁচ নৰখাকৈ লুপ্ত হোৱাৰ পথত বুলিব পাৰি। এনেধৰণৰ লিখিত নিদৰ্শনহীন আৰু আগেয়ে আহৰণ নকৰা ভাষা সমূহক নৃতাত্ত্বিক-ভাষাতত্ত্ব ( Anthropological Linguistics ) নামকৰণ কৰিব পাৰি। ভাষা শিক্ষকৰ বাবে ভাষাৰ বিজ্ঞানসম্মত অধ্যয়নৰ প্ৰয়োজনীয়তাৰ সৈতে অন্তঃৰাষ্ট্ৰীয় ভাষা শিক্ষনৰ প্ৰয়োজনীয়তা সংলগ্ন হৈ আছে। কিন্তু ভাষাতাত্ত্বিকৰ ক্ষেত্ৰ সকলো ভাষাৰ সৈতে থাকে, আৰু তেওঁ ভাষা বিলাকৰ পৰস্পৰে পৰস্পৰৰ মাজত থকা সম্পৰ্ক আৰু ভাষাৰ লগত থকা জীৱনৰ সম্পৰ্ক অনুধাৱন কৰাত ব্ৰতী হৈ থাকে। কিয়নো ভাষাগত সূত্ৰ আৰু ভাষাগত কৌশলৰ অগ্ৰগতিৰ দিশত ভাষাতাত্ত্বিকে অধ্যয়ন কৰা প্ৰত্যেক ভাষাই ইন্ধন যোগায়।

পাঠ ( Text ) আৰু অভিধান হল ভাষাৰ বিজ্ঞান সন্মত অধ্যয়নৰ আধাৰ স্বৰূপ আৰু সিবোৰেই বিৱৰণ আৰু বিশ্লেষণৰ প্ৰকৃত তথ্য দাঙি ধৰাত সহায় কৰে। লিখিত নিদৰ্শন নোহোৱা ভাষাৰ ক্ষেত্ৰত স্থানীয় লিখিত ৰূপ অথবা সংবাদদাতাৰ আশ্ৰয় ল'ব লগা হয়। কেতিয়াবা কেতিয়াবা যি অঞ্চলৰ ভাষাৰ অধ্যয়ন কৰা হয় সেই অঞ্চল ভ্ৰমণ কৰি তাৰ থলুৱা লোকক লগ ধৰি বহু সামগ্ৰী ( data ) সংগ্ৰহ কৰিব লগা হয়।

একোটা ভাষা অধ্যয়নৰ ক্ষেত্ৰত সংবাদদাতাৰ ভূমিকা বৰ গুৰুত্বপূৰ্ণ। কিয়নো সেই ভাষাৰ সৈতে তেওঁৰ পৰিচয় সম্পূৰ্ণৰূপে আছে। যি কাৰণত অধ্যয়ন কৰোঁতা জনে সামগ্ৰী ( তথ্য ) সংগ্ৰহৰ বাবে কোনো ধৰণৰ অসুবিধাৰ সন্মুখীন হ'ব নালাগে। সূচকজন শিক্ষকো নহয়, ভাষাবিদো নহয়, তেওঁ কেৱল ভাষাবিদজনে অধ্যয়ন কৰিব খোজা ভাষা কোৱা লোকহে। সূচকজনক ভাষাবিদজনে অকলশৰেও ল'গ ধৰিব পাৰে বা প্ৰয়োজন বিশেষে ক্ষেত্ৰলৈও তথ্য সংগ্ৰহৰ বাবে লগ ধৰিবৰ বাবে যাব পাৰে। প্ৰথম অৱস্থাত ভাষাবিদজনে সূচকজনৰ সাধাৰণভাৱে হোৱা কথা বতৰাৰ পৰাই আৱশ্যকীয় তথ্য সংগ্ৰহ কৰিব পাৰে। ভাষাবিদজনৰ পৰা সম্পূৰ্ণভাৱে প্ৰভাৱ মুক্ত হ'লেহে ভাষাটোৰ জ্ঞান আহৰণ সম্পূৰ্ণ হ'ব। একোটা সাধুকথাৰ দ্বাৰা বা একোটুকুৰা কথাৰ ( বহু বাক্যৰ সমষ্টি ) দ্বাৰা প্ৰথমেই ভাষাবিদে ভাষাটোৰ তথ্য সংগ্ৰহ কৰিব। তাৰ পিছত ক্ৰমে বৰ্ণ, ধ্বনি আদি বাচি উলিয়াই ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক দিশসমূহ সজাই পেলাব। শব্দসম্ভাৰ আৰু বাক্য গঠনৰ প্ৰণালীও ক্ৰমাৎ দৃষ্টিগোচৰ হ'ব। উপভাষা অধ্যয়নৰ ক্ষেত্ৰতো একে ধৰণৰ প্ৰণালীৰে প্ৰয়োজন হ'ব। ভাষা যিহেতু সামাজিক আদান প্ৰদানৰ

পৰা সৃষ্টি হোৱা। গতিকে বিদেশী এজনৰ বাবেও ভাষা অধ্যয়ন নিভৃতে কৰা কাৰ্য নহয়। বিশেষ অৱয়ৱ, গঠন, সুৰ লহৰ, কথা বতৰাৰ বিশেষ তাৰতম্য বা প্ৰভেদ বা পৰিবৰ্তন সাধাৰণভাৱে ভাষাৰ ব্যৱহাৰ আদিৰ কথা প্ৰথম অৱস্থাত দৃষ্টিগোচৰ নহয়। যিটো ভৌগোলিক পৰিবেশে ভাষা কোৱা লোকসকলক প্ৰভাৱান্বিত কৰে। সেই কথাও ভাষা বিজ্ঞানীৰ আয়ত্বৰ অন্তৰ্ভুক্ত হ'ব লাগিব।

ভাষাৰ ক্ষেত্ৰ অধ্যয়নৰ দিশত সূচকজন যদি অধ্যয়ন কৰা ভাষা কোৱা লোক হয়, তেনেহলে ভাষাবিজ্ঞানী জনে অধিক সাফল্য লাভ কৰে। নৃতাত্ত্বিক-ভাষাতত্ত্বত বানান আৰু পূৰ্ববৰ্তী প্ৰকাশ পোৱা নিদৰ্শনৰ কথা অন্তৰ্ভুক্ত নাথাকে। যেতিয়া একোটা ভাষাৰ অনুলেখন (Transcription), ধ্বনিতাত্ত্বিক আৰু ব্যাকৰণগত পদ্ধতি আৰু গঠন আবিষ্কৃত হয়, শব্দ অৰ্থৰ দিশটোও ভাষাবিদৰ নিজস্ব গৱেষণাৰ মূল উৎসৰূপে পৰিগণিত হ'ব। ভাষাৰ সমস্ত দিশ খৰচি মাৰি জনাটো ভাষাবিদৰ প্ৰধান কাম। কথিত ভাষাৰ বিশ্লেষণ আৰু বৰ্ণনাৰ ক্ষেত্ৰত পাঠ (text)ৰ গুৰুত্ব প্ৰধান। কিছুমান পাঠৰ প্ৰকৃতি যিয়েই নহওক, সিবোৰে বক্তাৰ সংস্কৃতি আৰু পৰম্পৰাৰ একোটা দিশ প্ৰকাশ কৰে। পৰম্পৰাগত সাধু কথা, গীত মাত, কিম্বদন্তী মূলক, পৌৰাণিক সাধুকথা, ব্যক্তিগত আত্মজীৱনী আৰু সামাজিক ইতিহাস, ধৰ্মীয় উক্তি, সংস্কৃতিৰ ভিতৰ চ'বাৰ কিছু ক্ৰিয়া-কাণ্ড বা উৎপাদনৰ প্ৰক্ৰিয়া আদি হ'ল ভাষাবিদৰ ভাষাসকলৰ নিদৰ্শন স্বৰূপ। এই বিলাকৰ আৱশ্যকতা ভাষাবিদৰ অধ্যয়নৰ পৰিসীমা নিৰ্ণয়ৰ পৰিসীমা স্বৰূপ। এনেধৰণৰ কিছুমান কিম্বদন্তীমূলক সাধুকথাই মানুহৰ কল্পনাপ্ৰসূত নান্দনিক মেধাৰ পৰিচয় দাঙি ধৰে। সাহিত্যিক নিদৰ্শনৰ প্ৰাক-কালছোৱাত মৌখিক সাহিত্যই মানুহৰ সু-সংস্কৃত মনৰ পৰিচয় দাঙি ধৰে। কাৰণ, মানুহৰ মুখ বাগৰি অহা এই সাহিত্যই এটি যুগৰ পৰা অন্যটি যুগলৈ নিৰক্ষৰ সমাজৰ ভাব অনুভূতিবাজি কেৱল স্মৰণশক্তিৰ যোগেদি কঢ়িয়াই লৈ যায়। পিছলৈ এই মৌখিক সাহিত্যই লিখিত ৰূপ পাওঁতেহে মানুহৰ কলাসঙ্গত সু-ৰুচিক পৰিচয় পোৱা যায়। ভাষাতত্ত্বৰ ইতিহাস বিচাৰ কৰোঁতে মৌখিক সাহিত্যবাজিৰ আলোচনাই নৃ-তত্ত্ব আৰু ভাষাতত্ত্বৰ মাজৰ সম্পৰ্কৰ সন্ধান দিব।

সাধুকথা বা সাহিত্যৰ অন্যান্য সম্ভাৰসমূহ সূচকৰ পৰা ভাষাবিদে দোভাষীভাৱে গ্ৰহণ কৰিব পাৰে। কিন্তু এনে ক্ষেত্ৰ তা কিছুমান স্থায়ী অসুবিধাই দেখা দিব পাৰে। আগতে আধুনিক ভাষাতত্ত্বৰ পথ প্ৰদৰ্শক সকলে পাঠ্য (Text) সমূহক ৰেকৰ্ড সূচকে প্ৰদান কৰা শ্ৰুতলিপিৰ দ্বাৰা সংৰক্ষণ কৰিছিল। প্ৰয়োজন অনুসৰি পাঠসমূহৰ পুনৰাবৃত্তি কৰা হৈছিল—যাতে শুদ্ধভাৱে সকলো লিপিবদ্ধ কৰিব পাৰি। বৰ্তমান ভাষাবিদসকল বিভিন্ন দিশৰ দ্বাৰা উপকৃত হৈছে। কাৰণ আধুনিক বিজ্ঞানে টেপ্ ৰেকৰ্ডাৰৰ দৰে সৰঞ্জামৰ যোগান ধৰিছে। টেপৰেকৰ্ডাৰৰ জৰিয়তে বিভিন্ন সম্প্ৰদায়ে কোৱা কথা ধৰি ৰাখিব পাৰি। ভাষাবিদে অধ্যয়ন কৰিব খোজা বিশেষ ভাষা বা উপভাষাৰ সংৰক্ষণো টেপৰেকৰ্ডাৰৰ জৰিয়তে সহজ হৈ উঠে। লিপিবদ্ধ হোৱা মৌখিক পাঠৰ ক্ষেত্ৰত অনুলেখন আৰু অনুবাদৰ (Transcription and Translation) প্ৰয়োজন। ভাষাৰ

ধ্বনিবিজ্ঞান, ধ্বনিতত্ত্ব আৰু ব্যাকৰণৰ বিৱৰণো থাকিব লাগিব। প্ৰশিক্ষণলব্ধ ভাষাবিদৰ ক্ষেত্ৰত ভাষাৰ এই কেইটা দিশৰ জ্ঞানৰ আৱশ্যক। বাছকবনীয়া পাঠসমূহে একো একোটা জাতি ব সম্প্ৰদায়ৰ সংস্কৃতিৰ প্ৰতিচ্ছবি দাঙি ধৰে আৰু ই নৃতত্ত্বৰ সূত্ৰ আৰু কৌশল বা কাৰিকৰী দিশৰ জ্ঞান আহৰণত সহায় কৰে। নৃতাত্ত্বিক ভাষাতত্ত্বৰ ক্ষেত্ৰত নৃতত্ত্ব আৰু ভাষাতত্ত্ব এই দুয়োৰে পাৰস্পৰিক সম্পৰ্কৰ প্ৰয়োজন আছে।

## (খ) ভাষাতত্ত্ব আৰু দৰ্শন ( Linguistics and Philosophy ) :

ভাষাৰ বিজ্ঞানসন্মত আৰু শৃঙ্খলাবদ্ধ অধ্যয়ন কৰোঁতে জ্ঞান বিজ্ঞানৰ অন্যান্য দিশৰ লগত পৰোক্ষ বা প্ৰত্যক্ষ সম্পৰ্কৰ কথাও মাজে মাজে দৃষ্টিগোচৰ হয়। ভাষাতত্ত্বৰ ইতিহাস অধ্যয়ন কৰিলে দেখা যায় মানৱ জীৱনৰ বিভিন্ন সময়ত বিভিন্ন দিশত ভাষাৰ সৃষ্টিৰ লগে লগে আন কিছুমান কথাও জড়িত হৈ থাকে। মানৱ বিজ্ঞান বা নৃতত্ত্ব যিদৰে ভাষাতত্ত্বৰ এটি দিশ আগুৰি আছে, দৰ্শন আদি অন্যান্য বিষয় সমূহৰো একো একোটা স্থান নিৰূপিত হৈ আছিছে। ভাষাতত্ত্বক এক দৃষ্টিকোনেৰে বিজ্ঞানৰ শাৰীত পেলাব পাৰি যদিও ভাষাগত অধ্যয়নৰ প্ৰাক্‌স্তৰত ই দাৰ্শনিক কৌতুহলৰ পৰা সৃষ্টি হোৱা বুলিহে ক'ব পাৰি। 'দৰ্শন' শব্দটোৰ উৎপত্তি হ'ল ইংৰাজী 'Philosophy' শব্দটোৰ মূল গ্ৰীক শব্দ 'Philcs' আৰু 'Sophia'-ৰ পৰা। 'Philos' শব্দৰ অৰ্থ 'অনুৰাগ' আৰু 'sophia' শব্দৰ অৰ্থ হ'ল 'জ্ঞান'। গতিকে 'Philosophy' শব্দটোৰ ধাতুগত অৰ্থ হ'ল জ্ঞানৰ প্ৰতি অনুৰাগ। খৃঃ পূঃ পঞ্চম শতিকাৰ গ্ৰীক দাৰ্শনিক চক্ৰেটিছৰ দিনৰ পৰা এই শব্দটিৰ প্ৰচলন হৰলৈ ধৰে। গভীৰ জ্ঞান অন্বেষী এই দাৰ্শনিক জনৰ বাহিৰেও দাৰ্শনিক পণ্ডিত প্লেটো আৰু এৰিষ্ট'টলৰ সময়ত এই শব্দটোৰ অৰ্থ সত্যানুৰূপ বা সত্যৰ অন্বেষণ আদি ৰূপেও ব্যৱহৃত হৰলৈ ধৰে। ইংৰাজী 'philosophy' শব্দটোৰ প্ৰতিলব্ধৰূপে ভাৰতীয় 'দৰ্শন' শব্দটো সংস্কৃত 'দৃশ্' ধাতুৰ পৰা উৎপত্তি হোৱা। গতিকে 'দৰ্শন' বুলিলে ব্যাপক অৰ্থত বিশ্ব-ব্ৰহ্মাণ্ড সম্পৰ্কে সত্যৰ উপলব্ধি এনে অৰ্থত ব্যৱহৃত হয়গৈ। দৰ্শনৰ সূত্ৰ সম্বন্ধে বিভিন্ন মতৰ প্ৰয়োগ আছে। জগতৰ স্বৰূপ সম্বন্ধে জানিবৰ বাবে মানৱ মনত স্বাভাৱিকভাৱে অদম্য স্পৃহা, কৌতুহলৰ সৃষ্টি হয়। অনাদি কালৰে পৰা বিশ্ব প্ৰকৃতিৰ সীমাহীন বৈচিত্ৰই যি অনুসন্ধিৎসু ভাবৰ দ্বাৰা মানুহক উদ্বুদ্ধ কৰিছে এই প্ৰবল চেতনাই দৰ্শনৰ মূল তাৎপৰ্য জনাত সহায় কৰিব। গতিকে দৰ্শন হ'ল সাৰ্বজনীন মতবাদ গঠনৰ এক প্ৰচেষ্টা স্বৰূপ।[১]

ভাষাতত্ত্ব আৰু দৰ্শনৰ মাজত প্ৰাচীন গ্ৰীক আদি দেশত বিশেষ পাৰ্থক্যৰ সীমাৰেখা টনা হোৱা নাছিল। ভাষাও দৰ্শনৰে অঙ্গীভূত হৈছিল। এৰিষ্ট'টল আদি প্ৰসিদ্ধ দাৰ্শনিক সকলৰ লেখনিৰ দ্বাৰা উদ্বুদ্ধ হৈহে প্ৰাচীন ভাষাবিদ সকলে ভাষা-অধ্যয়নৰ তুলিকা হাতত তুলি লৈছিল। 'দাৰ্শনিক সমস্যাবাজি প্ৰকৃততে ভাষাৰ সমস্যাবাজিহে, আন একো নহয়' 'দৰ্শন হ'ল প্ৰকৃততে ভাষাৰ যুক্তিগত ( logical ) বাক্য বিন্যাসৰ পৰীক্ষা

১ 'Philosophy is the search for a comprehensive view of nature. an attempt at a universal explaination of things'—Weber

নিৰীক্ষা,—আদি বিভিন্ন মতামতে ভাষাৰ লগত দৰ্শনৰ নিবিড় সম্পৰ্কৰ কথাই ঘোষণা কৰিছে। দাৰ্শনিক চিন্তাৰ বাবে ভাষাৰ প্ৰয়োজন আছে। অৱশ্যে দাৰ্শনিক সমস্যা আৰু ভাষাতত্ত্বৰ সমস্যা একে নহয়। ভাষাৰ অধ্যয়ন বিজ্ঞান সন্মতভাৱে কৰা হয় আৰু এনেধৰনৰ অধ্যয়নে বিশেষ দৰ্শনগত সমস্যাৰ প্ৰতিনিধিত্ব কৰিব পাৰে; এনেধৰণৰ সমস্যা বাজি গণিতৰ দাৰ্শনিক সমস্যা বা প্ৰাকৃতিক বিজ্ঞানৰ দাৰ্শনিক সমস্যা আদি হ'ব পাৰে।

ভাষাবিদে ভাষাৰ অধ্যয়নৰ স্পৃহাৰ বাবে বিভিন্ন দিশৰ জ্ঞান আহৰণ কৰে। দাৰ্শনিক, নৃতাত্ত্বিক, সমাজবিদ, মনোবৈজ্ঞানিক আদিৰ ভাষাৰ প্ৰতি তেনেধৰণৰ বাপ নাথাকে। বৰ্তমানৰ দাৰ্শনিক সকল কিন্তু ভাষাৰ লগত জড়িত থাকে, কিন্তু এৰিষ্টটল, কাণ্ট আদি পূৰ্বৰ দাৰ্শনিক সকলৰ কৰ্মৰাজিক এইখিনিতে স্মৰণ কৰিব লাগিব যি সকলৰ ভাষাৰ প্ৰতি স্পৃহা আছিল। ভাষাৰ অধ্যয়ন আংশিক ভাৱে দাৰ্শনিক কৌতুহলৰ আশ্ৰয়ী, আনহাতে ভাষা যুক্তিগত ( Logical ) আলাপ আৰু সিদ্ধান্তৰ অংশবিশেষ। প্ৰতিপাদ্য সমূহ ( Propositions ) বাক্যৰ জৰিয়তেহে প্ৰকাশিত হয়। দাৰ্শনিকে দৰ্শনৰ প্ৰকৃতি ( Nature ) আৰু পৰিসৰ ( Scope ) গ্ৰহণ কৰে; তেওঁৰ ব্যাখ্যা আৰু ব্যাখ্যাৰ পৰিসৰ ......তেওঁৰ ভাষাৰ প্ৰয়োগৰ ওপৰত নিৰ্ভৰশীল। দৰ্শন প্ৰয়োগাশ্ৰিত ( Empirical ) বিজ্ঞান নহয় আৰু মানৱীয় জ্ঞান, উপলব্ধি, যুক্তিপ্ৰিয়, দায়বদ্ধ আদিৰ সাধাৰণ প্ৰশ্ন সমূহৰ লগত জড়িত হৈ থাকে। এই সকলো কাৰণ সামাজিক আদান-প্ৰদান আৰু আলোচনাৰ ওপৰত নিৰ্ভৰশীল।

দৰ্শনৰ প্ৰকৃতি আৰু পৰিসৰৰ ওপৰত দাৰ্শনিকে বিভিন্ন ধৰণৰ দৃষ্টি ভংগী গ্ৰহণ কৰে। অৱশ্যে বহুল ব্যাখ্যাৰ বাবে ব্যৱহৃত ভাষাৰ ওপৰতেই ই নিৰ্ভৰশীল হ'ব লাগিব। তৰ্কবিজ্ঞান ( Logic ) আৰু অধিবিদ্যা ( Metaplysics ) পদ্ধতিৰ কিছুমান বৈশিষ্ট্যই দাৰ্শনিক সমাজত প্ৰয়োগ হোৱা ভাষাৰ গঠনত কিছুমান বৈশিষ্ট্যৰ দ্বাৰা আংশিক ভাৱে প্ৰভিষ্ঠিত হৈ সিয়ে ভাষাৰূপে স্বীকৃত হোৱা বুলি বিভিন্ন সময়ত দাবী উত্থাপন কৰা হৈছিল। দৰ্শনিকৰ সম্পৰ্ক প্ৰতিষ্ঠিত হৈছে বিশেষ উদ্দেশ্য বা ভুল উদ্দেশ্যৰ কাৰণে ভাষাৰ ব্যৱহাৰ আৰু অপ ব্যৱহাৰৰ ( misuse ) বিশেষ দিশৰ লগত। ভাষাবিদ ভাষাৰ সকলো ধৰণৰ প্ৰয়োগ, বিশ্লেষণ, বৰ্ণনাৰ লগত জড়িত। প্ৰত্যেক ভাষাৰ সকলো দিশৰ অনুধাৱন কৰি ভাষাগত সূত্ৰ আদি নিৰ্ণয়ত ভাষাবিদ ব্যস্ত থাকে আৰু দাৰ্শনিকে বহুসম্প্ৰদায়ৰ উদ্দেশ্যে প্ৰয়োগ হোৱা ভাষাৰ লগত নিজক আবদ্ধ ৰাখিলেও ভাষাৰ মাজৰ সমস্ত প্ৰভেদ নিৰ্ণয়ৰ পক্ষপাতী নহয়; কেৱল দাৰ্শনিকভাৱে প্ৰতিফলিত হোৱা পাৰ্থক্য নিৰ্ণয়ৰ প্ৰতিহে তেওঁলোক আগ্ৰশীল।

ভাষাবিদ আৰু দাৰ্শনিক উভয়ৰে কৰ্মৰাজিক উভয়ে জনাটো প্ৰয়োজনীয় বিষয়ৰূপে সাম্প্ৰতিক বিকাশে গণ্য কৰি তুলিছে, যদিহে তেওঁলোক ভাষাৰ লগত সঙ্গতি ৰখা ধাৰণা বা উক্তিৰ লগত এজন আনজনৰ বিষয়ান্তৰ নহয়। অপৰীক্ষিত ধাৰণা—অৰ্থৰ তত্ত্ব আৰু দাৰ্শনিক মতক ব্যাকৰণৰ মূল বিভাগ ৰূপে গ্ৰহণ কৰাত ভাষাবিদসকল পৰম্পৰাগতভাৱে নিৰ্ভৰশীল। কেতিয়াবা আকৌ দাৰ্শনিক বৈয়াকৰণিক সংজ্ঞাৰ সহায়েৰে দাৰ্শনিক প্ৰশ্নৰ

সমাধান কৰে। একোটা ভাষাৰ বাক্যৰ আনুষ্ঠানিক গঠন ৰীতিৰ লৈতে ভাষাবিদৰ বিশেষ সম্পৰ্ক। আনহাতে দাৰ্শনিকৰ সম্পৰ্ক হ'ল কোনো ভাষাগত ব্যাকৰণ নিৰ্বিশেষে তেওঁলোকে প্ৰকাশ কৰা প্ৰতিপাদ্য যুক্তিনিষ্ঠ গঠন আৰু অনুমান-সিদ্ধ সম্ভাবনাৰ লৈতে। অৱশ্যে প্ৰতিপাদ্যসমূহ ( Propositions ) কিছুমান ভাষাৰ সীমিত বাক্যৰীতিৰ দ্বাৰাইহে প্ৰকাশিত হ'ব পাৰে। প্ৰতীকি যুক্তিৰ বিমূৰ্ত আনুষ্ঠানিক ধাৰণাসমূহো শেহান্তৰত কিছুমান প্ৰাকৃতিক-ভাষাৰ ( Normal language ) বিষয়কল্পিত বাক্যৰূপে বিবেচনা কৰা হয়।

ব্যৱহাৰ ( Behaviour ), ইচ্ছাশক্তি ( Intention ), চিন্তা ( Thinking ), জ্ঞান বা উপলব্ধি ( Perception ), বোধ বা বিবেচনা শক্তি ( Consciousness ) আৰু চেতনা ( Sensation )—এই কেউটা দিশেই ভাষাৰ ক্ষেত্ৰত প্ৰয়োজনীয় উপাদান। ভাষা ব্যৱহাৰ ( Lauguuge behaviour ) হ'ল পশু আৰু মানুহৰ মাজৰ প্ৰভেদ নিৰ্ণয়ৰ প্ৰথম আৰু প্ৰধান কাৰণ চিন্তা আৰু ইচ্ছাশক্তি হ'ল ভাষাৰ আন দুটি বিশেষ উপাদান যাৰ অবিহনে ভাষা প্ৰকাশ অসম্ভৱ। তাৰ লগে লগে উপলব্ধি, বোধশক্তি আৰু চেতনা নহ'লে ভাবৰ আদান প্ৰদান হ'ব নোৱাৰে। দাৰ্শনিকৰ ক্ষেত্ৰতো ভাষাৰ এই উপাদান সমূহৰ বিশেষ ভূমিকা আছে। চিন্তা, উপলব্ধি, চেতনাৰ অবিহনে দৰ্শনৰ তাৎপৰ্য অনুভৱ কৰিব নোৱাৰি। ভাষাৰ ক্ষেত্ৰতো দাৰ্শনিক চিন্তা প্ৰৱনতাৰ স্থান সেইবাবেই উল্লেখযোগ্য। আত্মবোধ বা আত্মবিবেচনা হ'ল দাৰ্শনিক চিন্তাৰ অংশবিশেষ। মনোবৈজ্ঞানিকে জ্ঞান বা উপলব্ধিৰ উপাদান বা তথ্য উদঘাটন কৰে; দাৰ্শনিকৰ বাবে উপলব্ধি বা জ্ঞান এক সমস্যাহে মাথোন। মনোবৈজ্ঞানিক আৰু দাৰ্শনিক দুয়োৰে প্ৰধান কাৰ্য হ'ল চিন্তাৰ অধ্যয়ন কৰা। দাৰ্শনিকে যেতিয়া ধাৰণাৰ প্ৰকৃতি সম্পৰ্কে মত প্ৰদান কৰে, ভাষাবিদে তেনেক্ষেত্ৰত ভাষাৰ প্ৰকৃতি সম্বন্ধে অনুধাৱন কৰে। এই দুয়োৰে অন্তৰালত এটা বস্তু নিহিত হৈ আছে, সি হ'ল চিন্তাৰ প্ৰকৃতি। কাৰণ চিন্তাৰ অবিহনে দাৰ্শনিকে কোনো ধাৰণাৰ কথা প্ৰকাশ কৰিব নোৱাৰে। ভাষাৰ প্ৰকৃতি অনুধাৱন কৰোঁতে ভাষাবিদে চিন্তাৰ আশ্ৰয় ল'ব লগা হয়। পশ্চিমীয়া পৰম্পৰাৰ দাৰ্শনিক আৰু বৈয়াকৰণিক দুয়োৰে স্পৃহা একে হোৱা দেখা যায়। বৰ্তমান শতিকাৰ দাৰ্শনিক সকল ভাষাবিদৰ কাৰ্যাৱলীৰ প্ৰতি জ্ঞাত।

ভাষাতত্ত্ব আৰু দৰ্শন দুয়োৰে মাজত কিছুমান বিশেষ পাৰ্থক্য পৰিলক্ষিত হ'লেও দুয়োৰে মাজত এক যোগসূত্ৰও বিৰাজমান। কিয়নো, দাৰ্শনিক চিন্তাৰ অবিহনে ভাষাৰ অস্তিত্ব কল্পনা কৰিব নোৱাৰি। দাৰ্শনিকে দৰ্শনৰ সূত্ৰ আদি ভাষাৰ মাধ্যম নহ'লে প্ৰকাশ কৰিব নোৱাৰে। বৰ্তমান ভাষাতত্ত্বৰ বিপুল অগ্ৰগতিয়ে দৰ্শনৰ লগত ইয়াৰ সামঞ্জস্য, অসামঞ্জস্য দুয়োৰে কথা স্পষ্টভাৱে নিৰ্দেশ কৰিছে। মানৱ জীৱনত ভাষাৰ যিদৰে প্ৰয়োগৰ প্ৰয়োজনীয়, দাৰ্শনিক সূত্ৰ আদিৰো ঠিক তেনেদৰেই প্ৰয়োজন আছে।

**(খ) ভাষাতত্ত্ব আৰু মনস্তত্ত্ব ( Linguistics and Psychology ) :**

ভাষাতত্ত্বৰ লগত দৰ্শনৰ যিদৰে সম্পৰ্ক আছে, তাৰ লগে লগে মনস্তত্ত্বৰো বিশেষ সম্পৰ্ক আছে। ইংৰাজ 'Psychology' শব্দটো গ্ৰীকৰ 'Psyche' আৰু 'Logos' শব্দৰ

পৰা আহিছে। 'Psyche' শব্দৰ অৰ্থ হ'ল 'আত্মা' আৰু 'Logos' শব্দৰ অৰ্থ হ'ল 'বিজ্ঞান' বা 'অধ্যয়ন'। গতিকে 'Psychology' শব্দৰ অৰ্থ হ'ল 'আত্মাৰ অধ্যয়ন বিজ্ঞান'। অসমীয়া প্ৰতিশব্দ 'মনস্তত্ত্ব' বা 'মনোবিজ্ঞান' ৰূপে প্ৰয়োগ কৰা হৈছে। ভাষাৰ জন্মৰ মূলতে আছে মানুহৰ মন। আদিম মানৱৰ মুখত কেতিয়া কোনে ভাষাৰ অনুৰণন তুলিলেহি থোৰতে কোৱা টান যদিও এই কথা স্পষ্ট যে সভ্যতাৰ আদিম স্তৰৰ পশু-জীৱন যাপনৰ পৰিসমাপ্তিতে মানসিক বিকাশৰ স্তৰ আৰম্ভ হয়। মন আৰু ভাষা'ৰ মাজত থকা নিবিড় সম্পৰ্কই ভাষাতত্ত্ব আৰু মনস্তত্ত্বৰ সম্পৰ্ক নিৰ্ধাৰণ কৰিব। কাৰণ, মনৰ বিভিন্ন ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ওপৰতে ভাষাৰ বিকাশ নিৰ্ভৰশীল।

মনস্তত্ত্ববিদ মানুহৰ ব্যৱহাৰ ( Human behaviour ), আৱিষ্কাৰ আৰু সূত্ৰ নিৰ্ণয়ৰ সাধাৰণ নিয়মৰ লৈতে সম্পৰ্কিত। প্ৰথম অৱস্থাত মনোবিজ্ঞানে প্ৰধানভাৱে মনৰ অৱস্থা, আৰু মানুহৰ জীৱনৰ ঘটনাৱাজিৰ কথা বৰ্ণনা কৰে। মন আৰু শৰীৰৰ সম্পৰ্কৰ প্ৰশ্নৰ ক্ষেত্ৰত আৰু মানৱীয় অভিজ্ঞতা, মানসিক ঘটনা আদি বিতৰ্কমূলক আৰু ভাষাবিদে তাত হস্তক্ষেপ নকৰে। 'ভাষা হৈছে মানৱীয় ঘটনাৱাজি যি সমাজ গোষ্ঠীৰ মাজত নিৰৱচ্ছিন্ন-ভাৱে প্ৰসাৰিত হয়, কাৰণ ই সম্পূৰ্ণৰূপে গোষ্ঠীৰ এক ঐতিহাসিক বংশানুক্ৰম, দীৰ্ঘ অবিচ্ছিন্ন সামাজিক এক উৎপাদন স্বৰূপ।[২]' মানুহৰ সহজাত আচৰণ সমূহৰ, সাধাৰণ নিয়মসমূহৰ সূত্ৰ উদ্‌ঘাটন কৰা মনস্তত্ত্ব ব মনোবিজ্ঞানৰ কাম। ই বিশেষভাৱে মানসিক অৱস্থা আৰু মানৱীয় ঘটনাৰ ওপৰতে নিৰ্ভৰশীল। ভাষা হ'ল চিন্তা ( Thinking ) আৰু অনুভূতিৰ ( Feeling ) বাহক। চিন্তন ( Thinking ) আৰু কথন ( Speaking )-ৰ মাজৰ সম্পৰ্ক বিচাৰতে ভাষা আৰু মনস্তত্ত্বৰ সম্পৰ্ক অন্তৰ্নিহিত হৈ আছে। ভাষাৰ অধ্যয়নত ভাষাবিদসকলে মানুহৰ মনস্তত্ত্বৰ দিশটোৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। ভাষাজ্ঞান আহৰণত মনস্তত্ত্বই মুখ্য ভূমিকা গ্ৰহণ কৰে। থোৰতে ক'বলৈ গ'লে ভাষাৰ ক্ষেত্ৰত মন হ'ল 'হাত ধৰী লিগিৰী'। ভাষাৰ বিজ্ঞানসম্মত আৰু শৃংখলাবদ্ধ অধ্যয়নৰ নাম ভাষাতত্ত্ব বা ভাষাবিজ্ঞান ( Linguistics ) আৰু মানুহে কিদৰে ভাষা আয়ত্ত কৰে আৰু ভাষা ব্যৱহাৰ কৰিবলৈ শিকে সেইয়া মনস্তত্ত্বৰ অন্তৰ্গত ( Psychology )—এই দুয়োকে একেলগে ক'ব পাৰি মনো-ভাষাতত্ত্ব ( Psycho-linguistics )।

প্ৰাকৃতিক নিয়ম অনুসৰি মানুহৰ শাৰীৰিক বিকাশ ( Physical development ) ঘটে। মানসিক বা বৌদ্ধিক বিকাশৰ ( Mental or intellectual development ) কিন্তু তেনেদৰে নহয়। এটি শিশু ডাঙৰ-দীঘল হওঁতে শাৰীৰিক বিকাশৰ তাৰতম্য নঘটে; কিন্তু ভাষা আয়ত্ত কৰোঁতে আপোন মাতৃভাষাৰ বিশেষ প্ৰভাৱ পৰে। পৃথিৱীৰ সকলোবোৰ শিশুৰ মানসিক উৎকৰ্ষ পৰিবেশৰ ওপৰত বহু পৰিমাণে নিৰ্ভৰশীল।

২ 'Speech is a human acivity that varies without assignable limit as we pass from social group to social group, because it is purely historical heritage of the group, the product of long-continues social usage' Sapir, E : Language. পৃ. ৪

মাতৃভাষাৰে শিশুৱে ভাষাশিক্ষাৰ আদি পাঠৰ পাতনি মেলে। তাৰপিছত বহল পৃথিৱীৰ পাৰিপাৰ্শ্বিকতাই শিশুৰ ভাষাজ্ঞানৰ ভাণ্ডাৰ মুকলি কৰি দিয়ে। বৌদ্ধিক সামৰ্থই ভাষাজ্ঞানত বিশেষভাৱে সহায় কৰে। মনৰ প্ৰতিবিম্ব ভাষাৰ জৰিয়তে যিদৰে প্ৰতিফলিত হয়, আন দিশত (জ্ঞানৰ জৰিয়তে) ঠিক তেনেদৰে নহ'বও পাৰে। ভাষা আয়ত্ত কৰোঁতে শিশুৰ মানসিক উচ্চতাৰ প্ৰতি লক্ষ্য ৰখা অতি প্ৰয়োজন। ব্যাকৰণ আদি প্ৰণয়নৰ দিশত সেইবাবে শিশুৰ বোধগম্য ধৰণৰ ব্যাকৰণ ৰচনাৰ প্ৰতি মনোযোগ দিব লাগিব। ব্যাকৰণৰ জটিলতাই শিশুমনত ভাষাজ্ঞানৰ প্ৰতি অনীহাৰ সৃষ্টি কৰিব পাৰে। লগে লগে একোটা ভাষা ধ্বনিৰূপে ব্যাখ্যা অতি সহজভাৱে শিশুৱে বুজিব পৰাকৈ কৰিব লাগে। গতিকে, ভাষাতত্ত্ব মনস্তত্ত্বৰ কাষ নাচাপিলে ভাষাজ্ঞান সম্পূৰ্ণ নহয়। মানুহৰ আচৰণবিধিৰ এক বিশেষ অঙ্গ হ'ল কথা কোৱা অৰ্থাৎ বাক্য ব্যক্ত কৰা। গতিকে ইচ্ছাশক্তিৰে চালিত হৈ মানুহে যি কথা কয় বা মনৰ ভাব প্ৰকাশ কৰে সি আন এজন বা বহুতৰ কৰ্ণপটত প্ৰতিফলিত হৈ প্ৰতিক্ৰিয়া কৰে। খং-ৰাগ, হৰ্ষ-বিষাদ, অভিভূত, আশ্চৰ্য আদি ভাববোৰ মানুহৰ মানসিক জগতৰ বশৱৰ্তী। গতিকে এই সহজাত প্ৰবৃত্তি সমূহক পৰিচালনা কৰে মনেহে। একোজন ব্যক্তিৰ ব্যক্তিত্ব অধ্যয়ন কৰোঁতে মানসিক জগতখন বুজিবলৈ চেষ্টা কৰিব লাগিব।

ভাষাতত্ত্ব ক্ৰিয়াগত প্ৰতিক্ৰিয়াৰ সৈতে সম্পৰ্কিত। ব্যৱহাৰবাদী মনস্তত্ত্বই ভাষাতত্ত্বৰ ক্ষেত্ৰত অবিহনা যোগাব পাৰে। ভাষাতত্ত্ব প্ৰধানভাৱে বৰ্ণনাত্মক ( Descriptive ) আৰু সূত্ৰগতহে ( Formulative ) ব্যাখ্যাশ্ৰয়ী নহয়। এনে ক্ষেত্ৰত ই অভিজ্ঞান লব্ধ মনস্তত্ত্বৰ বিশেষ ব্যৱহাৰবাদী স্কুলৰ সৈতেহে সমপৰ্যায়ৰ। প্ৰথম অৱস্থাত ভাষাতত্ত্ব আৰু মনস্তত্ত্বৰ লক্ষ্য কিন্তু সমগোত্ৰীয় নাছিল। ভাষাৰ ধ্বনিগত আৰু ব্যাকৰণগত দিশত যি জটিলতা সি ক্ৰিয়াগত প্ৰতিক্ৰিয়াৰ ( Verbal-response ) সৈতে সংলগ্ন। একেটা ভাষাৰ বিভিন্ন ধ্বনি, উপধ্বনি, ধ্বনিৰ প্ৰকাৰভেদ, ৰূপৰ বিভিন্ন বৈশিষ্ট্য, শব্দৰ প্ৰয়োগ, বাক্যগঠন আদি সকলো ভাষাতত্ত্বৰ ভিতৰুৱা। ভাষাতত্ত্বৰ ভালেমান সমস্যা মনস্তত্ত্বৰ কিছু প্ৰশ্নৰ সৈতে জড়িত হ'ব পাৰে আৰু ক্ৰিয়াগত ব্যৱহাৰৰ মনস্তাত্ত্বিক অধ্যয়নো ভাষাতত্ত্বৰ সূত্ৰ ৰচনাৰ সহায়ক হ'ব পাৰে। মনস্তাত্ত্বিকৰ বিশেষ সমস্যা কিছুমান ভাষাবিদৰ বাবে গৌণ হ'ব পাৰে। ইয়াৰ ভিতৰত ভাষা অৰ্জন ( Aquisition of language ), ধাৰণা গঠন ( Concept formation ), ভাষাৰ যান্ত্ৰিক প্ৰয়োগ ( The instrumental use of language ), নিৰ্দিষ্ট ক্ৰিয়াগত কৌশলত ব্যক্তিভেদে পাৰ্থক্য অধ্যয়ন, দ্বিতীয় ভাষা শিক্ষণ ( Second language training ) আদি উল্লেখযোগ্য।

ভাষাৰ ক্ষেত্ৰত স্মৃতি ( Memory )-ৰ বিশেষ ভূমিকা আছে। কাৰণ, মানুহৰ মন গতিশীল। এই গতিশীলতাই ভাষাৰ পৰিবৰ্তনত বিশেষ সহায় কৰে। ভাষাৰ পৰ্যায়ক্ৰমে পৰিবেশ অনুসৰি যি প্ৰয়োগ ঘটে, স্মৃতিশক্তিৰো পৰিবৰ্তন তাৰ লগে লগে হয়। Hermann Ebbinghous নামৰ পণ্ডিত এজনে স্মৃতিশক্তিৰ ওপৰত পোন প্ৰথমবাৰৰ বাবে বিজ্ঞানসন্মত অধ্যয়ন চলায়। ভাষাৰ যি কোনো ক্ষেত্ৰতে থৰটকীয়া অধ্যয়নে স্থায়ী

স্মৃতি ৰাখিব নোৱাৰে, বৰঞ্চ লাহে ধীৰে হৃদয়ঙ্গম কৰি অধ্যয়ন কৰাটোহে স্মৃতিশক্তিৰ উপযোগী মাধ্যম। পুনৰাবৃত্তিয়ে মানসিক জগত শক্তিশালী কৰি স্মৃতিশক্তিকো প্ৰখৰতা দান কৰে। মানৱীয় কৌশল আৰু মানৱীয় জ্ঞানৰাশি সমভাৱে বিকশিত হয়। স্মৃতিশক্তিৰ প্ৰখৰতাইহে উৎকৃষ্ট মানসিক প্ৰক্ৰিয়াৰে মন আৰু ইয়াৰ কাৰ্যাৱলী নিৰূপণ কৰিব পাৰে। ভাষাতত্ত্বৰ ক্ষেত্ৰত মনৰ ভূমিকাৰ লগে লগে স্মৃতিশক্তিৰ ভূমিকাৰ কথাও পৰ্যালোচনা কৰিবলগীয়া।

ভাষা হ'ল চিন্তাৰ মাধ্যম আৰু ই বিভিন্ন অনুসন্ধানকাৰীক আকৰ্ষণ কৰে। প্ৰাকৃতিক ভাষাই ( Natural Language ) চিন্তন প্ৰক্ৰিয়াত এনেধৰণে সহায় কৰে যে মানুহে ইয়াৰ অবিহনে এখোজো আগবাঢ়িব নোৱাৰে। সাংস্কৃতিক-নৃতাত্ত্বিকসকলে পৰামৰ্শ দিয়ে যে ভাষাৰ অভিপ্ৰায় হ'ল চিন্তাৰ ক্ষেত্ৰত বলেৰে প্ৰভাৱ বিস্তাৰ কৰা। বিভিন্ন সামাজিক ৰীতি নীতি আদিয়ে মানুহৰ আচৰণ বিধি নিয়ন্ত্ৰণ কৰে। সেইবাবে একেবাৰে শিশুকাল চোৱাৰ পৰাই এই আচৰণ বিধিৰ ক্ষেত্ৰত মনোযোগ দিয়া উচিত। ভাষা আহৰণত শিশুৰ মনস্তত্ত্ব অধ্যয়ন অতি প্ৰয়োজনীয়। কোন পৰিবেশত কেনেধৰণে শিশুৱে মাতৃভাষা আহৰণ কৰে, ক্ৰমাৎ বিভিন্ন পৰিবেশত অন্যান্য ভাষাই শিশুক কিদৰে প্ৰভাৱান্বিত কৰে, এই সকলো দিশ পৰ্যালোচনা কৰাটো মনস্তত্ত্বৰ ভিতৰুৱা দিশ। প্ৰথম মাতৃভাষা শিক্ষণত শিশুৱে কিভাৱে আচৰণ কৰে, বিদেশী ভাষা এটাৰ ক্ষেত্ৰত শিশুৰ মনত মাতৃভাষাই কিদৰে প্ৰভাৱ বিস্তাৰ কৰে আদি মনো-ভাষাতত্ত্বৰ প্ৰয়োজনীয় দিশ।

### ভাষাতত্ত্ব আৰু সাহিত্য ঃ

ভাষা হ'ল মানুহৰ ভাৱ-প্ৰকাশৰ প্ৰথম আৰু প্ৰধান মাধ্যম। ভাষাৰ শৃঙ্খলাবদ্ধ আৰু বিজ্ঞানসন্মত অধ্যয়নক ভাষাতত্ত্ব বোলা হয়। ভাষাৰ বিজ্ঞানসন্মত অধ্যয়নৰ কাম আৰম্ভ হোৱা বা এই সম্বন্ধে পৰীক্ষা-নিৰীক্ষাৰ দুৱাৰ মুকলি হোৱা বৰ বেছি পুৰণি নহয়। আনহাতে ভাষাৰ জন্ম কিন্তু বহু প্ৰাচীন। মানৱ-সভ্যতাৰ অগ্ৰগতিত ভাষাৰ যথেষ্ট অৰিহণা আছে। ভাষাৰ জন্ম প্ৰাচীন হ'লেও পৃথিৱী সকলোবোৰ ভাষাৰ সম্বন্ধে জনাৰ, পুংখানুপুংখ বিৱৰণত ভাষাতত্ত্ব হাত ধৰা লিগিৰীৰ হ'লেও আমাৰ প্ৰথম চানেকি দাঙি ধৰে ইয়াৰ লিখিত নিদৰ্শনেহে। পৃথিৱীৰ সকলোবোৰ ভাষাৰ জন্ম আৰু ক্ৰমবিকাশৰ বুৰঞ্জী নিৰূপণ কৰোঁতে লিখিত নিদৰ্শনৰ আশ্ৰয় ল'ব লগা হয়। লিখিত নিদৰ্শন বা সাহিত্যিক নিদৰ্শনৰ ( Literery Documents ) অবিহনে ভাষা বা ভাষাতত্ত্ব কোনো আগবাঢ়ি যাব পৰা নাই। 'সাহিত্য' শব্দটোৰ অতি তাৎপৰ্যপূৰ্ণ। ভাষাতত্ত্ব আৰু সাহিত্য বহু পৰিমাণে ইটোৰ ওপৰত সিটো নিৰ্ভৰশীল।

মাৰ্বল, ব্ৰঞ্জ বা বোকাৰপৰা শিল্পীয়ে যিদৰে সুন্দৰ সুন্দৰ মূৰ্তি বা নক্সা, ভাস্কৰ্য গঢ়ে, ভাষাও তেনেদৰে সাহিত্যৰ এক কেঁচা-সামগ্ৰী যাৰ পৰা সুন্দৰ সাহিত্যৰ সৃষ্টি হয়।[৩]

* **Language is the medium of literature as marble or bronze or clay are the materials of the sculptor. —Sapir, E : Language, পৃ. ২২২**

প্ৰত্যেক ভাষাত কিছুমান বিশেষ বৈশিষ্ট্য, স্বাভাৱিক সীমাবদ্ধতা আৰু সম্ভাৱনীয়তা থাকে যি ক্ষেত্ৰত সাহিত্যৰ তেনেধৰণৰ সীমাবদ্ধতা নাথাকিব পাৰে। সাহিত্য গঢ় লৈ উঠে ভাষাৰ গঠন আৰু সাৰবস্তুৰপৰাহে। সাহিত্যৰ মাধ্যমৰূপে ভাষাই কাম কৰে যদিও ইয়াক দুটা স্তৰত অন্তৰ্ভুক্ত কৰিব পাৰি—আখৰ সহজবোধ্য অভিজ্ঞতাৰ লিখিত নথি, আৰু সেই অভিজ্ঞতা বিশেষভাৱে কিদৰে লিপিবদ্ধ কৰা হৈছে। ভাষাৰ প্ৰধান কাম হৈছে মানুহৰ মনৰ ভাৱৰাশিৰ প্ৰকাশ সাধন কৰা; সাহিত্যৰ কাম হৈছে সেই ভাষাৰ জৰিয়তে পৃথিৱীৰ বিভিন্ন লোকৰ মনৰ দাপোন শিল্পসন্মতভাৱে প্ৰকাশ কৰা। ভাষাৰ সীমাবদ্ধতাৰ কথা আগতেই কৈ অহা হৈছে। সাহিত্যৰ বিশেষ গুণ ৰাশিৰ লগত ভাষাৰ কিছু প্ৰভেদ পৰিলক্ষিত হয় যদিও ভাষা আৰু সাহিত্য একেটি মাধোন মুদ্ৰাৰে ইপিঠি-সিপিঠি।

'সাহিত্য' শব্দটো নিষ্পন্ন হৈছে 'সহিত' শব্দৰ লগত 'ষ্ণ' প্ৰত্যয়ৰ মিলন ঘটাই, যাৰ অৰ্থ হ'ল 'মিলন ঘটোৱা'। "এই মিলন কেৱল ভাৱৰ লগত ভাষাৰ, ব্যাকৰণৰ লগত ছন্দৰেই নহয়, হৃদয়ৰ লগত হৃদয়ৰ, দূৰৈৰ লৈতে ওচৰৰ আৰু অতীতৰ লগত বৰ্তমানৰ মিলন।"[৪] সাহিত্যৰ অৰ্থ কিছুমান কিতাপৰ সমষ্টি নহয়, মানুহৰ, সমাজৰ অভিজ্ঞতা ফুটাই তোলা সাহিত্যৰ প্ৰধান কাম। কিন্তু ই কলাত্মকভাৱে ৰূপায়িত হ'ব লাগিব। সাৰ্বজনীনতা সাহিত্যৰ অন্যতম লক্ষণ। ই বিভিন্ন দিশ সামৰি ৰাখিছে। সাহিত্যই জাতি, বৰ্ণ, ভাষা আৰু দূৰদেশৰ বিভিন্ন সৃষ্টিৰ সকলো বিভিন্নতাৰ মাজত সংযোগ সূত্ৰ স্থাপন কৰে।[৫] তদুপৰি শব্দ আৰু অৰ্থৰ অনিৰ্বচনীয় শোভাৰ সন্মিলনতে 'সাহিত্য'ৰ সৃষ্টি হয়। সাহিত্যৰ মাধ্যমেৰেহে ভাষা সংৰক্ষিত হয়। গতিকে ভাষাতত্ত্বৰ অধ্যয়ন বহুপৰিমাণে বিভিন্ন যুগৰ সাহিত্যৰ ( Text ) ওপৰত নিৰ্ভৰশীল। পশ্চিমদেশ ইউৰোপত ভাষাতত্ত্বৰ ইতিহাসত সাহিত্যৰ সমালোচনা আৰু সাহিত্যৰ গৱেষণা, দাৰ্শনিক গৱেষণাৰ লৈতে, যিটো ভাষাৰ অধ্যয়নৰ পদ্ধতিমূলক উৎসৰ লগত সংগঠিত। ভাষাতত্ত্বৰ ক্ষেত্ৰত এতিয়া, সাহিত্যৰ অনুধাৱন আৰু ভাষাৰ অধ্যয়নৰ এক বিৰোধ দেখা যায়। ইয়াৰ প্ৰধান কাৰণ হয়তো ইউৰোপত নৱজাগৰণৰ সময়ছোৱাৰ পৰা সাহিত্যৰ প্ৰতি পক্ষপাতিতাৰ ফলত হ'ব পাৰে। কাৰণ, প্ৰাকৃতিক বিজ্ঞানৰ উদ্ভৱ অনুসন্ধান তেতিয়া হোৱা নাছিল। ভাষা আৰু সাহিত্যৰ সীমাৰেখা Jane Ellen Harrison-ৰ এষাৰ কথাতে অনুমান কৰিব পাৰি—"Language is as much an art and as sure a refuge as painting or music or literature."

ভাষা আৰু সাহিত্য মূলতঃ একে আধাৰৰে পাত্ৰ। মানুহৰ ভাৱনা শক্তিৰ ফলনে লিখনিৰ জন্ম। সাহিত্যিক ভাষাই কথিত ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব খোজে। বিভিন্ন অঞ্চলভেদে প্ৰচলিত কথিত ভাষাৰ দ্বাৰা সভ্যতাৰ সোপানত স্থায়ী চিন ৰাখিবলৈ জটিল হয়। বিভিন্ন অঞ্চলৰ ভাষাৰ লগত পাৰস্পৰিক মিশ্ৰণে ভাষাৰ সোঁত কেতিয়াবা অধিক জটিলতৰ কৰিও তুলিব পাৰে।

৪ গোস্বামী, উপেন্দ্ৰনাথ : ভাষা আৰু সাহিত্য, পৃ. ১২

৫ 'সাহিত্য জাতি, বৰ্ণ, ভাষা ও দূৰ দেশের বিভিন্ন সৃষ্টির সকল বিভিন্নতার মধ্যে সংযোগ স্বৰূপ'—সৰকাৰ, সৰলাবালা : সাহিত্য জিজ্ঞাসা, ভূমিকা

সাহিত্য প্ৰধানভাৱে নান্দনিক উদ্দেশ্য প্ৰণোদিত। আন এক দিশেৰে ভাষাতাত্ত্বিক বিশ্লেষণেৰে সাহিত্য হ'ল নন্দনতাত্ত্বিক সৃষ্টিশীলতাৰ লৈতে জড়িত। ভাষা-অধ্যয়নৰ সাহিত্যিক প্ৰভূত্বৰ প্ৰতিক্ৰিয়া লিখিত ভাষাত আৰু অতি উচ্চ খাপৰ গ্ৰন্থকাৰৰ মনোযোগ আৰু একাগ্ৰতাৰ চানেকিৰ মাজত দেখিবলৈ পোৱা যায়। ব্যাকৰণৰ নিয়ম আৰু পদ্ধতি সাহিত্যিক কৰ্মৰাজি, বাক্যৰ গঠন প্ৰণালী আদিৰ ওপৰত নিৰ্ভৰশীল। একোটা ভাষাৰ ভিতৰত, সাহিত্যিক ভাষাৰ উপভাষাক প্ৰতিনিধিত্বকাৰীৰূপে বিশেষ মান্যৰূপ দিয়া হয় আৰু অন্যান্য অনুন্নত উপভাষাক একাষে ৰখা হয়।

ভাষাতত্ত্বই ভাষাৰ বিজ্ঞানসন্মত অধ্যয়নৰূপে ভাষাৰ সকলো দিশ সামৰি লয়। সাহিত্যই এক বিশেষ ব্যৱহাৰ আৰু গঠনৰ ( Style ) দিশত মনোনিবেশ কৰে। এতিয়া লিখিত সাহিত্যৰ প্ৰতি থকা পক্ষপাতিত্ব ক্ৰমাৎ নোহোৱা হৈছে। মৌখিক সাহিত্য ( Oral literature ) লিখিত সাহিত্যতকৈ ( Written literature ) অধিক সংযোগী যোগাযোগৰ মাধ্যম। আনহাতে মৌখিক সাহিত্য এটা যুগৰপৰা আনটো যুগলৈ মানুহৰ স্মৃতিশক্তিৰ জৰিয়তেহে সংৰক্ষিত হয়। কিম্বদন্তীমূলক সাধুকথা, গীত-মাত, naratives, ধৰ্মীয় কথাবাৰ্তা, কবিতা আদি মৌখিক সাহিত্যৰ উজ্জ্বল চানেকি আৰু সেইবোৰ ব্যক্তিৰ স্মৰণ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি সংৰক্ষিত হোৱাৰ পিছতহে লিখিত ৰূপত প্ৰকাশ পায়। সকলোধৰণৰ কথাবাৰ্তা সাহিত্যৰূপে প্ৰকাশ নাপাবও পাৰে; ভাষাতত্ত্বই ইয়াৰ ক্ষেত্ৰত ভাষাৰ সাহিত্যিক ব্যৱহাৰতকৈ অধিক ভূমিকা গ্ৰহণ কৰে। তদুপৰি, লেখকৰ পাণ্ডিত্য বা ভাষাত প্ৰয়োজনীয় উৎসৰ অনুসন্ধানকৈ পৰম্পৰাগত বা সফলভাৱে কাৰ্যকৰা ভাষাতত্ত্ব আৰু সাহিত্যিক গৱেষণাই সমগ্ৰভাৱে একেক্ষেত্ৰত সামৰি নলয়; কিন্তু প্ৰত্যেকৰে বিষয়বস্তুৰ ভিতৰত এক উমৈহতীয়া ( common ) ক্ষেত্ৰত সহযোগিতা আগবঢ়ায়।

সকলোধৰণৰ সাহিত্যৰ ক্ষেত্ৰত, নান্দনিক ( নন্দনতাত্ত্বিক ) ক্ৰমবিকাশৰ দিশত, লেখকৰ কৌশল অথবা লেখনিৰাজি কথিতই হওক বা লিখিতই হওক, ধ্বনি, ব্যাকৰণ আদি ভাষাৰ বিশেষ দিশ সমূহৰ ওপৰত নিৰ্ভৰশীল হ'বই লাগিব। এক পৰিচিত ক্ষেত্ৰ বাছনিৰ বাবে, ইউৰোপীয় সাহিত্যৰ কবিতা আৰু বক্তৃতা বিষয়ক গদ্য ভাষাৰ সামগ্ৰীৰ ওপৰত নিৰ্ভৰশীল। ইয়াৰ ভিতৰত লিৰিক কবিতা ( গীতি কবিতা ) নিজে নিজে মহাকাব্য বা নাটকীয় কবিতাতকৈ অধিক ভাষাৰ আশ্ৰয়ী। সাহিত্যিক কৰ্মৰাজিৰ মানদণ্ড ভাষাৰ সামগ্ৰীৰ ওপৰত বিশেষভাৱে নিৰ্ভৰ কৰে। গল্পলেখক, নাট্যকাৰ, কবি আদি সাহিত্যৰ শিল্পীসকলে ভাষাতাত্ত্বিক হোৱাৰ প্ৰয়োজন নাই বা নিজৰ ভাষাৰ গঠন সম্পৰ্কে বিশেষভাৱে জড়িত হোৱাটো প্ৰয়োজন নাই। কলা হৈছে সহজাত প্ৰজ্ঞাৰ উৎপাদন। সেইবাবে ই ব্যক্তিগত আৰু আন মানুহৰ লৈতে ইয়াৰ সংযোগৰো প্ৰয়োজন নাই। কিন্তু বিখ্যাত শিল্পীৰ সহজাত প্ৰজ্ঞা কৰ্মত নিজকে প্ৰতিফলিত কৰা হয়, ইয়াৰ কেঁচা সামগ্ৰী ব্ৰঞ্জ, মাৰ্বল, সঙ্গীত বা ভাষাত হ'ব পাৰে। সামগ্ৰীৰ প্ৰকৃতিয়ে ইয়াৰ সীমাবদ্ধতা আৰু অৱস্থা ঘোষণা কৰিব। ভাষাবিদ এজন শিল্পী নহ'বও পাৰে। সাহিত্যিক এজনো ভাষাবিদ নহ'বও পাৰে; কিন্তু ভাষাবিদৰ বিশেষ পদ্ধতিত ভাষাৰ গঠন প্ৰণালী

আহৰণ কৰোঁতে ভাষাৰ প্ৰকৃতি আদি দিশবোৰ চাওঁতে সাহিত্যক প্ৰয়োগ কৰা ভাষা আদিৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিবই লাগিব। অৱশ্যে সকলোধৰণৰ সাহিত্যবাজি সকলো ভাষাত সমান নহ'ব পাৰে যদিহে সাংস্কৃতিক বাতাবৰণ একে নহয়। এটা ভাষাৰপৰা আন এটা ভাষালৈ অনুবাদ কৰা কাম সহজসাধ্য নোহোৱাৰ ইও এটা কাৰণ হ'ব পাৰে।

ভাষাগত পাৰ্থক্যৰ বাবে বিভিন্ন দেশৰ সাহিত্যৰ মাজতো পাৰ্থক্য থাকিব পাৰে। ইংৰাজী কবিতা ফৰাচী কবিতাতকৈ ছন্দৰ ওপৰত নিৰ্ভৰশীল, ক্লাচিকেল (প্ৰাচীন) যুগৰ সাহিত্যৰ ক্ষেত্ৰত গ্ৰীক আৰু লেটিন সাহিত্যৰ ছন্দ গুণগতভাৱে অজ্ঞাত আছিল। এনে ক্ষেত্ৰত ইংৰাজীৰ শ্বাসাঘাতযুক্ত ছন্দলৈ আঙুলিয়াব পাৰি, য'ত শ্বাসাঘাতযুক্ত অক্ষৰৰ লগত শ্বাসাঘাতহীন অক্ষৰৰ পাৰ্থক্যৰ কথাটো আহি পৰে। এনেদৰেই ইংৰাজীৰ লগত ফৰাচীৰ বা লেটিনৰ, গ্ৰীকৰ লগত ফৰাচী আদিৰ শ্বাসাঘাত, দৈৰ্ঘ্য আদিৰ পাৰ্থক্য, সাদৃশ্য নিৰূপণ কৰিব পাৰি। গ্ৰীক কবিতাৰ ছন্দৰ ক্ৰমবিকাশৰ লগত প্ৰাচীন লেটিন সাহিত্যৰ কবিতাৰ ছন্দৰ সাদৃশ্য দেখুৱাব পাৰি। ভাষাগত অধ্যয়নতো শ্বাসাঘাত (Stress) আৰু দৈৰ্ঘ্যৰ (Length) আলোচনা অপৰিহাৰ্য। ভাষাৰ ধ্বনিতাত্ত্বিক দিশটোৰ উমান পাবলৈ হ'লে প্ৰাচীন বা আধুনিক দুয়ো সাহিত্যৰে এনেধৰণৰ অধ্যয়ন বৰ প্ৰয়োজনীয়। এইবিলাক দিশতে ভাষাতত্ত্ব আৰু সাহিত্য দুয়ো আপোনা আপুনি কাষ চাপি আহে।

ভাষাবিদে যেতিয়া নিজৰ পদ্ধতিৰে ভাষাগত সামগ্ৰী লৈ গৱেষণা কৰে, তেতিয়া বিভিন্ন সাহিত্যিক ধৰণ আৰু ভাষাৰ শিল্পসন্মত প্ৰয়োগৰ (Artistic uses) ওপৰত দৃষ্টিপাত কৰাৰ লগে লগে নিজৰ আৰু অন্যান্য ভাষাৰ প্ৰতিও মনোযোগ দিব লাগিব। ব্যাপক অৰ্থত পৃথিৱীৰ বিভিন্ন সংস্কৃতিৰ প্ৰতি সহানুভূতিশীল মনোভাৱ গ্ৰহণ কৰি তাৰ ভিতৰলৈ প্ৰৱেশ কৰিব পাৰিলেহে ভাষাবিদৰ উদ্দেশ্য সাধন হ'ব। সাহিত্য আৰু ভাষাতত্ত্বৰ বেলেগ বেলেগ ক্ষেত্ৰ হ'লেও পৃথিৱীৰ বিভিন্ন লোক, জাতি-উপজাতিৰ সংস্কৃতিৰ মৌ-কোঁহ আহৰণ কৰি দুয়োটাৰ মাজত থকা নিবিড় সম্পৰ্ক অধ্যয়ন কৰিলেহে দুয়ো দুয়োৰে পৰিপূৰক হ'ব। ভাষা স্বয়ংভাৱে প্ৰকাশৰ সামূহিক কলা (Collective art), হাজাৰ হাজাৰ জনৰ ব্যক্তিগত সহজাত প্ৰজ্ঞাৰ সংক্ষিপ্ত বিৱৰণ।[৬] ব্যক্তিবিশেষৰ সৃষ্টিয়েই সামূহিক সৃষ্টিৰ ৰূপ লয়গৈ। শিল্পীৰ বা সাহিত্যিকৰ ব্যক্তিগত সৃষ্টিক ভাষাৰ ৰূপেৰে ৰূপায়িত কৰা হয়। সাহিত্যিকৰ ৰচনাত অবিহনে ভাষাই স্বীকৃতি লাভ কৰিব নোৱাৰে। ভাষাক সঁজুলি ৰূপে নললে সাহিত্যৰো সৃষ্টি নহয়। বৰ্তমান ভাষাতত্ত্বৰ দ্ৰুত অগ্ৰগতিয়ে সাহিত্যিক অধ্যযনৰ দিশত আলোকপাত কৰিছে। সাহিত্যৰ সমালোচনাৰ (Literacy criticism) দিশটো ইয়াৰ অন্তৰ্গত। কোনো সমালোচনাই ইয়াৰ ভাষাতত্ত্বৰ দিশৰপৰা দূৰত নহয়। এজন সু-সমালোচকো সু-ভাষাবিদ হ'ব পাৰে।

**ভাষাতত্ত্ব আৰু সংস্কৃতি (Linguistics and Culture):** ভাষাতত্ত্বৰ লগত

---

৬ **'Language is itself the collective art of expression, a summary of thousands upon thousands of individual intuaition' —Sapir, E: Language, পৃ. ২৩১**

অন্যান্য কিছুমান দিশৰ সম্পৰ্ক থকাৰ দৰে সংস্কৃতিৰ লগতো ইয়াৰ ব্যাপক সম্পৰ্ক আছে। প্ৰকৃতাৰ্থত 'সংস্কৃতি' শব্দটোৰ অৰ্থ অতি ব্যাপক। ই সমগ্ৰ মানৱ সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ জীৱন ধাৰণৰ প্ৰণালীৰ আভাস দাঙি ধৰে। প্ৰাচীন বৰ্বৰ সমাজৰ পৰা আজিলৈকে মানুহৰ জীৱনৰ যি পৰিবৰ্তন ঘটিছে, তাৰ মূলতে দুটা শব্দ নিহিত হৈ আছে। এটা হ'ল 'সভ্যতা' ( Civilization ) আৰু আনটো হ'ল 'সংস্কৃতি' ( Culture )। প্ৰাগ ঐতিহাসিক যুগৰে পৰা এতিয়ালৈকে মানুহৰ মগজুৰ যি বিকাশ সাধিত হৈছে আৰু মানৱজগত ক্ৰমান্বয়ে সভ্যতাৰ উচ্চ শিখৰৰ ফালে ধাৱমান হৈছে তাৰ মূলতে সুন্দৰভাৱে জীয়াই থাকিবলৈ শিকাৰ মূলমন্ত্ৰ প্ৰদান কৰিছে সংস্কৃতিয়ে। সংস্কৃতি হ'ল মানৱ জীৱনৰ আটাইতকৈ প্ৰয়োজনীয় দিশ। ভাষাতত্ত্বৰ লগত সংস্কৃতিৰনো কেনে ধৰণৰ সম্পৰ্ক থাকিব পাৰে। আপাতদৃষ্টিত দুয়োৰে ক্ষেত্ৰ বেলেগ যেন লাগিলেও ইটোৰ লগত সিটোৰ এৰাব নোৱাৰা সম্পৰ্ক আছে।

ভাষা হৈছে মানৱ সংস্কৃতিৰ ঘাই উপাদান। প্ৰথমে ভাষাই মানুহৰ সমাজক ইতৰ শ্ৰেণীৰ পৰা পৃথক কৰিছে। ভাষাৰ অবিহনে আজিৰ মানৱ-সভ্যতা সংস্কৃতিৰ কল্পনা বৃথা। কিন্তু সংস্কৃতি বুলিলে আমি যি বুজোঁ, সি মানৱ জীৱনৰ আদিৰে পৰা আগুৰি আছে। মানৱ জীৱনৰ এনে এটি দিশ নাই সংস্কৃতি শব্দটোৰ য'ত প্ৰয়োগ নাই। গতিকে সংস্কৃতিয়ে মানুহৰ ভাষা, সাহিত্য, ৰীতি-নীতি, ধৰ্ম, সমাজ আদি সকলো দিশ সাঙুৰি আছে। ভাষা হ'ল সংস্কৃতিৰ প্ৰথম আৰু প্ৰধান উপকৰণ। গতিকে ভাষা, সংস্কৃতিৰ প্ৰথম জোঁৰ —যাৰ পোহৰেৰে মানৱ সভ্যতা ক্ৰমাৎ আগবাঢ়ি গৈ আছে এখুজি দুখুজিকৈ। গতিকে, সংস্কৃতিৰ লৈতে ভাষা মেৰ খাই আছে। ভাষা হ'ল কমাৰশাল, যি শালৰ পৰাই সংস্কৃতিৰ প্ৰথম সোপান ৰচিত হয়। আমেৰিকাৰ প্ৰসিদ্ধ ভাষাবিদ আৰু নৃতত্ত্ববিদ Edward Sapir আৰু তেওঁৰ ছাত্ৰ Benjamin Lee Whorf আছিল ইউৰোপৰ চিন্তাত পৰম্পৰাগতভাৱে উত্তৰাধিকাৰী। গঠনবাদ ( Structuralism )ৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত এওঁলোকে উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। এই পৰম্পৰা Herder আৰু Wilhelm Von Humboldt লৈকে সম্প্ৰসাৰিত হয়। Humboldt-অৰ মতে বিশ্বজগত ( Universal ) আৰু বিশেষভাৱে ভাষাৰ ক্ষেত্ৰত অধিক জোৰ দিয়ে। তেওঁ ভাষাৰ গাঁঠনিক প্ৰভেদৰ ( ভাষাৰ ভিতৰুৱা গঠন ) ওপৰত দৃষ্টিপাত কৰে। Herder Humbolt-অৰ ভাষা আৰু চিন্তাৰ মাজৰ সম্পৰ্কৰ ধাৰণাৰ লগতে Sapir-Whorf-অৰ আনুমানিক ( hypothesis ) কথালৈ আঙুলিয়াব পাৰি। ইয়াৰ লগতে আমেৰিকাৰ ভাষাবিদ, নৃতত্ত্ববিদ আৰু মনস্তত্ত্ববিদ সকলৰ কথালৈও মন কৰিব লাগিব। ভাষাগত আপেক্ষিকতাৰ ( Linguistic relativity ) গৱেষণাইও আমেৰিকাৰ ভাষাবিদ এই ক্ষেত্ৰত আগবঢ়ুৱা বুলি জনাত সহায় কৰে।

Sapir-অৰ মতে সংস্কৃতিয়ে, সমাজে যি আচৰণ কৰে আৰু ভাবে তাক নিৰ্ণয় কৰিব পাৰে।[৭] যেতিয়া ভাষাবিদ, নৃতত্ত্ববিদ আৰু দাৰ্শনিকে ভাষ আৰু সংস্কৃতিৰ মাজত থকা

---

৭ Culture may be defined as what a society does and think' —David E, Cooper : Philosophy and the nature of Language, পৃ. ৯৯

সম্পৰ্ক অধ্যয়ন কৰে; সংস্কৃতিৰ যে এক ব্যাপক অৰ্থ আছে, এই কথা স্বীকাৰ কৰে। স্বাভাৱিকতে মানুহৰ ধ্যান-ধাৰণা, বিশ্বাস আদিৰ প্ৰশ্ন ইয়াতে আহি পৰে। ভাষা আৰু চিন্তাৰ মাজত থকা সম্পৰ্ক নিৰ্ণয়ৰ লগে লগে ভাষা আৰু আচৰণৰ ( Behaviour ) প্ৰশ্নটোও উত্থাপিত হয়। মানুহে যিদৰে ভাবে ঠিক সেইদৰে আচৰণ কৰে। ভাব আৰু আচৰণৰ লগে লগে ভাষা আৰু ভাবৰ অঙ্গাঙ্গী সম্পৰ্কৰ কথাও এইখিনিতে উল্লেখনীয়। Sapir আৰু Whorf-এ ভাষা আৰু সংস্কৃতিৰ সম্পৰ্কৰ ক্ষেত্ৰত ধাৰণা আগবঢ়াইছে-সি অতি মনকৰিবলগীয়া। প্ৰথম অৱস্থাত মানুহে যেতিয়া পশুত্বৰ জীৱন যাপন কৰিছিল, ভাষা আৰু সংস্কৃতিৰ কোনো চিনমোকামেই নাছিল। ভাষা আৰু সংস্কৃতি সংলগ্নভাৱেই আছিল বুলিব পাৰি। ভাষাৰ প্ৰথম সৃষ্টি যেতিয়া হ'ল, ভাষাৰ বিভিন্নতাও নাছিল। আছিল কেৱল মানৱ ভাষা ( Human language )। সভ্যতা আৰু সংস্কৃতিৰ বিকাশৰ লগে লগেহে ভাষাৰ পৰিসৰ বৃদ্ধি পালে। জাতি-উপজাতিৰ বিভাজন হ'ল। ভাষাৰ মাজতো ব্যাপক পৰিসৰৰ সৃষ্টি হ'ল। বংশগত সম্পৰ্কৰ ( Genetic relationship ) ক্ষেত্ৰত Sapir-এ এক সূত্ৰ আগবঢ়াইছে। ভাষা হ'ল সামাজিক বাস্তৱৰ ( Social reality ) অভিভাৱক ( Guide ) স্বৰূপ। আপাতদৃষ্টিত ভাষাই যদিও সমাজ বিজ্ঞানৰ ছাত্ৰৰ প্ৰয়োজনীয় ক্ষেত্ৰত চিন্তাৰ যোগান নধৰে, তথাপি ই আমাক সামাজিক সমস্যাৰ বিষয়ে ভাবিবলৈ শিকায়। মানুহ বস্তুবাদী জগতৰ অকলশৰীয়া বাসিন্দা নহয়, সাধাৰণভাৱে বোধগম্য সামাজিক কাৰ্যাৱলীৰে ভৰা পৃথিৱীৰো বাসিন্দা নহয়; কিন্তু সমাজৰ ভাবৰ আদান-প্ৰদানৰ বাবে বিশেষ বিশেষ ভাষা সমূহৰ ক্ষেত্ৰত মানুহেই ভূমিকা গ্ৰহণ কৰিব লাগে। পৃথিৱীৰ বিভিন্ন ভাষাৰ মাজত বিভিন্ন বৈশিষ্ট্য আছে। আনকি দুটা ভাষা একে সামাজিক বাস্তৱতাৰ পৰা আহিলেও তাৰ মাজত সাদৃশ্য নাথাকিব পাৰে।

দাৰ্শনিক সকল পৰম্পৰাগত দাৰ্শনিক সূত্ৰৰ প্ৰতি স্পৃহাশীল। অৱশ্যে তেওঁলোক বিজ্ঞানৰ দাৰ্শনিকতাৰ প্ৰতি আগ্ৰহশীল। ইয়াতে বিবেচনাধীন শৃংখলাবদ্ধ আৰু ধাৰণাযুক্ত সমস্যা আনুমানিক সমস্যাৰ সৈতে জড়িত হৈ পৰে। ভাষাৰ ওপৰত সংস্কৃতিৰ প্ৰভাৱশীলতাৰ কথা প্ৰতিষ্ঠা কৰাৰ আগতে ভাষাগত প্ৰভেদ (Linguistic differences) আৰু সাংস্কৃতিক প্ৰভেদ ( Cultural differences )ৰ মাজৰ সহ-সম্পৰ্কৰ কথা মনত ৰাখিব লাগিব। এই কথা প্ৰতিপন্ন কৰিব নোৱাৰিলে সংস্কৃতি আৰু ভাষাৰ মাজৰ পাৰস্পৰিক সম্পৰ্ক নিৰূপণ কৰা সহজ নহয়।

ভাষাতত্ত্ব আৰু সংস্কৃতিৰ সম্পৰ্ক নিৰূপণৰ ক্ষেত্ৰত চেপিৰ, ব'আজ আদি পাশ্চাত্য পণ্ডিতে বিভিন্ন মত প্ৰদান কৰিছে। ভাষা সংস্কৃতিৰ এটি দিশ হ'লেও ভাষাতত্ত্বৰ বাকী বিলাক দিশৰ সাদৃশ্য নাথাকিবও পাৰে। কাৰণ, মানুহৰ সৃষ্টিৰ দ্বিতীয় পৰ্যায়টো হ'ল সভ্যতা সংস্কৃতিৰ উত্থান। সমাজ জীৱনত জ্ঞানৰ অন্বেষণ হোৱাৰ লগে লগেই ভাষাৰ সৃষ্টি হ'ল, লিখন পদ্ধতিৰ জন্ম হ'ল। প্ৰাচীন লিখন পদ্ধতিয়ে ক্ৰমাৎ বিকাশ লাভ কৰিলে। ভাষাই মানৱ সংস্কৃতিক পোহৰৰ বাট দেখুৱালে। ভাষাতত্ত্ব বুলি ক'লে ভাষাৰ যি অধ্যয়নৰ কথা বুজোৱা হয়, তাত ধ্বনি-প্ৰয়োগ, ধ্বনিগত উচ্চাৰণ ( Phonetic articulation ), ৰূপ-প্ৰয়োগ, শব্দ-প্ৰয়োগ, বাক্য গঠনৰ প্ৰণালী আদি সকলোবিলাক দিশ

নিহিত হৈ থাকে। সংস্কৃতি বুলিলে ভাষাৰ বাহিৰেও সাহিত্য, ধৰ্ম, স্থাপত্য, ভাস্কৰ্য, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদি সকলোৰে কথা অন্তৰ্ভুক্ত হ'ব লাগিব। ভাষাতত্ত্বত অন্যান্য দিশৰ সঙ্গতি নাথাকিলেও মানুহৰ আচৰণ বিধি (Human behaviour)ৰ দিশটো কিন্তু মেৰ খাই আছে। এই আচৰণ বিধিত সাংস্কৃতিক বাতাবৰণৰ বৰ প্ৰয়োজনীয়। কাৰণ, ভৌগোলিক পৰিবেষ্টন, সামাজিক আবহাৱাই সংস্কৃতি গঢ় দিয়াত মুখ্য ভূমিকা গ্ৰহণ কৰাৰ দৰে ভাষাৰ অধ্যয়নতো ধ্বনি-নিয়ম আদিত এই দিশ সমূহৰ ভূমিকা আছে। ধ্বনি প্ৰয়োগ, ধ্বনি পৰিবৰ্তন, শব্দত অৰ্থৰ প্ৰয়োগ, অৰ্থৰ পৰিবৰ্তন আদিৰ কাৰণ দৰ্শাওঁতে সাংস্কৃতিক পৰিবেশৰ কথাটো উপেক্ষিত হ'ব নালাগিব। পাশ্চাত্য দেশসমূহে সংস্কৃতি আৰু ভাষাতত্ত্বৰ স্বৰূপ নিৰ্ণয় কৰোঁতে বহুদূৰ আগুৱাই গৈছে। সেই অনুপাতে ভাৰতবৰ্ষ বা অন্যান্য পূৱ প্ৰান্তীয় দেশসমূহে বিশেষ সূত্ৰ বা ইন্ধন যোগাব পৰা নাই। যথাৰ্থতে ভাষাতত্ত্ব আৰু সংস্কৃতিয়ে মানৱ জীৱনৰ ক্ৰমোন্নতিত অধিক সহায় কৰিছে।

**ভাষাতত্ত্ব আৰু সমাজ ( Linguistics and Society ) :** ভাষা মানুহৰ আচৰণৰ এক অপৰিহাৰ্য অঙ্গ, যাক পৰম্পৰা আৰু সংস্কৃতিয়ে নিয়ন্ত্ৰণ কৰে। পৰিয়াল হৈছে মানৱ-সমাজৰ আধাৰশিলা স্বৰূপ। প্ৰখ্যাত সমাজশাস্ত্ৰবিদ Emile Durkheim আৰু Bronislaw Malinowski য়ে প্ৰাচীন আদিম মানুহৰ সম্পৰ্কে তথ্য প্ৰকাশ কৰিছে। মানুহৰ সমাজৰ লাইখুটা আদিম মানুহৰ পৰিয়াল সংগঠনৰ ওপৰতে নিৰ্ভৰশীল। মানুহৰ পশুজীৱনৰ পৰিসমাপ্তি ঘটাৰ সন্ধিক্ষণতে সমাজ-সংগঠনৰ আহিলা প্ৰতিষ্ঠা হয়। প্ৰথম অৱস্থাত নাৰী পুৰুষৰ বৌদ্ধিক বিকাশৰ দিশটো আৰম্ভ হোৱাৰ লগে লগে মানুহে পৰিয়াল গঠন কৰিবলৈ শিকিলে। বহুকেইটা পৰিয়াল মিলি শেষত একোখন সমাজৰ সৃষ্টি হ'ল। বংশ বৃদ্ধিৰ লগে লগে সমাজ সংগঠনৰ ব্যাপকতাও বৃদ্ধি পালে। মানুহৰ প্ৰাথমিক প্ৰয়োজন ( Primary needs ) খাদ্য, পিন্ধন আৰু আশ্ৰয়। সমাজ পাতি জীয়াই থাকিবলৈ লোৱাৰ লগে লগে কেইটামান প্ৰয়োজনীয় কাৰ্যৰ কথা আহি পৰিল- খাৱন ( Eating ), শোৱন ( Sleeping ) আৰু কথন ( Talking )। খোৱা-শোৱাৰ প্ৰয়োজন হ'ল শাৰীৰিক দিশৰ পৰা আৰু কথাকোৱাৰ প্ৰয়োজন হ'ল সামাজিক স্থিতাৱস্থাৰ বাবে। সমাজ কিদৰে গঠিত হ'ল, প্ৰাচীন শ্ৰেণীহীন, সমাজহীন অৱস্থাত মানুহে কিদৰে বনবাস কৰিছিল সেইকথা অনুধাৱন কৰাত নৃতত্ত্বই আমাক বিশেষভাৱে সহায় কৰিব।

সমাজে কিদৰে ভাষাৰ প্ৰভাৱ বিস্তাৰ কৰে অথবা এজন লোকে আৰু তেওঁৰ ভাষাই কিদৰে সমাজৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে সেইয়া হ'ল সামাজিক প্ৰশ্ন। একোটা শিশুৰো ভাষাৰ ওপৰত কৰা প্ৰশ্নৰ মূলতে, সেই শিশুটি কেনে পৰিয়ালৰ পৰা অহা সেই কথা নিৰ্দ্ধাৰণ কৰিব লাগিব। একোটি শিশুৱে কনমানি অৱস্থাৰে পৰা আপোন পৰিয়ালৰ লগত কেনে ধৰণে কথা বতৰা পাতে, কেনেধৰণৰ শব্দ প্ৰয়োগ কৰে, তাৰ ওপৰত পৰিয়ালটোৰ সংস্কৃতি নিৰ্দ্ধাৰণ কৰিব পৰা যায়। সমাজ আৰু আদান-প্ৰদানৰ অবিহনে ভাষাৰ অস্তিত্ব কৰিব নোৱাৰি। সমাজৰ জন্ম আৰু ক্ৰমবিকাশৰ ইতিহাসত কিন্তু ভাষাই এক মুখ্য ভূমিকা গ্ৰহণ কৰিছে। 'ভাষাৰ এক সামাজিক প্ৰয়োজন আছে। ই আলোচনাৰ বিশুদ্ধ

পৰিচালনাৰ প্ৰত্যেক মুক্ত সমাজৰ বাবে অপৰিহাৰ্য, য'ত ৰাজনৈতিক ধৰ্মীয়, দাৰ্শনিক, বাণিজ্যিক আৰু আৰ্থিক দিশ কেইটা নিহিত হৈ আছে।[৮] সমাজ আৰু ভাষাক একেবাৰেই পৃথক ৰূপত দেখুৱাব নোৱাৰি। ভাষা প্ৰধানতঃ ব্যক্তি আৰু ব্যক্তিৰ সমষ্টি বা সম্প্ৰদায়ৰ মাজত সমন্বয়ৰ সেতু। এজন ব্যক্তিৰ কথা বতৰা সমাজৰ বাবে ব্যক্তিগত অবিহনা হ'ব পাৰে। একোটা ভাষাই নিজা বৈশিষ্ট্যবাজি বক্তাৰ মাজেৰে প্ৰকাশ কৰে। ভাষাতত্ত্বই যিবোৰ দিশৰ অধ্যয়ন কৰে, সমাজক পৃথক কৰি তাৰ অধ্যয়ন কৰিব নোৱাৰে। সমাজৰ ক্ৰমবিকাশত ভাষাৰো এক ভূমিকা আছে। বিভিন্ন সমাজৰ জাতি-উপজাতিৰ ভাষা অধ্যয়ন কৰোঁতে সেই সমাজৰ বা জাতিৰ আঁতি-গুৰি ভালদৰে অধ্যয়ন কৰিব লাগিব। সমাজ আৰু ভাষাতত্ত্বক সাঙুৰি সমাজ-ভাষাতত্ত্ব (Socio-linguistics) শব্দটো প্ৰয়োগ কৰা হৈছে, যি সমাজৰ বিভিন্ন ভাষাবাজিৰ বিজ্ঞান সম্মত অধ্যয়ন কৰে।

সমাজ-ভাষাতত্ত্ব এহাতে কলা, আনহাতে বিজ্ঞান; যাৰ উদ্দেশ্য হৈছে ভাষা আৰু সমাজৰ মাজৰ সম্পৰ্কৰ বিষয়ে জ্ঞান আহৰণ কৰা। সমাজ ভাষাতাত্ত্বিকৰ মতে সমাজ বিজ্ঞানৰ কোনো সূত্ৰৰ দৰে ই কৌতূহল আৰু বুজাবুজিৰ আহিলা তৈয়াৰ কৰে। আধুনিক সমাজ ভাষাবিদসকলে সমাজ আৰু ভাষাৰ সম্পৰ্কে বিভিন্ন মত আগবঢ়াইছে। ভাষাই কেৱল সমাজৰ বক্তা সকলৰ কথাকে প্ৰতিফলিত নকৰে; বৰং ভাষাৰ প্ৰয়োগ আৰু পৰিবৰ্তনৰ দিশত সমাজৰ ভূমিকাৰ দিশটোও সামৰি লয়। যিকোনো বৈজ্ঞানিক কৌতূহলৰ ক্ষেত্ৰত যদি ই প্ৰণালীবদ্ধ আৰু দেখি শুনি শিকা (Empirical) হয়, প্ৰথম স্তৰত কৌশলেৰে সামগ্ৰী বা উপকৰণ সংগ্ৰহ কৰি মূল লক্ষ্যত পাবৰ বাবে আৰু যুক্তিসঙ্গত পৰিসমাপ্তিত উপনীত হ'বৰ বাবে চেষ্টা কৰিব লাগে। উপকৰণ ৰাজি প্ৰথমে শৃংখলাবদ্ধ, নিৰ্দেশিত আৰু বিশ্লেষণাত্মক হ'ব লাগে। ভাষা বিষয়টো স্থিতিশীল নহয়, গতিশীলতা ইয়াৰ প্ৰধান বৈশিষ্ট্য। জগতে ই চিৰন্তন আৰু অনন্ত। এই ভাষা কোনো সম্প্ৰদায় ধ্বংসপ্ৰাপ্ত হ'ব পাৰে, কিন্তু ইয়াৰ ভাষা একেবাৰে নিঃচিহ্ন নহয়। মানুহৰ ভাষাগত কাৰ্যাৱলীৰ কোনো বন্ধন নাই। আকাশৰ পৰিসীমাই ইয়াৰ সীমা নিৰ্দ্ধাৰণ কৰিব। ভাষা বিষয়টোৱে ভাষাগত পৃথিৱীখনৰ সমগ্ৰ ছবিটোৰ সামগ্ৰিক ৰূপটো দাঙি ধৰিব। সমাজ ভাষাগত প্ৰক্ৰিয়াটো অকলশৰীয়া আৰু ব্যক্তিগত বৃত্তৰ অন্তৰ্ভুক্ত নহয়। ই এটা যুগৰ পৰা আনটো যুগলৈ, এখন সমাজৰ পৰা আন এখন সমাজলৈ আদান প্ৰদান কৰিয়াই লৈ যায়। ব্যাকৰণৰ অবিহনে যিদৰে ভাষাৰ অস্তিত্ব কল্পনা কৰিব নোৱাৰি, তেনেদৰে সংগঠনৰ অবিহনে সমাজৰ অস্তিত্ব অৰ্থহীন।

সমাজ আৰু ভাষাতত্ত্বৰ সম্পৰ্ক নিৰ্ণয় কৰোঁতে বুৰঞ্জীৰ জ্ঞান বা ঐতিহাসিক ক্ৰম বিকাশৰ দিশটো ভালদৰে অনুধাৱন কৰিব লাগিব। মানৱ সমাজৰ অস্তিত্ব কল্পনাৰ লগে লগে ভাষাৰ কথাটো আহি পৰে। মানুহেই জগতৰ একমাত্ৰ প্ৰাণী যি নিজৰ ভাষা আৰু সমাজ

---

৮ 'Language is a social necessity and the right conduct of discussion is utterly 'indispensable to every free society,' whether political, religious, philosophical, commercial or economic' Potter, S: Language in the Modern world, পৃ. ১৭৩

সম্পৰ্কে অধ্যয়ন কৰিব পাৰে। মানুহৰ মস্তিষ্কৰ ক্রমবিকাশ আৰু উন্নতিত ভাষা সচেতনশীলতা ( language-consciousness ) মুখ্য বস্তু। চিন্তা প্রসূত মস্তিষ্কৰ পৰাহে ভাষা সংবেদন শীলতাৰ জন্ম হ'ব পাৰে।

ভাষা সচেতন শীলতা আৰু ভাষা বিষয়ৰ ( language-matter ) মাজৰ সম্পৰ্কৰ সমস্যা হৈছে ভাষাগত দৰ্শনৰ মুখ্য সমস্যা। এই দিশত দাৰ্শনিক পতঞ্জলি, এৰিষ্ট'টল, চমস্কি আদিৰ মনোযোগ আকৰ্ষিত হৈছে। প্রকৃততে সমাজ বা ভাষা যিয়েই নহওক, দুয়োৰে যথাযোগ্য জ্ঞানৰ পৰিসীমা নাই। যিকোনো একোটা ভাষাৰ ব্যাকৰণ বা বিশেষ একোটা গোষ্ঠীৰ সমাজৰ সম্পৰ্কে অধ্যয়ন কৰি আমি তাৰ সীমা নিৰ্দ্ধাৰণ কৰিব নোৱাৰোঁ। জ্ঞান হৈছে মানৱ সচেতন শীলতাৰ এক প্রতিফলন। ই মানুহৰ লগত মানুহৰ সম্পৰ্ক, সমাজজীৱনৰ পূৰ্ণাঙ্গ ঐতিহাসিক অৱস্থাৰ কথা অৱগত কৰায়।

ভাষাগত জ্ঞান আৰু যুক্তিগত চিন্তাৰ মূল হ'ল ইতিহাস। মানুহ, ভাষা আৰু সমাজ একেটি প্রক্রিয়াৰে সংযুক্ত। সমাজ বা ভাষাৰ জ্ঞান আহৰণ কৰাৰ প্রক্রিয়া সংবেদন আৰু বোধৰ পৰা আৰম্ভ হয়। মানুহৰ চিন্তা হ'ল এক ঐতিহাসিক চিন্তা, আৰু আধুনিক মানুহৰ মূলতে আছে ইতিহাস। এটা যুগৰ পৰা আনটো যুগলৈ প্রসাৰিত চিন্তা ধাৰাই ( জ্ঞান ) ভাষাৰ ক্রমবিকাশত সহায় কৰে। চিন্তা আনহাতে সামাজিক কাৰ্য। মানৱ সমাজৰ ঐতিহাসিক চৰিত্র, চিন্তা আৰু ভাষা সকলো জ্ঞান ভাষা-সমাজতাত্ত্বিকৰ বাবে প্রয়োজনীয়। সমগ্র সমাজ বা ভাষাৰ জ্ঞান হ'ল মানুহৰ সচেতনবোধ আৰু অভিজ্ঞতাৰ স্বাক্ষৰ। কিন্তু মানুহৰ সচেতন বোধে তৎক্ষণাৎ কোনো বস্তু উৎপন্ন কৰিব নোৱাৰে। মানৱ চিন্তাই কিন্তু অতীত, বৰ্তমান আৰু ভৱিষ্যত তিনিও দিশ সামৰিব পাৰে। আৰু ই প্রমাণ কৰিব পাৰে যে জ্ঞান হ'ল সীমাহীন। ভাষা যদিও গতিশীল, ই মানুহৰ সমাজৰ ক্রমবিকাশৰ ধাৰাৰ লগত সঙ্গতি ৰাখিহে নিজৰ বৈশিষ্ট্য প্রকাশ কৰে। মানুহে প্রায়োগিক কাৰ্য আৰু জ্ঞানৰ জৰিয়তেহে ভাষাৰ গতিশীলতা আৰু সমাজৰ স্থিতি নিৰ্দ্ধাৰণ কৰে। ভাষা সমাজশাস্ত্র ভাষাৰ দৰ্শন নহয়; বৰং মানুহ, ভাষা আৰু সমাজৰ বিজ্ঞান সম্মত অধ্যয়নহে। অৱশ্যে যি কোনো বিজ্ঞান সম্মত অধ্যয়নৰ মূলতে দাৰ্শনিক দৃষ্টিভঙ্গীৰ প্রয়োজন আছে। আচৰণ, আদান-প্রদান আৰু অভিজ্ঞতা সমাজ ভাষাতত্ত্বৰ প্রয়োজনীয় উপাদান। আধুনিক যুগৰ সমাজ আৰু ভাষাতত্ত্বৰ দিশত আলোচনা আগবঢ়োৱা পণ্ডিত সকল হ'ল—( Basil Bernstein, Joshua Fishman, John Gumperz, Dell Hymes ইত্যাদি। ঊনবিংশ শতিকাৰ পণ্ডিত সকলে ভাষাতত্ত্ব আৰু সমাজবিজ্ঞান উভয়ৰে আৱিষ্কাৰ আৰু আৰু পুনৰ আৱিষ্কাৰত ব্রতী হয়। ফৰাচী সমাজশাস্ত্রবিদ Georges Gurvitch-এ তেওঁৰ 'Traite de socio-logie' নামৰ গ্রন্থত ভাষা, সাহিত্য, সঙ্গীত, ধৰ্ম আদি বিশ্বাবোধক সমাজশাস্ত্র কাৰ্যৰ ( সংস্কৃতিক ) সমস্যাৰূপে গণ্য কৰিছে। ভাষাৰ সমাজ বিজ্ঞান আৰু ভাষাৰ দৰ্শন দুয়ো বে সমপৰ্যায়ৰ বস্তু নহয়, এই সম্পৰ্কে Karl Manuheim-এ মত আগবঢ়াইছে। সমাজ আৰু ভাষাই কিদৰে আদান-প্রদানৰ জৰিয়তে মানুহৰ মাজত সম্পৰ্ক স্থাপন কৰে, সমাজৰ বিভিন্ন উপাদান আদিৰ ক্ষেত্রত Levi Strauss-এ

এনেদৰে মন্তব্য আগবঢ়াইছে 'Here is a copernican revolution, which will consist in interpreting society as a whole in terms of a theory of communication. This enterprise is currently possible on three levels : for the rules of kinship and marriage serve to assure the communication of women between groups, as economic rules serve to assure the cemmunication of goods and serices, and linguistic rules the communication of massage.'[৯]

ভাষাতত্ত্বৰ ইতিহাসত সমাজৰ স্থান অতি উল্লেখনীয়। কাৰণ, মানুহক বাদ দি সমাজৰ সৃষ্টি নহয়, ভাষা নহ'লেও সমাজৰ অস্তিত্ব বা উন্নতি কল্পনা কৰিব নোৱাৰি। ভাষাতত্ত্ব বৰ্তমানে বহুদূৰ আগবাঢ়ি গৈছে। সমাজৰ লগত ভাষাতত্ত্বৰ ওতঃপ্ৰোত সম্পৰ্ক থাকিলেও ভাষাতত্ত্বৰ সকলো দিশৰ লগত সমাজৰ সম্পৰ্ক নাই। কেৱল সমাজ-ভাষাতত্ত্বৰ (Socio-linguistics) এটি দিশতহে ইয়াৰ আলোচনাৰ-থল আছে। সমাজৰো সেইদৰে ভাষাই প্ৰথম আৰু প্ৰধান আহিলা যাৰ গাত আঁউজি সমাজ আগবাঢ়ি গৈছে। অধিক উন্নত সমাজত ভাষাৰো অধিক উন্নতি হোৱা দেখা যায় আৰু সামাজিকভাৱে দুৰ্বল কিছুমান জাতি-উপজাতি সবল সমাজৰ বা জাতিৰ দ্বাৰা পীড়িত বা প্ৰভাৱান্বিত হ'ব পাৰে। ভাষাক বাদ দি সমাজৰ সৰ্বাঙ্গীন উন্নতি আশা কৰিব নোৱাৰি। সমাজৰ অৱস্থাই ভাষাক বহুপৰিমাণে নিয়ন্ত্ৰিত কৰে আৰু সেই দিশবোৰ ভাষাতত্ত্বৰ অন্তৰ্গত হয়।

**ভাষাতত্ত্ব আৰু বুৰঞ্জী (Linguistics and History) :** ভাষাতত্ত্বৰ লগত বিভিন্ন দিশৰ সম্পৰ্ক থকাৰ দৰে বুৰঞ্জীৰ লগতো এক নিগূঢ় সম্পৰ্ক আছে। বুৰঞ্জী বা ইতিহাসৰ সূত্ৰ নানা জনে নানাধৰণে আগবঢ়াইছে। 'ইতিহাস হ'ল আমাৰ পাৰ হৈ যোৱা অতীতৰ পূৰ্ণাঙ্গ স্বাক্ষৰ আৰু বিজ্ঞানসম্মত অধ্যয়ন।'[১০] কোনোৰ মতে, 'ইতিহাস সমাজত বসবাস কৰা মানুহৰ জীৱনৰ প্ৰতিলিপি' (Record)[১১]। আন কোনো-কোনোৰ মতে 'পৃথিৱীৰ সভ্যতা আৰু মানৱ সমাজৰ প্ৰতিলিপি।'[১২] কিন্তু ব্যাপক অৰ্থত চাবলৈ গ'লে, বুৰঞ্জীয়ে সকলো জ্ঞানৰ সন্ধেদ দিয়ে। বুৰঞ্জীৰ মাজত ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আদি সকলো দিশ লুকাই থাকে। কবিগুৰুৱে এনেদৰে কৈছে—'পৃথিৱীত কেৱল এটাই ইতিহাস আছে সেইয়া হ'ল 'মানুহৰ বুৰঞ্জী'। অতীতত ঘটি যোৱা প্ৰধান ঘটনাৱলীৰ সম্ভেদ ইতিহাসে দিয়ে, তাৰ লগে লগে মানুহৰ চিন্তা আৰু কৰ্মৰাজিৰে প্ৰতিফলন ঘটে ইতিহাসৰ যোগেদিয়ে। আপাতদৃষ্টিত ইতিহাস আৰু ভাষাতত্ত্বৰ বৰ বিশেষ এটা সম্পৰ্ক থকা যেন অনুভৱ নহ'লেও ভাষাৰ ক্ৰমবিকাশত কিন্তু ইতিহাসে মুখ্য ভূমিকা গ্ৰহণ কৰে।

---

৯ Ghosh. Samir K. : Man, Language and society, পৃ. ৫৫

১০ 'History is the scientific study and record of our complete past'. Aggarwal, J. C. : Teaching of History, পৃ. ১

১১ Ibid

১২ Ibid, পৃ. ২

ইতিহাসৰ অবিহনে আমি এটা জাতি অথবা একোখন সমাজ বা মানৱ জগতৰ ক্ৰমবিবৰ্তনৰ উমান নাপাওঁ। প্ৰাগ্-ঐতিহাসিক যুগৰ সন্ধান আমাক নৃতত্ত্বই দিয়ে। মানুহ যেতিয়া সভ্যতাৰ জখলাত আগবাঢ়ি যাবলৈ ধৰিলে, সমাজ বিবৰ্তন ঘটিল, লিখন-প্ৰণালীৰ সৃষ্টি হ'ল—তাৰ পৰাই মানুহে ইতিহাস ৰচনা কৰিবলৈ ধৰিলে। মানুহৰ সৃষ্টিৰ আদিম স্তৰৰ পৰা এতিয়ালৈকে যদি আমি মানুহৰ জীৱনৰ বিভিন্ন স্তৰ বিশ্লেষণ কৰি চাওঁ তেতিয়া হ'লে দেখা পাম সমাজ, সংস্কৃতি আদিৰ লগে লগে অৰ্থ নৈতিক, ৰাজনৈতিক, ভৌগোলিক দিশসমূহেও মানৱ ইতিহাসত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। আপাতদৃষ্টিত ভাষা হ'ল মানৱ সংস্কৃতিৰ এটা প্ৰধান অঙ্গ। কিন্তু ভাষাৰ শৃঙ্খলাবদ্ধ আৰু বিজ্ঞানসন্মত অধ্যয়নত যি কেইটা দিশ সাঙোৰ খাই আছে, তাৰ ভিতৰত মানৱ-সংস্কৃতিৰ এটি দিশ মানৱ ইতিহাসো লুকাই আছে। প্ৰত্যক্ষভাৱে মানুহৰ ইতিহাসৰ ( History of mankind ) ভাষাৰ ক্ষেত্ৰত বিশেষ ভূমিকা নাথাকিব পাৰে। কিন্তু সূক্ষ্মভাৱে যদি পৰ্যালোচনা কৰা যায় তেনেহ'লে ভাষাৰ যিটো বুনিয়াদ তৈয়াৰ হৈছে, তাৰ আঁৰত কেৱল বুৰঞ্জীহে আছে। কাৰণ, বিশ্বৰ ইতিহাসৰ পাত লুটিয়ালে দেখা যাব বিভিন্ন জাতি-উপজাতিৰ উত্থান-পতন ঘটিছে, কোনো কোনো যুগত বিশেষ বিশেষ প্ৰখ্যাত ব্যক্তিৰ জন্ম হৈছে। জাতীয় বুৰঞ্জী অনুধাৱন কৰোঁতে ভাষাৰ দিশটো সমূলি উপেক্ষণীয় নহয়। ভাষাৰ ক্ষেত্ৰত ভৌগোলিক সীমাৰেখাৰ বিশেষ ভূমিকা আছে। ভৌগোলিক সীমাৰেখাৰ ক্ষেত্ৰত বুৰঞ্জীৰ কথাও আহি পৰে। পৃথিৱীৰ বিভিন্ন সমাজৰ, বিভিন্ন জাতিৰ বুৰঞ্জী অধ্যয়ন কৰোঁতে সেই সেই জাতিৰ ভাষাৰ বুৰঞ্জীও পৰ্যালোচনা কৰা উচিত। জাতীয় জীৱন গঠনত সেইবাবেই ভাষাৰ ভূমিকা অন্যতম।

ইউৰোপীয়-বুৰঞ্জী অধ্যয়ন কৰিলেই দেখা যায় এসময়ত জাৰ্মান সকলে ফ্ৰান্স আক্ৰমণ কৰি ফৰাছী বিলাকক পৰাধীন কৰাৰ লগে লগে তেওঁলোকৰ ভাষাৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়। ইন্দো-ইউৰোপীয় ভাষাটো পৃথিৱীৰ ভিতৰতে সৰ্ববৃহৎ ভাষা। এই ভাষাৰ বুৰঞ্জী অধ্যয়ন কৰোঁতে, আমি পোনতে এই ভাষা ক'ত প্ৰচলন আছিল, কোন গোষ্ঠীয়ে কৈছিল, পিছত কেনেকৈ বিভিন্ন ঠাইত পৰিব্যাপ্ত হৈ পৰিল—বিভিন্ন জাতি-উপজাতিৰ মাজত ই কিদৰে পৰিব্যাপ্ত হৈ পৰিল এই সকলোবোৰ কথাৰে উমান পাওঁ। এই ক্ষেত্ৰত ইতিহাসৰ লগত পোনপটীয়া সম্পৰ্ক নাথাকিলেও এই জাতি-উপজাতি সমূহৰ উত্থান-পতনৰ কাহিনী সন্নিবিষ্ট থাকিবই। ভাৰতবৰ্ষৰ ইতিহাস অনুধাৱন কৰোঁতে দেখা যায় আৰ্য সভ্যতা বিস্তাৰৰ কালৰ পৰাহে আমি সময়সূচী গণনা কৰিব পাৰোঁ। ভাৰতবৰ্ষত প্ৰচলিত ভাষাগোষ্ঠী সমূহৰ ভিতৰত অষ্ট্ৰিক, চীন-তিব্বতীয়, দ্ৰাবিড় আৰু ভাৰতীয় আৰ্য-সকলেই প্ৰধান। ভাৰতীয় আৰ্যভাষী লোকসকল ভাৰতবৰ্ষলৈ আটাইতকৈ শেষত আহিছিল যদিও ভাৰতবৰ্ষৰ জাতীয় বুৰঞ্জীত আৰ্যসকলৰ নামহে প্ৰথমতে উল্লেখ আছে। ইয়াৰ আগৰ সময়ছোৱাত সিন্ধু উপত্যকাৰ সভ্যতাৰ কথা বৰ্ণনা কৰা হৈছে যদিও সেই ইতিহাস বহু পৰিমানে অনুমানসিদ্ধ। ভাৰতীয় আৰ্য ভাষাৰ বুৰঞ্জী আলোচনা কৰোঁতে ৰাজনৈতিক, সামাজিক আৰু ধৰ্মীয় পৰিবেশৰ পৰিপ্ৰেক্ষিতত ভাষাৰ কিদৰে ক্ৰমবিকাশ

থাকিব সেইকথা উল্লেখ কৰিব লাগিব। ভাৰতত বৰ্তমানে প্ৰচলিত সকলো ভাষাৰ ইতিহাস পৰ্যালোচনা কৰোঁতে জাতি-উপজাতিৰ উৎপত্তি, কোন কোন অঞ্চলত কি কি ভাষাৰ প্ৰচলন আছে সেই সকলো জনাত ইতিহাসে আমাক বহুত তথ্যৰ সন্ধান দিব পাৰে। আৰ্য সভ্যতাৰ উত্থান আৰ্যভাষাৰ জৰিয়তেহে—এই কথা স্মৰণীয়। একোটা ভাষাই বহু জাতি, বহুসংস্কৃতিক একত্ৰীকৰণো কৰিব পাৰে। সমন্বয়ৰ মন্ত্ৰিয়াত কবিগুৰুৰ এই বাণী প্ৰতিধ্বনিত হয়—

"তোমায় আমায় মিল হয়েছে কোন যুগে এইখানে
ভাষায় ভাষায় গাঁঠ পড়েছে, প্ৰাণের সঙ্গে প্ৰাণে।"

ভাষাৰ বিজ্ঞান সম্মত অধ্যয়নেই যিহেতু ভাষাতত্ত্ব, গতিকে ভাষাতত্ত্বৰ ক্ৰমবিকাশত ইতিহাসেনো কেনে ধৰণৰ ভূমিকা গ্ৰহণ কৰিছে সেই কথা আলোচ্যৰ বিষয়। ভাষাৰ বৰ্ণনাত্মক বা গঠনমূলক অধ্যয়নে একোটা ভাষাৰ ধ্বনি, ধ্বনি-প্ৰয়োগ, ৰূপ, ৰূপ-প্ৰয়োগ, শব্দ, বাক্য গঠনৰ প্ৰণালী আদি সকলো দিশ খৰচি মাৰি আলোচনা কৰে। দ্বিতীয়তে, ভাষাৰ ঐতিহাসিক অধ্যয়ন (Historical study) বিভিন্ন স্তৰৰ ভাষাৰ পৰিবৰ্তন বা ক্ৰমবিকাশৰ ধাৰাৰ কথা সূচায়। এই ঐতিহাসিক অধ্যয়ন ভাষাৰ ইতিহাসৰ ওপৰত নিৰ্ভৰশীল। ভাষাৰ ইতিহাস নিৰ্ণয় কৰোঁতে সাহিত্যৰ ইতিহাসৰ বিশেষ ভূমিকা আছে। গতিকে সাহিত্যৰ বুৰঞ্জীৰ মূল কত? দেশ আৰু জাতিৰ বুৰঞ্জী সম্পৰ্কে সুস্পষ্ট ধাৰণা নাথাকিলে সাহিত্যৰ বুৰঞ্জী অথবা ভাষাৰ বুৰঞ্জী সম্পূৰ্ণ নহয়। এই ক্ষেত্ৰত ৰাজনৈতিক প্ৰশাসনে দেশৰ ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। ভাৰতবৰ্ষৰ ভাষাৰাজিৰ ওপৰত ইংৰাজী, পৰ্টুগীজ, ওলন্দাজ, ফৰাছী আদি বিদেশী ভাষাসমূহৰ প্ৰভাৱ কেতিয়াবা কেতিয়াবা পৰা দেখা যায়। বিশেষভাৱে শব্দৰ ক্ষেত্ৰত কিছুমান বিদেশী শব্দ ভাৰতীয় ভাষা কিছুমানৰ অপৰিহাৰ্য অঙ্গ হৈ পৰে। ইয়াৰ মূলতে ভাৰতবৰ্ষৰ বুৰঞ্জী অধ্যয়নৰ প্ৰয়োজনীয়তা আছে। কেতিয়াবা কেতিয়াবা ভাষাত প্ৰয়োগ হোৱা শব্দৰাজিৰ অৰ্থৰ বহুত পৰিবৰ্তন হয়। পৰিবৰ্তনৰ কাৰণ নিৰ্ণয় কৰোঁতে কেতিয়াবা ইতিহাসৰ গতিপথৰ ওপৰতো দৃষ্টি নিক্ষেপ কৰিবলগীয়া হয়।

'বুৰঞ্জীয়ে সাহিত্য ৰচনাত অৰিহনা আগবঢ়ায়'[১৩]—জনচনে কোৱা কথাষাৰৰ গুৰুত্ব আছে। মানুহৰ আবেগ, চিন্তা, অনুভূতি আৰু কল্পনাৰ প্ৰতিফলন ঘটে সাহিত্যৰ জৰিয়তে। ভাষাৰ অবিহনে ভাব-অনুভূতিৰ প্ৰকাশ হ'ব নোৱাৰে। গতিকে ভাষাতত্ত্বৰ অধ্যয়নত কোন সময়ত কেনেধৰণৰ সাহিত্যৰ সৃষ্টি হয় তাৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিব লাগিব। অৱশ্যে ভাষাতত্ত্বৰ অধ্যয়নত কেৱল সাহিত্যৰ ভাষাই অন্তৰ্ভুক্ত নহয়, অঞ্চলভেদে কথিত ভাষাও তাৰ অন্তৰ্ভুক্ত হয়। বিজ্ঞান সম্মত ভাষাৰ অধ্যয়নত স্পষ্টভাৱে বুৰঞ্জীৰ সম্পৰ্ক নাথাকিলেও ভাষাৰ ইতিহাস ৰচনাত ইয়াৰ ভূমিকা নিশ্চয় উপেক্ষণীয় নহয়।

---

১৩ 'History contributes to literature' —Aggarwal J. C.: 'Teaching of History, পৃ. ৯

গ্ৰন্থপঞ্জী :

English :

Aggarwal, J. C. ; 1983 : Teaching of History.
Baugh, A. C, ; 1968 : A History of the English Language.
Barber, C. L. ; 1965 : The Story of Language.
Bennet, Jonathan ; 1976 : Linguistic Behaviour.
Bloomfield, Leonard ; 1935 : Language.
Chavarria Aguilar, O. L. ; 1954 : Lectures in Linguistics.
Crystal, David ; 1971 : Linguistics.
Corder, S. P. ; 1970 : Introductory Applied Linguistics.
Chetterji, S. K. ; 1979 : The Origin and Development of Bengali Language.
Chetterji, S.K ; 1963 : Languages and Literatures of Modern India.
Cooper, David, E. ; 1973 : Philosophy and the nature of Language.
Dixon, R. M. W. ; 1965 : What is Language ?
Francis, W. N. ; 1983 : Dialectology An Introduction.
Ghosh, S. K. ; 1972 : Man, Language and Society.
Gleason, H. A. ; 1966 : An Introduction to Descriptive Linguistics.
Goswami, G. C. ; 1966 : An Introduction to Assamese Phonology ( 1st edition ) Pona.
Goswami, G.C, ; 1967 : Structure of Assamese, Gauhati University.
Goswami, U.N. ; 1970 : A Study on Kāmrūpī, A Dialect of Assamese.
Goswami, S N., 1988 : Studies in Sino-Tibetan Languages (1st edition)
Goswami, S. N. ; 1966 : Historical Grammar of Assamese ( unpublished ), Calcutta
Greenberg, J. H. ; 1968 : Anthropological Linguistics.
Hartnack, Justus ; 1972 : Language and Philosophy.
Kakati, B. K. ; 1972 : Assamese-Its Formation and Development.
Lyons, John ; 1985 : Language and Linguistics.
Lyons, John ; 1977 : Semantics, Vol. 1.
Lyons, John ; 1977 : Semantics, Vol. 2.
Lyons, John(ed.) ; 1970 : New Horizons in Linguistics I (1st edition).
Lyons, John etc. (ed.) ; 1987 : New Horizons in Linguistics-2.
Leech, Geoffrey ; 1981 : Semantics.
Lepscy, G. C. ; 1970 : A Survey of Structural Linguistics.
Landar, Herbert ; 1966 : Language and Culture.
Lehmann, Winfred, P, ; 1966 : Historical Linguistics ; an Iutroduction.
Lockwood, W. B. ; 1969 : Indo-European Philology.
Miller, G. A. (ed.) ; 1974 : Psychology and Communication.
Ochs, Elion ; 1988 : Culture and Language.
Palmer, L. R. ; 1972 : Descriptive and Comparative Linguistics A Critical Introduction.
Potter, Simon ; 1950 : Our Language.
Potter, Simon ; 1960 : Language in the Modern world.
Rabins, R.H. ; 1971 : General Linguistics : An Introductory Survey.
Rabins, R. H. ; 1967 : A Short History of Linguistics.
Samarin, W. J. ; 1967 : Field Linguistics.

Sapir, Edward ; 1978 : Language.
Simpson, J. M. Y. ; 1984 : A First Course in Linguistics.
Smith, N. & Wilson, D. ; 1979 : Modern Linguistics,
Sen, S. K. ; 1973 : Proto New Indo-Aryan.
Taraporewalla. I. J, S. ; 1962 : Elements of Science of Language.
Trudgill, Peter ; 1988 : Sociolinguistics ; An Introduction to Language and Society.
Wilkinson, Andrew ; 1971 : The Foundation of Language.

অসমীয়া ঃ

গোস্বামী ; উপেন্দ্রনাথ ; ১৯৭৬ : ভাষা বিজ্ঞান
গোস্বামী ; উপেন্দ্রনাথ ; ১৯৫৬ : ভাষা আৰু সাহিত্য
গোস্বামী ; গোলোকচন্দ্র ; ১৯৭৭ : ধ্বনিবিজ্ঞানৰ ভূমিকা
গোস্বামী ; গোলোকচন্দ্র ; ১৯৮৭ : অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ
গোস্বামী ; সত্যেন্দ্রনাৰায়ণ ; ১৯৮৫ : প্রাকৃত সাহিত্য
গগৈ ; লীলা ; ১৯৭১ : টাই সংস্কৃতিৰ ৰূপৰেখা
ঠাকুৰ ; নগেন ; ১৯৮৩ : ভাৰতীয় ভাষাৰ পৰিচয়
ঠাকুৰ ; নগেন ; ১৯৮৪ : পৃথিৱীৰ বিভিন্ন ভাষা
দত্ত বৰুৱা ; ফনীন্দ্রনাৰায়ণ ; ১৯৯০ : আধুনিক ভাষা বিজ্ঞান পৰিচয়
পাঠক ; ৰমেশ ; ১৯৮৫ : ভাষাবিজ্ঞানৰ ভূমিকা
পাঠক ; ৰমেশ ; ১৯৮৮ : ব্যাকৰণ আৰু প্রাকৃতি বিজ্ঞান
বৰুৱা ; ভীমকান্ত ; ১৯৯০ : অসমৰ ভাষা
মৰল ; ভগৱানচন্দ্র ; ১৯৮৬ : ভাষাৰ্থ বিজ্ঞান
গোস্বামী ; সত্যেন্দ্রনাৰায়ণ ; (সম্পা.) ১৯৭১ : অসমীয় সাহিত্য সংস্কৃতিৰ সমীক্ষা
বৰুৱা ; সোনাৰাম আৰু বেগম ; মনোআৰা (সম্পা.) ; ১৯৮৯ : প্রবন্ধ বীথিকা
শৰ্মা ; বসন্তকুমাৰ ( সম্পা. ) ; ১৯৯১ : ভাষার পৰিচয়

বাংলা ঃ

ভট্টাচার্য ; পরেশচন্দ্র ; ১৯৮৯ : ভাষাবিদ্যা পরিচয়
সেন ; সুকুমার ; ১৯৮৭ : ভাষার ইতিবৃত্ত
সেন ; মুরারিমোহন ; ১৯৮৯ : ভাষার ইতিহাস ( প্রথম পর্ব )
সেন ; মুরারিমোহন ; ১৯৮৯ : ভাষার ইতিহাস ( দ্বিতীয় পর্ব )
সরকার ; সরলবালা ; সাহিত্য জিজ্ঞাসা
সরকার ; হিমাংশুভূষণ ; ১৯৭০ : দ্বীপময় ভারতের প্রাচীন সাহিত্য